# বীণাৰ ঝঙ্কাৰ

ৰচনা
নগেন্দ্ৰ নাৰায়ণ চৌধুৰী

সংগ্ৰহ আৰু সম্পাদনা
শ্ৰীহেমন্ত কুমাৰ শৰ্ম্মা এম. এ.
অধ্যাপক, কটন কলেজ
গুৱাহাটী

=চপলা সাহিত্য সদন=
পুস্তক প্ৰকাশ আৰু প্ৰচাৰ প্ৰতিষ্ঠান
শ্বিলং :: অসম

**BINAR JHANKAR :** A Collection of Assamese Short Stories, written by Late Nagendra Narayan Chaudhury, compiled and edited by Professor Hemanta Kumar Sarma M. A. Cotton Collage, Gauhati and published by Shri Bibhu Bhusan Chaudhuri Assamiya Sahitya Mandir. Post Box No I. Shillong.

প্ৰকাশক—
**শ্ৰীবিভুভূষণ চৌধুৰী**
অসমীয়া সাহিত্য মন্দিৰ
পোষ্ট বক্স নং ১ :: শ্বিলং

পৰিবেশক—
**চপলা বুক ষ্টল**
শ্বিলং :: অসম
[ ১৭৫-১-২-৬৪ ]

প্ৰথম প্ৰকাশ—
ডিচেম্বৰ—১৯৬৪

ছপাওঁতা—
শ্ৰীগৌৰচন্দ্ৰ পাল
**নিউ শ্ৰীদুৰ্গা প্ৰেছ**
২১, বিধান শৰণী
কলিকতা—৬

মূল্য—৪·৫০

# নিৱেদন

অসম সাহিত্য সভাৰ এগৰাকী প্ৰাক্তন সভাপতি আৰু "আৱাহন" কাকতৰ প্ৰতিষ্ঠাতা জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰী ডাঙৰীয়া (১৮৮০—১৯৪৭) আছিল অসমীয়া সাহিত্যৰ এগৰাকী একনিষ্ঠ সেৱক। তেখেতৰ গল্প আৰু প্ৰবন্ধসমূহ "আৱাহন," "বৰদৈচিলা" আদি কাকতত সিচঁৰতি হৈ আছে। চৌধুৰী ডাঙৰীয়া ঢুকাবৰ আজি ভালেমান বছৰ হ'ল; কিন্তু তেখেতৰ ৰচনাৰাজি সংগ্ৰহ আৰু প্ৰকাশ কৰিবলৈ কাকো আগ বাঢ়ি অহা নেদেখি আমি শ্ৰদ্ধেয় অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাদেৱৰ পৰামৰ্শমতে চৌধুৰীৰ গল্পসমূহ সংগ্ৰহ আৰু সম্পাদনা কৰিবলৈ লওঁ। তাৰে প্ৰথম সংকলনটি (দহোটা গল্প) ইতিমধ্যে অসম সাহিত্য সভাই 'নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ গল্প' (১৯৬৩) নাম দি প্ৰকাশ কৰিছে। চৌধুৰীৰ আন পোন্ধৰটি গল্পৰ এই সংকলনটি সম্পাদনা কৰি প্ৰথম গল্পটোৰ নামেৰে "বীণাৰ ঝঙ্কাৰ" নাম দি ৰাইজৰ আগলৈ আগ বঢ়োৱা হ'ল।

চৌধুৰীদেৱৰ জীৱনী আৰু সাহিত্য-প্ৰতিভা সম্পৰ্কে 'নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ গল্প' পুথিত সম্যকভাৱে আলোচনা কৰা হৈছে। এই সংকলনটি সম্পাদনাৰ ক্ষেত্ৰত সততে গুৰুজনোচিত দিহা-পৰামৰ্শ পাইছো শ্ৰদ্ধেয় অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাদেৱৰপৰা। স্বৰূপতে তেখেতৰ উদগনিয়েহে এই পুথি ওলোৱা সম্ভৱ কৰি তুলিছে। "বীণাৰ ঝঙ্কাৰ" নামটিও তেখেতেই দিয়া। এই কামত শ্ৰদ্ধেয় শিক্ষাগুৰু ডক্টৰ মহেশ্বৰ নেওগ-দেৱৰপৰাও উৎসাহ পোৱা হৈছে। দুয়ো গৰাকীকে মোৰ সশ্ৰদ্ধ কৃতজ্ঞতা জনালো।

দ্বিতীয়তে, শ্ৰদ্ধেয়া শ্ৰীযুতা প্ৰফুল্লবালা চৌধুৰাণী আইতাই তেখেতৰ স্বামীয়ে ৰচনা কৰা গল্পসমূহ আমাক প্ৰকাশ কৰিবলৈ অনুমতি দিয়া বাবে তেখেতকো আন্তৰিক শলাগ জনাইছো।

এই গল্পসমূহ সংগ্ৰহৰ ক্ষেত্ৰত বিশেষভাৱে সহায় পাইছো শ্ৰদ্ধা-ভাজন শ্ৰীৰঘুনাথ চৌধাৰী কবিৰত্ন-দেৱ, শ্ৰীজিতেন্দ্ৰনাথ বি, এ, বি, টি-দেৱ আৰু শ্ৰীশিৱপ্ৰসাদ বৰুৱা বি, এ-দেৱৰপৰা। পুথিখনৰ পাণ্ডুলিপিটো যুগুতাই দিছে— ইন্দিৰা দেৱী, মীৰা বৰুৱা, ধাৰেশ্বৰ চক্ৰৱৰ্ত্তী, হিৰণ্যকুমাৰ শৰ্ম্মা, অমৰেন্দ্ৰ শৰ্ম্মা আৰু যোগানন্দ শৰ্ম্মাই। সেই বাবে আটাইকে মোৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছো।

শ্ৰীহেমন্তকুমাৰ শৰ্ম্মা

ৰিহাবাৰী, গুৱাহাটী
৩১ ডিচেম্বৰ, ১৯৬৪

# সূচী

# বীণাৰ ঝঙ্কাৰ

"বিয়া নকৰাবা! ই কি কথা?"

"ইয়াত আচৰিত হবৰনো কি আছে?"

"আচৰিত নহয়! কি কোৱা তুমি? চিৰজীৱন আবিয়ৈ হৈ থাকিবা?"

"কিনো হৈছে তাত? পুৰুষৰ আশ্ৰয়ৰ দৰকাৰ খুৱাব-পিন্ধাবৰ বাবে; যাৰ সেই অভাৱ নাই তাইনো লোকৰ অধীন হব কোন কামত? আৰু কথাই কথাই যিবোৰ মুনিহ-তিৰোতাই প্ৰেমত পৰে সিহঁতৰ নাই সংযম। কিন্তু মনৰ বল থাকিলে কিহৰনো ভয়?"

"ভাল, চাই লম নহয়!"

বায়েক আৰু ভনীয়েকৰ কথা এইখিনিতে ওৰ পৰিল। দেউতাকে আহি মাতিলে—"আই বীণা! ওলাই আহ। তেওঁলোকে তোক চাব আৰু কেইটামান কথা সুধিব।"

বীণা সৰু জীয়েকৰ নাম। তাই নুঠে দেখি দেউতাকে আকৌ মাতিলে—"পলম নকৰিবি উঠ।"

বীণা বাহিৰলৈ ওলাই অহাত দেউতাকে দেখিলে, তাইৰ গাত কোনো সাজপাৰ নাই, সাধাৰণভাৱেই আছে—যদিও তেওঁ তাইক ভালকৈ কানি-কাপোৰ পিন্ধি থাকিবৰ কাৰণে উপদেশ দিছিল। আৰু কি কৰিব? মাক নোহোৱা ছোৱালী। বাপেকৰ আদৰ আৰু প্ৰশ্ৰয় পাই বৰ অবাধ্য হৈ গৈছে। এতেকে যেনে আছে তেনেই তাইক হাতত ধৰি বৰচ'ৰালৈ লৈ গ'ল; তাতে বহি আছিল তাইৰ ভাৱী দৰা ৰমেন আৰু তাৰ কেগৰাকীমান বন্ধু।

বীণাক লৈ তাইৰ দেউতাক হৰেন্দ্ৰ ঘৰত সোমালত সকলোৱে সসন্মানে থিয় হৈ বীণাক অভিবাদন কৰিলে। হৰেন্দ্ৰই সকলোৰে আগত তাইৰ চিনাকি কৰি দিলে। "এইজনীয়ে মোৰ সুমলী জী বীণা আইদেউ।

বীণাই এবাৰ আগন্তুকসকলৰ মুখৰফালে চাই তলমূৰ কৰিলে। বুজিব নোৱাৰিলে, কোন হতভাগ্য প্ৰেমিক-যুৱক দৰারূপে তাইক খুজিবৰ বাবে চাবলৈ আহিছে। তাই মনৰ ভিতৰত বিদ্ৰোহ-ভাব অতি কষ্টেৰে গোপন কৰি ৰাখিলে।

আগন্তুকসকলৰ এগৰাকীয়ে সুধিলে—"আপুনি গীত গাব পাৰে নে?"

বীণাই গীত-বাদ্য সকলো বিষয়তে পাৰ্গত হলেও সেই কথা আসৈ মাতিলে। দেউতাকে কলে—"কিয় লাজ কৰিছ আই? জনা বিষয়টো জানো বুলি কবলৈ সঙ্কোচ কৰা বেয়া"।

প্ৰশ্ন কৰোঁতাই কলে, "বেছ, তেনেহলে গীত গাব জানে। গাওকচোন এটা।"

আন এগৰাকী আগন্তুকে কলে—"এৰা, সঙ্গীত শ্ৰেষ্ঠ ললিতকলা, আমাক অলপমান তাৰ সোৱাদ দিয়ক।"

হৰেন্দ্ৰনাথে জীয়েকক কলে—"গাচোন আইদেউ, এটা গীত এওঁলোকক শুনাই দে!" বীণাই এবাৰ প্ৰশ্নকৰ্তা দুগৰাকী আৰু এবাৰ তাইৰ দেউতাকৰ মুখৰ ফালে চালে, কিন্তু গীত গাবৰ কোনো লক্ষণ প্ৰকাশ নকৰিলে। বিয়া কৰাই ছোৱালী লৈ গৈ এওঁলোকে চিনেমা কোম্পানীত চাকৰি দিব খোজে নে 'বাই-খেমটা' পাৰ্টি খুলিব খোজে?

তাইক নিৰুত্তৰ দেখি আন এগৰাকীয়ে সুধিলে—"বাৰু নাগালে নাই, চেতাৰ নাইবা এচৰাজ বজাব জানে নে? আমি সকলো জনা আছে বুলি শুনিছিলো, অলপ শুনালে ভাল পালোঁহেতেন।"

বীণাৰ ভাব হবলৈ ধৰিলে, তেওঁলোকক কৈ দিয়ে যে ভদ্ৰ-পৰিয়ালৰ ছোৱালীৰ নৃত্য চোৱা আৰু গীত শুনাৰ প্ৰবৃত্তিটো কম



কৰি তেওঁলোকে কোনো গায়িকা, নাইবা ৰেডিও, নহলে গ্ৰামোফোন এটা আগত লৈ বহিলেই ভাল আছিল। কইনাৰ গুণ-পৰীক্ষা কৰিব খোজে, তাইৰ গান বাজনাৰ পৰীক্ষা লৈ। হব পাৰে ই এটা গুণৰ ভিতৰত, থাকিব পাৰে গীতৰ শ্ৰেষ্ঠত্ব সম্বন্ধে ডাঙৰ ডাঙৰ লিখকৰ ভাল ভাল মন্তব্য; কিন্তু সংসাৰত কেইজনমান বিলাসীৰ বাহিৰে কোনেনো এইবোৰ সোধে? তেন্কুৱা গীত-বাদ্যত পাৰ্গত বহুত ছোৱালী দেখা গৈছে। পিছে বিয়াৰ কেইদিনমান পিছতে সিহঁতৰ অকল গীতৰ ধাউতি নোহোৱাই নহয়, চেতাৰৰ তাঁৰ নোহোৱা, এচ্ৰাজৰ কাণ হেৰাই যোৱা যন্ত্ৰবোৰ বেৰত আঁৰি থোৱাৰ দৃষ্টান্ত প্ৰায় ঘৰে ঘৰে, তথাপি কাৰো আক্কেল নহয় দেখোন?

প্ৰশ্নকৰ্ত্তাই দেখিলে যে সিহঁতৰ কোনো কথাকে ছোৱালীজনীয়ে গ্ৰাহ্য নকৰে, এনেকি দেউতাকৰ কথাও তাই অগ্ৰাহ্য কৰিছে। ইয়াক লাজ বুলিব পাৰি, নে ইংৰাজীত যাক মডেষ্টি বোলে ই সেয়ে নাইবা ই তাইৰ ভেম? সি যি নহ'ক, বন্ধুৰ কইনা চাই ফুৰাৰ সাৰ্থকতা অকল জা-জলপানতে পূৰণ হয় জানো? ঘনে পতি সকলোৱে ৰমেনৰ ফালে চাবলৈ ধৰিলে। ৰমেনে ইয়ালৈ নিজৰ পৰিচয় দি অহা নাই। ভাবী দৰাৰ এগৰাকী বন্ধু বুলি চিনাকি দি আহিছিল। সি কিন্তু সাহ কৰি কোনো প্ৰশ্ন সুধিব নোৱাৰিলে। বীণা অতিপাত ধুনীয়া নহলেও এজনী সুন্দৰীৰ ভিতৰত। তাইক দেখি তাৰ মন-খালে অৰণ্যে; পিছে অকল ৰূপেনো কি কৰে গুণ নাথাকে যদি? সি এবাৰ হৰেন্দ্ৰৰ ফালে মূৰ দাঙি চাই অতি কষ্টেৰে সুধিলে—"লিখা পঢ়া নো কিমান?"

ৰমেনৰ কথা আৰু প্ৰশ্নৰ চানেকী শুনি বীণা যেনে বিৰক্ত হৈছিল, ৰমেনৰ আনফালে চোৱা আৰু নিৰ্ব্বাক অৱস্থা দেখিও তেনেকৈ আচৰিত হৈছিল। এতিয়া তাৰ প্ৰশ্ন শুনি মনে মনে নেথাকি তাই উত্তৰ দিলে—"মোৰ বিদ্যাৰ পৰিচয় লৈ একো লাভ নাই।" কথাৰ লগে লগে তাই পলম নকৰি বেগাই ঘৰৰ ভিতৰলৈ সোমাই

গ'ল। কাণ্ড দেখি হৰেন্দ্ৰনাথে প্ৰমাদ গণিলে। জীয়েকক মৰম কৰি কৰি যে অকল লাই দিয়াহে হৈছে, সেই কথা হৰেন্দ্ৰই আজি ভালদৰে বুজি পালে; পিছে উপায় একো নাই—মাউৰী ছোৱালী! তেওঁ হাতযোৰ কৰি আগন্তুকসকলক কবলৈ ধৰিলে—"আপোনালোকে মনত একো নাভাবিব। ছোৱালীজনীৰ আজি গা ভাল নহয়। সেই কাৰণে এনেখন কৰিলে৷ মোৰ বীণা বৰ ভাল ছোৱালী। লিখাপঢ়া ভালেই জানে। তাই বৰ ধীৰ, বৰ নম্ৰ প্ৰকৃতিৰ।

বীণাই দেখিলে, তাই আজি কেইজনমান উদ্ধত ডেকাৰ দ্বাৰা বৰ বিষমভাৱে অপমানিত হ'ল। অকল তাই নিজেই নহয়, এই অপমান বিশ্বৰ নাৰী জাতিৰ ওপৰত কৰা হৈছে। এয়ে নে প্ৰণয়-বন্ধনৰ লক্ষণ? যদি বিয়াৰ কইনা দানৰ বস্তু তেনেহলে অভিভাৱকে যিজনক বাছি তাৰ হাতত তুলি দিব সি যেনেকৈ হব তিৰোতাৰ স্বামী, ঠিক তেনেকৈ কণা হ'ক, খোৰা হ'ক দানৰ সামগ্ৰীৰ আৰু বাছ-বিচাৰনো কি? দান গ্ৰহীতাৰ উপযুক্তাহে বিচাৰ কৰিব লগীয়া। আৰু যদি মিলা-প্ৰীতিৰপৰা প্ৰণয় ওপজাত বিয়া হয় তাৰ দস্তুৰো হ'ব বেলেগ। পিছে ছোৱালী পৰীক্ষা কৰিবলৈ অহা ঠিক যেন দোকান-পোহাৰলৈ গৈ বস্তু কিনা। নাৰী জাতিৰ প্ৰতি পুৰুষৰ তুচ্ছ-তাচ্ছিল্যৰ বাহিৰে ই আন একো নহয়। সংসাৰত নৰ আৰু নাৰী দুয়ো প্ৰকৃতিৰ সন্তান। সুখ-দুখ, আহাৰ-বিহাৰ দুয়ো সমানে উপভোগ কৰিব। এনে অৱস্থাত পুৰুষ জাতিৰ ইমান প্ৰাধান্য, ইমান প্ৰভাৱ কিয়? নাৰী জাতি স্বভাৱ-দুৰ্ব্বলা বুলিয়ে এনে অত্যাচাৰ নেকি? নাৰীৰ দুৰ্ব্বলতা পুৰুষৰ সহায় বিচাৰত, আজি তিৰোতাই যদি মানুহৰ সহায় নিবিচাৰে, যদি তিৰোতাই বিয়া নকৰায়, যদি তাইহঁতে স্বাধীনভাৱে উপাৰ্জ্জন কৰি বেলেগে থাকে, পুৰুষৰ কোনো কামতে যোগ নিদিয়ে, তেনেহলে নিজে যাচি অপমানৰ বোজা মূৰত লব নেলাগিলহেঁতেন।

বীণাই নাৰী সমাজৰ দুখ-দুৰ্দ্দশা অলপ বয়সতে বিশেষভাৱে



বুজিব পাৰিছে আৰু বুজিছে বুলিয়েঁ নিজে চিৰদিন অবিবাহিতা থাকি আন কুমাৰী ছোৱালীবিলাকেও যাতে বিয়াৰ প্ৰতি, তথা পুৰুষ জাতিৰ প্ৰতি ঘিণ কৰিবলৈ শিকে, তাৰ কাৰণে প্ৰচাৰ কাৰ্য্য চলাব বুলি মনত দৃঢ় সঙ্কল্প কৰিলে।

বায়েক সুধাই আহি খং কৰি বীণাক কলে—"তুমি নিজৰ কপাল নিজে খালা। দৰাই নিজে বন্ধু-বান্ধৱৰ লৈ তোমাক চাবলৈ আহিছিল। আজিকালিৰ দস্তুৰে হ'ল গীত গাই শুনোৱা, বাজনা বজাই শুনোৱা, উলৰ কাম আৰু ক্ৰোচে কাঁইটৰ বন দেখুৱা। তোমাকনো কিহে পালে, মানুহ কেইগৰাকীৰ কথাত যে গান নেগালা? দেউতাৰ কথাকো পেলালা। ডেকা কেইজনৰ আগত দেউতাক সৰু কৰা নহ'ল জানো? বাৰু তোমাৰ লাজ লাগে, নহয় সেইবোৰ কাম কৰিব নোৱাৰিলা; পিছে দৰাই নিজে যেতিয়া দেউতাক সুধিলে, লিখা-পঢ়া কিমান জানে বুলি, তেতিয়া তুমি তেনেদৰে উত্তৰ দি ভেমখন দেখুৱাই গুচি আহিলা কিয়? ৰমেনেনো কি ভাবিলে—সেই চুকত বহি থকা ডেকাজনে?"

বীণাই তাইৰ নিজৰ মনৰ খণ্ডতে বিতত হৈ আছিল, আনৰ দোষ, আনৰ মহতালিৰ কথাকে তাই ডাঙৰকৈ দেখিবলৈ ধৰিছিল। বায়েকৰ কথাত তাইৰ জ্ঞান হ'ল—সঁচাকৈ দেউতাকক ডেকাবিলাকৰ আগত সৰু কৰা হ'ল। পিছে কাৰ নিমিত্তে এনেকুৱা কাম কৰিবলৈ তাই বাধ্য হৈছিল? তাইতো এজনী অবাধ্য ছোৱালী কেতিয়াও নাছিল। আজি কি উত্তেজনাৰ কোবত এনে কাম কৰিবলৈ বাধ্য হৈছিল। ইয়াৰ নিমিত্তে ডেকা কেইগৰাকী দায়ী নহয় জানো? আৰু দায়ী এই বায়েক। কিয়নো, বীণাৰ বিয়া বিৰোধী মনৰ কথা জানিব পাৰিও তাই দেউতাকক বুজাবলৈ চেষ্টা কৰা নাই। বৰং সদায় তাৰ বিপৰীত কামহে কৰি আহিছে। আৰু ৰমেন? তেওঁ এগৰাকী শিক্ষিত ডেকা নহয় জানো? পিছে তেওঁৰনো এনে নীচ প্ৰবৃত্তি হ'ল কেনেকৈ? কেইজনমান অভদ্ৰ ডেকা হ'ল

তেওঁৰ সঙ্গী। আলাপ নাই, পৰিচয় নাই, গীতৰ ফৰমাচ! বিদ্যা শিক্ষাৰ পৰিচয় বিচাৰিছে—কিমান লিখা-পঢ়া জনা আছে। বাৰু 'একো নেজানো' বুলি উত্তৰ নিদি বিদ্যাদেৱী, আই সৰস্বতীতকৈও বেছি লিখা-পঢ়া জনা আছে বুলি কলে জানো ভাল হ'লহেঁতেন? যিবোৰ মানুহৰ মনত বাৰ-বিলাসিনী লৈ গীত-বাদ্য কৰি নানান ৰং-ধেমালিৰে দিন নিয়াবৰ সুপ্ত বাসনা আছে, অথচ সাহ আৰু অৰ্থৰ অভাৱত সেই প্ৰবৃত্তি চৰিতাৰ্থ কৰিব পৰা নাই, সিহঁতে ঘৈণীয়েক-হঁতক গীত গোৱাই আৰু নচুৱাই গাখীৰৰ হেঁপাহ পানীৰে পলুৱাবলৈ বিচাৰে যে তাত কিবা সন্দেহ আছে নে?

বীণাই নেজানিছিল, ৰমেন নিজে আহিছিল ছদ্মবেশত বা আত্মগোপন কৰি। ইংৰাজী শিক্ষাত শিক্ষিত ডেকাৰ মুখত অস্বাভাৱিক প্ৰশ্ন ওলাব—যদি কয়, তুমি কি কাম কৰা, তোমাৰ সাত-পুৰুষৰ নাম কি, তোমাৰ আয় কিমান, তোমাৰ কিমান টকা আছে, কি কি বিষয়-সম্পত্তি আছে, কি কি বিদ্যা জনা আছে, শিক্ষা কিমান দূৰলৈকে ইত্যাদি। মানুহৰ প্ৰকৃত পৰিচয় তাৰ লগৰীয়াক চাই। ছিঃ ছিঃ! ৰমেন এনে মানুহ! তাৰ বিদ্যা থাকিব পাৰে, পিছে শিক্ষানো ক'ত? এই ৰমেনেই আহিছিল তাইক পৰীক্ষা কৰিবৰ বাবে। পৰীক্ষাত উত্তীৰ্ণ হব পাৰিলে তাইৰ ৰূপ আৰু গুণ মিলাই 'এগ্ৰিগেট'ত পাছ কৰিব পাৰিলেহে সি বিবেচনা কৰিব, ছোৱালী বিয়াৰ উপযুক্ত হয় নে নহয়! কিন্তু পুৰুষে এবাৰো ভাবি নেচায় যে সি নিজে ৰূপে, গুণে, ধনে-মানে, বংশ-মৰ্য্যাদাই কোনোমতে 'এগ্ৰিগেট'ত পাছ, নে ফাৰ্ষ্ট ক্লাছ নাইবা ছেকেণ্ড ক্লাছ ফাৰ্ষ্ট। তাইৰ অন্তৰ এই লজ্জাবিহীন পাণিপ্ৰাৰ্থী ৰমেনৰ ওপৰত বিষম বিদ্ৰোহী হৈ উঠিল। তাইৰ ইচ্ছা হবলৈ ধৰিলে, তালৈ এখন গালি পৰা চিঠি লিখি অলপ প্ৰতিশোধ লয়।

ৰমেনৰ এগৰাকী সম্বন্ধীয়া মাহীয়েকে এই বিয়াখনৰ প্ৰস্তাৱ কৰিছিল। তেওঁ বীণাহঁত থকা একে নগৰতে থাকে। হৰেন্দ্ৰৰ



অনুৰোধত তেঁৱেই এই সম্বন্ধ ঠিক কৰিব ধৰিছিল। বিনাস্বাৰ্থই অকল পৰোপকাৰ প্ৰবৃত্তিৰ পৰবশ হৈ কামত হাত দিছিল মাথোন—যদি এজনী আবিয়ৈ ছোৱালীৰ কিবা এটা গতি কৰিব পাৰে, অথবা হৰেন্দ্ৰনাথক কন্যাদায়ৰপৰা মুক্ত কৰিব পাৰে। পিছে বীণাৰ ব্যৱহাৰ দেখি তেওঁ হতাশ হৈছে। তিৰোতাৰ এনে তেজ—এনে ভেম তেওঁৰ অসহ্য হৈছিল। কিন্তু তেওঁ ৰমেনৰ লাজ নোহোৱা স্বভাৱ দেখি আচৰিত হৈছে এই বুলি যে দেশত ছোৱালীৰ কিবা আকাল লাগিছে নে, যে সি এই বীণাৰ দ্বাৰা অপমানিত হৈও তাইতে মন খাইছে বুলি আকৌ তেওঁক সেই ছোৱালীকে চেষ্টা কৰি চাবৰ বাবে অনুৰোধ কৰিবলৈ ইতস্ততঃ নকৰিলে।

মাহীয়েকে যেনে তেনে এবাৰমান বীণাহঁতৰ ঘৰলৈ গৈ তাইৰ বায়েকৰ আগত কৈছিল—"চোৱা, এতিয়াও সময় আছে। যদি তোমাৰ ভনীয়েৰাক মান্তি কৰিব পাৰা তেনেহলে মই বুজাই-বৰাই জানোচা ৰমেনক মান্তি কৰিবই পাৰোঁ। বীণা তাৰ মনত লাগিছে, পিছে তাইৰ উগ্ৰ স্বভাৱ দেখিহে সি অলপ কোঁচ খাইছে।"

বীণাৰ বায়েকেও পোনে পোনে কথাষাৰ তাইক কৈছিল। কিন্তু ফল হলে একো ধৰা নাই। বীণাই বেসুৰীয়া ঝঙ্কাৰ মাৰি কৈ উঠিল—"কি কোৱা সদায় একেষাৰ কথাকে বাইদেউ? বোধকৰোঁ তুমি ভাবিছা, সন্তানৰ মাক হোৱাৰ বাহিৰে নাৰী জাতিৰ আন কোনো সাৰ্থকতা নাই?" ইয়াৰ ওপৰত বায়েকে আৰু কোনো কথা কোৱা নাই। কব লগীয়া কথা যে একো নাছিল, তেনেও নহয়। পিছে তাইৰো বৰ খং উঠিছিল বীণাৰ ওপৰত; গতিকে তাইৰ এই অহঙ্কাৰৰ পৰিণতি কিমানখিনি তাকে চাবৰ মনেৰে নিমাত হৈ থাকিল।

বীণাই বায়েকৰ মনৰ ভাব বুজিব পাৰি অলপ কোমল হৈ কবলৈ ধৰিলে—"বাইদেউ! মোৰ ওপৰত তুমি খং নকৰিবা। বিয়াৰ যে সুখ কেনেকুৱা, তাৰ উদাহৰণ তুমি নিজেই। তাৰ বাহিৰে অনন্ত নাৰীৰ অনন্ত দুখ হৈছে অকল বিয়াৰপৰা। তাৰ দৃষ্টান্তও সংসাৰত

নিচেই তাকৰ নহয়। সেই কাৰণে মানুহে বিয়াখনকে 'দিল্লীকা লাড্ডু' বুলি কয়—যি বস্তুটোক 'যো খায়া ও ভি পস্তায়া, যো নাহি খায়া ও ভি পস্তানে গিয়া'—খালেও আপচোচ কৰিব লাগে, নাখালেও আপচোচ কৰিব লাগে।"

বীণাৰ মনেখোৱা আৰু ভালপোৱা এটা নতুন কথা নহয়। বহুতৰপৰাই তাই আগেপিছে প্ৰেমৰ আবেদন-নিবেদন পাই আহিছে। হলেও ৰমেনে যেনে ব্যৱহাৰ কৰিছিল—যাৰ কাৰণে তাই কিছুমান অসভ্য ডেকাৰ আগত নিজৰ দেউতাকক সৰু কৰি পেলাইছিল, সেই ৰমেনক তাই একোতে ক্ষমা কৰিব পৰা নাছিল। যদি তাৰ তাইক চাবলৈ আৰু তাইৰ বিদ্যা-বুদ্ধি-জ্ঞানৰ পৰিচয় লবলৈ ইচ্ছা আছিল, তেনেহলে অকলে নাহিল কিয়? অৱশ্যে তাৰপৰা যে বিয়াৰ কিবা সুবিধা হলহেঁতেন তেনে নহয়। তথাপি মানুহে বুজিলেহেঁতেন, তাৰ নিজৰ চকু আছে—তাৰ আপোন বিবেচনাৰে আনৰ বিদ্যা-বুদ্ধিৰ পৰিচয় লবৰ ক্ষমতা আছে। কিন্তু তাকে নকৰি কেইজনমান হাট-বাটৰপৰা বন্ধু টানি আনিছে, সিহঁতৰ চকুৰে আৰু বিবেচনাৰে তিৰোতাৰ ভাল-বেয়া বিচাৰ কৰিবলৈ। তাৰপৰা ইয়াকে প্ৰমাণ নকৰে জানো যে, তাৰ নিজৰ ক্ষমতা সেইবোৰ কামত অকণো নাই? আৰু বিয়া কৰাব খোজে নিজৰ নিমিত্তে নহয়, বন্ধু-বান্ধৱৰ বাবেহে! কাপুৰুষনো কাক বোলে? নিজৰ অভিভাবকৰ বাছনি হলে ভাল নেলাগে, যেন এইবোৰ বন্ধুৱেহে আপোন, ইহঁতেই তাৰ বেছি শুভাকাঙ্ক্ষী।

বীণাৰ খং, বিৰক্তি আদিৰ পাত্ৰক সন্মুখত নেপাই তাই নিজে নিজে জ্বলিবলৈ ধৰিলে। কোনোমতে এবাৰ দেখা হলে কেনেকৈ তাৰ প্ৰতিশোধ লব, তাই তাৰে নানান চিন্তা কৰিবলৈ ধৰিলে। কিন্তু সোনকালে দেখা হবৰ কোনো সম্ভাৱনা নাই দেখি, সেইবোৰ ভাবনা এৰি দি আন কামত মন দিলে।

'লীগ-মেচ' চলিছে। বহুত ঠাইৰপৰা বহু ডেকাই খেলত যোগ দিবলৈ আহিছে। টাউনৰ লৰা-ছোৱালী, ডেকা-গাভৰু, বুঢ়া-বুঢ়ী, মতা-তিৰোতা সকলো খেল চাবলৈ উপস্থিত। আজি 'ফাইনেল' খেল। বীণা আৰু তাইৰ বায়েকো খেল চাবলৈ গৈ নিৰ্দ্দিষ্ট ঠাইত বহিছে।

ৰমেনহঁতৰ দলটো খেলৰ ঠাইত থিয় হোৱাৰ লগে লগে এজন মানুহে চিঞৰি খেলুৱৈৰ নামবিলাক কৈ দৰ্শক-সকলক চিনাই দিব ধৰিলে। বীণাই দেখিলে, ৰমেনে তাইহঁতৰ ফালে চাইছে। অকল ৰমেনেই নহয়, সকলোবিলাক খেলুৱৈয়ে তিৰোতাবিলাকৰ ফালে ঘনে পতি চাইছে। বীণাৰ দৃষ্টি সেইফালে নাই, অকল ৰমেনে কি কৰিছে সেইফালেহে তাই মন দিছে। জানোচা সি তাইক চিনি পায়। তাকে ভাবি বীণাই অলপ গা ঘূৰাই আঁৰ হবলৈ খুজিলে। পিছে তাই প্ৰথম শাৰীতে বহাৰ কাৰণে লুকাবৰ সুবিধা নহল; গতিকে গা ঘূৰাই লোৱাহে হ'ল মাথোন। তাৰ পিছ মুহূৰ্ত্ততে তাইৰ মনৰ দুৰ্ব্বলতা গুচি গ'ল। তেতিয়া তাই মূৰ পোন কৰি গৰ্ব্বিত দৃষ্টিৰে সকলোবিলাক খেলুৱৈৰ ফালে চাই ৰল—তাই ৰমেনক গ্ৰাহ্যকে নকৰে ভালপোৱা দেখুৱাবৰ বাবে। ৰমেনে কিন্তু ঘনে পতি বীণাহঁতৰ ফালে চাবলৈ ধৰিলে। অলপ পিছত এবাৰ ৰমেনে সিহঁতৰ ওচৰেদি যাবৰ সময়ত সেইফালে মুখ কৰি মুখত হাঁহি বিৰিঙাই তুলিলে। তাকে দেখি বীণাই ভাবিলে, তাইৰ ফালে চাই হাঁহিলে। অকস্মাতে তাইৰ মুখতো অলপ হাঁহি ফুটি উঠিল। আন তিৰোতাই কি ভাবিছে ভাবি সোঁফালে আৰু বাঁওফালে মুখ ঘূৰাই চাই বুজিবলৈ বাকী নেথাকিল যে এই হাঁহি তাইৰ ফালে চাই নহয়। কাৰণ তাইৰ বাঁওফালে বহি থকা এজনী গাভৰুৰ মুখতো হাঁহি বিৰিঙি উঠা দেখিবলৈ পালে।

বীণাৰ অন্তৰত হঠাতে ক'ৰবাৰপৰা এটা অজান হিংসা উপজিলহি সেই ছোৱালীজনীৰ ওপৰত। ভাবিলে, এই নিলাজী ডেকেৰীয়ে আঙুলিত ৰুমাল মেৰিয়াই বুজাইছে, ৰমেনক তেনেকৈ প্ৰেম-

জৰীৰে বান্ধিব বুলি। এয়ে নিলাজী তিৰোতাৰ পুৰুষৰ প্ৰতি প্ৰেমৰ ইঙ্গিত। সি যি নহ'ক ৰমেনৰ কাণ্ড দেখি তাইৰ বৰ খং উঠিল। এই চৰিত্ৰহীন ডেকাই বীণাত মন খাইছে বুলি জাননী প্ৰচাৰ কৰিছিল নহয় তাৰ মাহীদেৱেকৰ ইতুৱাই! তাই বৰ অস্বস্তি বোধ কৰিবলৈ ধৰিলে। খেল নিয়মমতে চলিছে। কিন্তু খেলৰ ফালে বীণাৰ দৃষ্টি নাই। হাত চাপৰি চিঞৰবাখৰ চাৰিওফালৰপৰা চলিছে, সেইবোৰলৈ তাইৰ মন নাই। তাইৰ মন খেলৰ পথাৰত অকণো নৰহা হ'ল। পিছে তেতিয়াই উঠি গলে আন আন লগৰীয়া-বিলাকে কিবা ভাবিব পাৰে বুলি ভাবি তাই থমকিল।

হঠাতে ওচৰতে হাত চাপৰি শুনি বীণাই সিফালে মুখ ঘূৰাই চাই দেখিলে, সেই গাভৰুজনীয়ে বৰ উৎসাহেৰে হাত চাপৰি দিছে। তাইৰ অন্তৰত আনন্দই নধৰা হৈছে। তাকে দেখি খেলৰ ফালে চাই বুজিলে, বিপক্ষই মাৰি দিয়া এটা বল ৰমেনে 'হেড' কৰি ক্লিয়াৰ কৰিব পাৰিছে। তাতে এই আনন্দ। ৰমেনেও এবাৰ সিহঁতৰ ফালে চাই মিচিকিয়াই হাঁহি উৎসাহ-অভিবাদন জনালে। বীণাৰ ইচ্ছা হবলৈ ধৰিলে, তাই আঁচুৰি-খামুচি ডেকেৰীজনীৰ চকু-মুখ তেজেৰে ৰাঙলী কৰি দিয়ে আৰু ভগৱানে কৰক, যেন এটা বল আহি ৰমেনৰ মুখত পৰি তাৰ নাক চেপেটা কৰি দিয়ে আৰু···। দৈবাৎ সঁচাকৈয়ে ৰমেনৰ মুখত এটা বল জোৰেৰে আহি লাগিল। চাৰিও-ফালে হুলস্থূল লাগি গ'ল। খেল বন্ধ হ'ল। দৰ্শকবিলাকে তাৰ ওচৰলৈ লৰ মাৰিলে। গাভৰু ছোৱালীজনীও আন কেইগৰাকীমান ছোৱালীৰে সৈতে সেইফালে আগবাঢ়ি যাবলৈ ধৰিলে। ইয়াকে দেখি বীণাৰ ইচ্ছা হ'ল ৰমেনৰ ওচৰলৈ লৰ মাৰি যায়। তাই থিয়ও হৈছিল, কিন্তু আগ বাঢ়িবৰ সাহ নহ'ল। এই সৰ্ব্বনাশ জানোচা তাইৰ ইচ্ছা শক্তিৰ প্ৰভাৱতে হ'ল, কিয় তাইৰ মনলৈ এনে সৰ্ব্বনাশী চিন্তা আহিছিল? কিয় তাই ৰমেনৰ অনিষ্ট চিন্তিছিল? সিতো তাইৰ একো অনিষ্ট কৰা নাছিল? তাইৰ মনত উখলমাখল লাগিল।



আত্মগ্লানি হবলৈ ধৰিলে। কি কৰিব ভাবিছে, এনেতে ৰমেনক আস্পতাললৈ লৈ গ'ল। তাইৰ বৰ ইচ্ছা হবলৈ ধৰিলে—লগে লগে আস্পতাললৈ গৈ তাৰ সেৱা-শুশ্ৰূষা কৰি মনৰ অশান্তি অলপ আঁতৰায়। কিন্তু তাইৰ সাহ নহ'ল। ৰমেনৰ আঘাত কিমান গুৰুতৰ সেই কথা কাকো সুধিবও নোৱাৰিলে। অকল আনৰ কথা-বতৰাপৰা যিখিনি জানিলে তাৰপৰা আঘাতৰ গুৰুত্ব সম্বন্ধে একো বুজিব পৰা নগ'ল। সেই কাৰণে তাৰ প্ৰাণ নাশৰ আশঙ্কা আছে নে নাই সেই কথাৰ কোনো সম্ভেদ নেপাই তাইৰ মন চাটিফুটি কৰিবলৈ ধৰিলে।

বীণাই বায়েকৰ সৈতে পোনে পোনে ঘৰলৈ গ'ল। তাৰ পিছত অকলে তাৰপৰা কাকো একো নোকোৱাকৈ বেগাই আস্পতালৰ বাট ললে। তালৈ গৈ দেখিলে, ঘৰৰ ভিতৰত ডাক্তৰ, কম্পাউণ্ডাৰ আৰু নাৰ্ছ। বাহিৰত বহুত মানুহ থিয় দি ইজনে সিজনৰ লগত কথা পাতি আছে আৰু কেবিনৰ দুৱাৰ মুখতে সেই গাভৰুজনীয়ে বৰ উৎকণ্ঠাৰে ঘৰৰ ভিতৰৰ ফালে চাই আছে।

তাইক দেখি বীণা থিয় হ'ল—এখোজো আগবাঢ়িবৰ ইচ্ছা নগ'ল। যি ব্যগ্ৰতাৰে তাই ইয়ালৈ আহিছিল সেই ব্যগ্ৰতা গুচি আকৌ তাইৰ মনত বিষম হিংসা উপজিল। একমুহূৰ্ত্ততে তাইৰ মনত প্ৰশ্ন হ'ল, কোন এইজনী? ৰমেনৰ ওপৰত তাইৰ ইমান মৰম কি কাৰণে? এইজনী তাইৰ প্ৰতিদ্বন্দ্বিনী হব খোজেনে, নাইবা ৰমেনে তাইৰ আশা এৰিবলৈ বাধ্য হৈ এইজনীৰ প্ৰেমতে মুগ্ধ হৈছে? তাইৰ ইচ্ছা হবলৈ ধৰিলে, সেই নিলাজী ডেকেৰীজনীক গতিয়াই তাৰপৰা আঁতৰাই দিয়ে। পিছ মুহূৰ্ত্ততে তাই অলপ প্ৰকৃতিস্থ হৈ ভাবিলে, "হলেই বাৰু তাইৰ প্ৰেমত ৰমেন মুগ্ধ, তাতেনো কি? চাবলৈ আহিছোঁ চাই যাওঁ।" তেতিয়া তাই লাহে লাহে ৰমেনৰ থকা ঠাই বুলি আগবাঢ়িবলৈ ধৰিলে। দুৱাৰমুখ আহি পোৱা মাত্ৰকে গাভৰুজনীয়ে সুধিলে—"আপুনি ৰমেনদাক চাবলৈ আহিছে নহয়?

অলপ বাট চাওক। এতিয়া কাকো ভিতৰলৈ সোমাব দিয়া নাই ডাক্তৰে।" বীণাই আৰু কি কৰিব, বহিৰতে থিয় হৈ গাভৰুজনীক সুধিলে, ৰমেন কেনে আছে বুলি। তাই বীণাক কলে, "তেনে আশঙ্কাৰ একো কাৰণ নাই। ভগৱানে ৰক্ষা কৰিছে। চকু-মুখত একো লগা নাই। পিছে কপাল আৰু নাকৰ কোনোবা ঠাই কাটি যোৱাত ৰবৰৈ তেজ ওলাইছে।"

খবৰ লোৱাৰ পিছত বীণাই আৰু তাত বেছি পৰ বৈ নেথাকিল। ঘৰলৈ আহি ভাবিবলৈ ধৰিলে—ই কি হ'ল! ৰমেনৰ কাৰণে তাইৰ বুকু পুৰিছে কিয়? কিয় গাভৰুজনীৰ ওপৰত তাইৰ হিংসা হয়? তাইতো বীণাৰ একো অন্যায় কৰা নাই? তেনেহলে তাইক দেখা মাত্ৰকে এনে এটা অশান্তি কি কাৰণে? ৰমেনৰ প্ৰতি তাই নিজে যেতিয়া কোনো আশা নেৰাখে তাৰ প্ৰতি কোনো আকৰ্ষণ নাই; মন খোৱা বুলি জানিও তাৰ বিয়াৰ প্ৰস্তাৱ যেতিয়া অতি ঘৃণাৰে সৈতে প্ৰত্যাখ্যান কৰিছে, তেতিয়া গাভৰুজনী তাৰ প্ৰণয়পাত্ৰীয়ে নহ'ক বা আন যিয়ে ন'হক তাতনো তাইৰ কি?

বীণাই তাইৰ অন্তৰক সুধি কোনো উত্তৰ নেপালে। অৱশেষে পিছে তাইৰ অন্তৰে গাভৰুজনীৰ লগত সন্ধি কৰিব নোৱাৰিলে তাত দেখে অকল 'যুদ্ধং দেহি' ভাব।

ৰমেনৰ সেই নগৰত নিজা মানুহ কোনো নাছিল। সি এটা মেছত জনদিয়েক বন্ধুৰ লগতহে আছিল। বীণাৰ দেউতাকে 'তাক আস্পতালৰপৰা আনি কেইদিনমান নিজৰ ঘৰতে ৰাখিলে—যাতে ছোৱালীহঁতৰ সেৱা-শুশ্ৰূষা পাই সোনকালে সি আৰোগ্য হ'ব পাৰে আৰু এই সুযোগতে বীণাৰ মনো তাৰ প্ৰতি ঢাল খাব পাৰে।

ৰমেন হৰেন্দ্ৰনাথৰ ঘৰলৈ আহিছে। লগতে আহিছিল সেই গাভৰুজনী। তাইৰ নাম মিনতি। মিনতিয়ে বীণাহঁতৰ ঘৰত নেথাকি নিতৌ দুয়োবেলা তাই থকা হোষ্টেলৰপৰা আহি বহু পৰলৈ ৰোগীৰ কাষতে বহি থাকে। সেইখিনি সময় বীণাই বৰ অশান্তি বোধ কৰে



যদিও, ভদ্ৰতাৰ খাতিৰত মুখ খুলি একো নকয়। তাৰ ওপৰত বায়েকে মিনতিৰ লগত এনেভাৱে ঘৰুৱা ব্যৱহাৰ কৰি দেখুৱায় যে তাই বাধ্য হৈ এঘণ্টাৰ ঠাইত দুঘণ্টা কটাই দিয়ে। বীণাৰ পেটে পেটে খং উঠে; কিন্তু কোনেও তৎ ধৰিব নোৱাৰে। তাই ভাবে, মিনতি আৰু ৰমেনৰ ভিতৰত প্ৰণয় আছে। তাই ৰমেনৰ একো নহয়। এতেকে মিনতি আহিলে ভালহে। তথাপি বীণাৰ মনে প্ৰবোধ নেমানে। মিনতি আহিলেই তাই ৰমেনৰ খোটালীৰপৰা ওলাই যায়, বিশেষ কাম নহ'লে নাহে। পিছে মিনতি গুচি যোৱা মাত্ৰকে তাই খোটালীত সোমাই দুগুণ আগ্ৰহেৰে ৰোগীৰ পৰিচৰ্য্যা কৰিবলৈ ধৰে। ৰমেনে দেখি আচৰিত হয়, এনে সেৱাপৰায়ণা ছোৱালীজনীৰ অন্তৰ এনে কঠিন—এনে মৰুভূমিৰ দৰে শুকান! তাত একবিন্দু প্ৰেমৰ বাৰি নাই! যিমানে তাত পানী ঢলা নেযাওক এক নিমিষতে সকলো শুকাই যায়।

ৰমেন ৰোগমুক্ত হৈছে। আজি গধূলি বিদায় লৈ সি থকা মেছলৈ যাব। বীণাৰ অন্তৰখন গধুৰ হৈ আছে। চকুৰ পানী টলমল কৰিছে। ৰমেন আৰু বীণাই ঘৰৰ বাৰাণ্ডাৰ দুখন চকীত বহি অছে। কাৰো মুখত কোনো কথা নাই। ৰমেনে অন্যমনস্কভাৱে কলে—"এতিয়াও মিনতি নাহিল দেখোন?" বীণাই চক্ খাই উঠি ৰমেনৰ মুখৰ ফালে চালে; কিন্তু একো উত্তৰ নিদিলে। আকৌ ৰমেনে কলে—"মিনতিলৈ বতৰা এটা দিলে ভাল আছিল। আৰু বেছি পলম নাই।"

বীণাই লাহেকৈ তাৰপৰা উঠি ভিতৰত সোমাই গ'ল। বায়েকে দেখিলে, তাইৰ চকুত পানী-লেথাৰি লাগি বৈ পৰিছে। তাই ইয়াৰ কাৰণ একো বুজিব নোৱাৰি বীণাক সুধিলে কি হৈছে বুলি। তাই কোনো উত্তৰ নিদি বেগাই গৈ নিজৰ শোৱা খোটালীত সোমাই বিচনাত ঢলি পৰিল।

বায়েকে বাহিৰলৈ ওলাই আহি দেখিলে, ৰমেন বৰ গহীন হৈ চকীত বহি আছে। বীণাৰ কি হ'ল সেই কথা তাই সুধিব খুজিছে,

এনেতে মিনতি ওলাল আহি। তাই ৰমেনক সুধিলে, বিচনা-পত্ৰ আদি সকলো বন্ধা-ছটা হৈছে নে নাই। সি একো নেজানে, বীণাইহে কব পাৰে বুলি উত্তৰ দিলে। মিনতিয়ে দেখিলে, যাত্ৰাৰ নিমিত্তে ৰমেনৰ যি উৎকণ্ঠা হব লাগে সি একো নাই। তথাপি তাই ভিতৰলৈ সোমাই গ'ল বীণাৰ উদ্দেশ্যে আৰু "বীণা! বীণা!" বুলি মাতিবলৈ ধৰিলে। বীণাৰ চকুলো তেতিয়াও বন্ধ হোৱা নাছিল। তাই উত্তৰ দিব খুজিলে; কিন্তু মাত বন্ধ হৈছে, প্ৰথম চেষ্টাত কোনো মাত নোলাল। এনেই চকু মচি মচি বাহিৰলৈ ওলাই আহিল। তাইৰ অৱস্থা দেখি মিনতিৰ বুজিবলৈ বাকী নেথাকিল—বীণাই কান্দিছিল বুলি। মিনতিয়ে ইয়াৰ কাৰণ সুধিলে। বীণাই একো নেমাতি ৰমেনৰ শোৱা খোটালীলৈ গৈ তাৰ কাপোৰ-কানি উলিয়াই মিনতিৰ ফালে দলিয়াই দিবলৈ ধৰিলে। এই কাণ্ড দেখি মিনতি আচৰিত হ'ল। তাই সুধিলে—"কি হৈছে তোমাৰ বীণা?"

"কি আৰু হ'ব? তোমালোক আজি যাবা। যোৱা গুচি যিমান সোনকালে পাৰা।" কথাৰ লগে লগে বীণাই খৰকৈ বস্তুবিলাক দলিয়াবলৈ ধৰিলে।

মিনতিয়ে নুবুজিলে তাই কি জগৰখন লগালে। ভাল কৰি সুধিলে—"মোৰ ওপৰত খং কৰিছা নে ৰমেন ককাইদেউৰ ওপৰত? কি হৈছে কোৱাচোন।"

"খং কাৰো ওপৰত নহয়। তুমি ৰমেনৰ আৰু ৰমেন তোমাৰ। তাৰ মাজত মইনো কোন?"

কথা শুনি মিনতি অবাক হ'ল—"ই কি জাত-কুল যেৱা কথা কৈছা? ৰমেন মোৰ আপোন মোমাইৰ পুতেক ককাইদেউ। তাৰ লগত তুমি মোৰ কি সম্বন্ধ জুৰি দিছা?" কথা শুনি বীণাৰ অন্তৰৰ আন্ধাৰ ভাব গুচিল, লগতে মুখৰ ভাবো সলনি হয়। তাই এটা স্বস্তিৰ নিশ্বাস পেলালে। এনেতে ৰমেন ভিতৰলৈ সোমাই আহিল। মিনতিৰ বাকীখিনি কথা শুনিলে। সি হাঁহি কলে—"বীণা! এইবোৰ কি



কথা! মোক ভালমনে বিদায় দিয়া। তোমালোকক বহুত আমনি দিলো। তোমালোকৰ এই উপকাৰ জীৱনত মই নেপাহৰিম।"

বীণাই এটা হুমুনিয়াহ কাঢ়িলে। অকল এটা মৌখিক কৃতজ্ঞতাৰ বাহিৰে তাইক প্ৰতিদান দিব লগীয়া আন একো নাই নে? মিনতিয়ে বীণাৰ অন্তৰৰ কথা বুজি পাই ৰমেনৰ হাত এখন বীণাৰ হাতত লগ লগাই দিলে।

# মানে নে অপমান

ৰামনাথ আৰু যত্ননাথৰ যিদিনা পিতৃবিয়োগ হয়, সেই দিনা ককায়েক ৰামনাথে চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে—"হে ভগৱান ! আমাৰ অদৃষ্টত কি হ'ল ? পিতা, তুমি অবিহনে কোনে আমাৰ ফালে মুখ তুলি চাব ? আগলৈ আমাৰ আশাভাৰসা সকলো অন্ত পৰিল ।"

ভায়েক যত্ননাথ তেতিয়া ন বছৰীয়া ল'ৰা । নিচেই সৰু নহয় যদিও ভৱিষ্যৎ ভাবিবৰ ক্ষমতা তেতিয়াও তাৰ হোৱা নাই । সকলোকে কন্দা দেখি, বিশেষকৈ মাকক বলিয়া হোৱা যেন দেখি, তেওঁৰ ওচৰত বহি সিও হুৰাওৱাৰে কান্দিবলৈ ধৰিলে ।

ৰামনাথে নিজে লিখাপঢ়া শিকা নাই যদিও যত্ননাথক ভালদৰে লিখাপঢ়া শিকাই চৰকাৰৰ ঘৰত এটা ডাঙৰ চাকৰিত সুমুৱাই দি সিহঁতৰ সাংসাৰিক অৱস্থা ভাল কৰাৰ লগে লগে, নিজৰ মান-সন্মান বঢ়াই দুখীয়া আৰু চহা হোৱাৰ লাজ, দুখ, অপমান গুচোৱাটোৱে আছিল তাৰ মনৰ একান্ত কামনা । পিছে আজি হঠাতে পিতাকৰ পৰলোক প্ৰাপ্তিত সেই সকলো আশা-আকাঙ্ক্ষাৰ বাটত ভেটা পৰাৰ সম্ভাৱনা দেখি সি হতাশ হৈ পৰিল ।

*　　*　　*　　*

শুভ আৰু প্ৰবল ইচ্ছাৰ সহায় ভগৱান । য়ুৰোপ মহাদেশত তৱামৰা ৰণ লাগি গৈছে ; সেইবাবে মৰাপাটৰ বেচ অসম্ভৱ ৰকমে বাঢ়ি যোৱাত কামিলা খেতিয়কৰ আৰ্থিক অৱস্থা টনকিয়াল হৈছে । মাজতে পাইকাৰী আৰু মহাজনবিলাকো খেতিয়কৰ কৃপাত অপৰ্য্যাপ্ত ধন আৰ্জ্জিবলৈ ধৰিলে । ৰামনাথ নিবনুৱা নহয় । খেতিয়কৰ ঘৰৰ ল'ৰা । আন একো নেজানিলেও সি খেতি কৰিব ভালদৰেই জানে । তা[illegible]য় হৈছিল; বাপেক-পুতেকে দুখন হাল বাইছিল—পিতাকৰ



অভাৱত এখন মাথোঁ নাঙলেৰে কোনো ৰকমে পেটৰ ভাতমুঠি মোকোলাব পাৰিব ; কিন্তু ভায়েক যত্ননাথৰ লিখাপঢ়াৰ উপায় কি হব ? পিছে সেই ভয় এতিয়া আঁতৰিছে । চাৰি টকা মূল্যৰ ঠাইত মৰাপাটৰ মোণ এতিয়া চৈধ্য টকা হৈছে । ই আশাতীত ! অকল এয়ে নহয়, পুতেকৰ মঙ্গলৰ কাৰণে স্নেহময়ী মাকৰ হাড়ভগা খাটনি । তেওঁৰ কাম হ'ল, ৰ'দক ৰ'দ নুবলি, বৰষুণলৈ কেৰেপ নকৰি এৰি-পলু পোহা আৰু তাৰে কাপোৰ বৈ বেচা । সেই বাবে যত্ননাথৰ লিখাপঢ়াৰ কোনো অসুবিধাতো নহলেই, বৰং নগৰৰ ছাত্ৰাবাসত গৈ দস্তুৰমতে মধ্যবিত্ত মানুহৰ ল'ৰাৰ দৰে কাপোৰ-কানি পিন্ধি, ধুন মাৰি, অনাহকত বেছি বেছি ধন খৰছ কৰি সি নিজৰ দৰিদ্ৰতা ঢাকি ৰাখিলে । অৱশ্যে সেই নিমিত্তে মাক-ককায়েকৰ যে কষ্ট হোৱা নাছিল তেনে নহয় । পিছে, এই যত্ননাথৰ ওপৰতে সিহঁতৰ আশা-ভাৰসা । তাৰ উপৰিও নগৰৰ স্কুল, ছাত্ৰাবাস আদিত থাকিব লাগিলে আৰু ডাঙৰ মানুহৰ ল'ৰাৰ লগত সমানে চলিব লাগিলে যথাৰ্থতে কিমানখিনি টকাৰ আৱশ্যক, তাৰ সম্ভেদ দিওঁতাৰো অভাৱ আছিল । সেইবাবে যত্ননাথৰ কথাকে মানি লৈ, যেতিয়া যি বস্তুৰ দৰকাৰ, যেতিয়া যিমানখিনি টকাৰ আৱশ্যক, সাধ্যমতে সকলোখিনি যোগাবলৈ যত্ন কৰিছিল—মাক আৰু ককায়েক দুয়ো ।

যত্ননাথে আইন 'পাছ' কৰিলে । লিখাপঢ়া জনা ল'ৰাৰ পৰিণয়ত পলম নহয় । নগৰৰে এগৰাকী উকীলৰ জীয়েকৰে সৈতে তাৰ বিয়াখন হৈ গ'ল । ৰামনাথৰ বিয়া অৱশ্যে তাৰ পিতাক জীয়াই থাকোঁতেই হৈছিল । মাক আৰু ককায়েকে ভাবিলে, তেওঁলোকৰ দুখৰ অৱসান হ'ল । পিছে যত্ননাথৰ বিয়াৰ পিছত বোৱাৰীয়েক আৰু পুতেকক আপোন ঘৰলৈ আনিবলৈ গৈ মাকে প্ৰথম বুজি পালে, শিক্ষিত আৰু অশিক্ষিতৰ মাজত এখন ডাঙৰ বেৰ বৰ্ত্তমান । তাক আঁতৰোৱা বৰ সহজ নহয়, সি আপোন ভায়েক হওক লাগে পেটৰ পুতেকেই হওক ।

যদুনাথে তেওঁলোকক কলে যে বাৰী-ঘৰ ভাল নকৰিলে আৰু চাফ্-চিকোণ নকৰিলে ডাঙৰ মানুহৰ শিক্ষিতা ছোৱালীক অস্বাস্থ্যকৰ গাঁৱৰ ভগা পঁজালৈ লৈ গৈ কিছুমান অশিক্ষিতা চহা তিৰোতাৰ মাজত পেলাই দিব নোৱাৰে।

এই কথা শুনি মাকে অন্তৰত বৰ দুখ পালে। যি ঠাইত যদুনাথৰ জন্ম, যি ঠাইত সি ডাঙৰ-দীঘল নোহোৱালৈকে গাঁৱৰ পাঠশালাতে প্ৰাথমিক শিক্ষা শেষ কৰিছিল, যিবোৰ সম্বন্ধীয়া গাঁৱৰ তিৰোতাৰ লগতে ইমান দিন সি উঠা-বহা কৰিছিল, সাধু কথা শুনিবৰ বাবে যিবোৰ তিৰোতাৰ পাছে পাছে ফুৰিছিল, বিহুৰ দিনা সৰহ পিঠা খাবৰ বাবে যিবোৰৰ ঘৰে ঘৰে ফুৰি নানান সম্বন্ধ পাতি ফুৰিছিল—সেইবোৰ বাৰু একো নহ'লেই ; কিন্তু জন্মদায়িনী জননীও তাৰ একো নহয় নে? নবোৱাৰীৰ শাহুৱেকৰ প্ৰতি কোনো কৰ্ত্তব্য নাই নে? ৰামনাথৰ ঘৈণীয়েক চহাৰ জীয়েক। কোনো স্কুলীয়া শিক্ষা বা বিদ্যা নেথাকিলেও তাই যি শিক্ষা পাইছিল, সেই শিক্ষাই কৰি তুলিছিল তাইক শাহুৱেকৰ লগত ঘৰখন চলাওঁতে পৰিশ্ৰমত অকাতৰা আৰু শাহুৱেক আৰু গিৰিয়েক আদি গুৰুজনৰ সেৱাত সিদ্ধহস্তা। পিছে যদুনাথৰ শিক্ষিতা ঘৈণীয়েকৰ এইবোৰ কি কথা! বোৱাৰীয়েকৰে বা দোষ কি? দোষ সম্পূৰ্ণ যদুনাথৰ আৰু তাৰ শহুৰ-শাহুৱেকৰ অৰ্থাৎ বোৱাৰীয়েকৰ বাপেক-মাকৰ।

গাঁৱৰ তিৰোতাবিলাকে ভাবিছিল, শিক্ষিতা ছোৱালী গাঁৱলৈ আহি সিহঁতকো নানান বিদ্যাৰ আভাস দি উন্নত কৰি তুলিব। যদুনাথ গাঁৱৰ শিক্ষিত ডেকা ; সি মাজে সময়ে গাঁৱলৈ আহি গাঁৱখন উন্নত কৰি তুলিব। চহৰীয়া-নগৰীয়া মানুহৰ লগত ভালদৰে কথা-বতৰা কৰলৈ শিকাব। কনিষ্টবল, পিয়াদা আদিক অনাহক ভয় নকৰিবলৈ শিকাব। নানান দেশী-বিদেশী খেল-ধেমালি আদিত সকলোকে পাৰ্গত কৰি তুলিব। পিছে ক'তা? সি দেখোন নিজৰ গাঁওখনকে বেমাৰ-আজাৰ হয় বুলি আহিব নোখোজে—চিৰপৰিচিত, চিৰআত্মীয় গাঁৱৰ মানুহবিলাকক হোজা-চহা বোলে ; ইনো কি শিক্ষা হ'ল তাৰ!



ৰামনাথে কিন্তু আশা নেৰিলে। ভায়েক নতুন উকীল হৈছে—নতুন বোৱাৰী পাইছে। দুটামান পইচা আৰ্জ্জিবলৈ আৰম্ভ কৰক, তেতিয়া নিজৰ মান-মৰ্য্যদা বজাই ৰাখি, উপযুক্ত যানবাহনেৰে নিশ্চয় সি গাঁৱলৈ অহাযোৱা কৰিব। এতিয়া আহিলে যিমান মৰ্য্যদা বঢ়াবৰ কাৰণে লিখাপঢ়া শিকিছে, সি বৃদ্ধি নহৈ বৰং অসন্মানহে আনিব।

ৰামনাথৰ কৰ্ত্তব্য এতিয়া বহুত বাঢ়ি গ'ল। কাৰণ, আগেয়ে আছিল ভায়েক যদুনাথ অকলশৰীয়া, এতিয়া হ'ল দুজনীয়া। তেতিয়া আছিল ছাত্ৰ, এতিয়া হ'ল উকীল। তাৰ নিজৰো বংশবৃদ্ধি হবলৈ ধৰিলে। কিন্তু বিপদ অকল সেইখিনিয়ে নহয়। আচল বিপদ হ'ল য়ুৰোপীয় মহাযুদ্ধ অন্ত পৰাৰ কেইবছৰমান পিছতে পৃথিবীলৈ এনে দুৰ্দ্দিন আহিল যে মৰাপাটৰ কথা সোধক ছাৰি ধান-চাউলৰ নিচিনা নিত্য আৱশ্যকীয় বস্তুৰ মূল্যও অসম্ভৱ ৰকমে কমি গ'ল। ৰাজ্যময় হাহাকাৰ উঠিল—টকা—টকা। সুবিধা হ'ল অকল চাকৰি কৰা বিষয়াসকলৰহে।

যদুনাথ বিষয়া নহয় অৱশ্যে কিন্তু বাহাল ৰাখিব লাগে বিষয়া সকলৰ দৰে 'বাবুৱানি'। ইফালে ৰোজগাৰ এটা পইচাও নাই। শহুৰেকৰ অৱস্থাও কালৰ সোঁতত তথৈবচ হৈছে। এনে অৱস্থাত জী-জোঁৱাইক এমুঠি ভাত দিব নোৱাৰা নহ'লেও, সিহঁতৰ সকলো বিধৰ বিলাসিতা বজাই ৰাখিবৰ উপযুক্ত ধন ভগন কৰিবলৈ তেওঁ নোৱাৰে। গতিকে যদুনাথে ককায়েক আৰু মাকলৈ ঘনে ঘনে চিঠি লিখিবলৈ ধৰিলে—ধানচাউল, শাকপাচলি, টকা-পইচা যি পাৰে পঠাবৰ কাৰণে। মাক আৰু ককায়েকে প্ৰমাদ গণিলে। ক'ত উকীল ভায়েকে সাহায্য কৰিব, এতিয়া ঘৰৰপৰা বস্তুবাহানি পঠিয়াই দিহে তেওঁক পুহিব লাগিল! টকাপইচা যে ঘৰৰপৰা

পাবৰ কোনো উপায় নাই, সেই কথা বহুতবাৰ যদুনাথক বুজাবলৈ চেষ্টা কৰিও কৃতকাৰ্য্য হব পৰা নাই। তথাপি ভায়েকৰ ওপৰত খং নকৰি ৰামনাথে এভাৰ ভাল জহা চাউল, এযোৰ এৰীয়া কাপোৰ, মুগাৰ কাপোৰৰ থান এটা আৰু বাৰীত হোৱা শাকপাচলি, হাঁহৰ কণী আদি লৈ যদুনাথৰ ঘৰত উপস্থিত হ'লগৈ।

যদুনাথ তেতিয়া তেওঁৰ উকীলখানাত বহি কেইজনমান ধন নিদিয়া মক্কেলৰ লগত বিচাৰকৰিলাকৰ কথা, আইনৰ কথা, ব্যৱসায় বাণিজ্যৰ কথা, নানা সভা-সমিতিৰ কথা পাতি দুৰ্দ্দিনৰ দীঘলীয়া সময় নিয়াইছিল। ভাৰ-ভেটীলৈ ককায়েক গৈ উপস্থিত হোৱা দেখি তেওঁ পেটে পেটে ভাল পালেও বৰ লাজ পাই, বেগাই ওলাই গৈ ৰামনাথক ঘৰৰ ভিতৰলৈ লৈ গ'ল। উকীল ডাঙৰীয়াৰ ককায়েক এজন ভাৰী বা চহা! ই লাজৰ কথা। ঘৰৰ ভিতৰলৈ গৈ পোনেপোনেই ককায়েকক কলে—"এনেভাৰে মোৰ ওচৰলৈ কেতিয়াও নাহিবা। এনেভাৰে কিয়—তুমি মোৰ ওচৰলৈ আহিবৰ কোনো সকামেই নাই। মই লাজ পাওঁ।"

ৰামনাথে দেখিলে—ইমান দিনৰ পিছত দেখা হ'ল, দুষাৰ কথা হ'ব, ঘৰৰ সকলোৰে বিশেষকৈ মাকৰ শাৰীৰিক আৰু মানসিক অৱস্থাৰ কথা সুধিব; সেইবোৰ দূৰত থাওক ভায়েকে ককায়েক অহাত যে বেয়া পাইছে, সেই কথা আষাৰহে ভালকৈ শুনাই দিলে। অকল সেয়ে নহয়, তেওঁক দেখি যদুনাথৰ ঘৈণীয়েকে "এইটো কোন, ক'ৰ পৰা আহিছে" বুলি সোধাত, তাৰ উত্তৰত যদুনাথে যি মৰ্ম্মান্তিক কথা শুনালে, সি সপোনৰো অগোচৰ। যদুনাথে অম্লানবদনে কলে—"আয়ে ঘৰৰগৰা এইবোৰ বস্তু দি পঠাইছে। এইজন আমাৰ ঘৰৰ লগুৱা।"

ৰামনাথে ভায়েকৰ কথা শুনি খঙেবেজাৰে জ্ঞান হেৰুৱালে। সি চিঞৰি কলে—"হে মোৰ ঈশ্বৰ! মই লগুৱা! এই পাষণ্ড ভাইৰ কাৰণেই দিনে-ৰাতি মূৰৰ ঘাম ভৰিত পেলাই, খেতি কৰি



নিজৰ ল'ৰা-ছোৱালীক আধাপেটী ৰাখি টকাপইচা, বস্তুবাহানি সকলো পঠিয়াইছিলো!"

যদুনাথে এইবোৰ কথাৰ একো উত্তৰ দিব নোৱাৰিলে যদিও সত্য প্ৰকাশ হৈ পৰাত তাৰ মুখ শুকাল। ঘৰৰ সকলোৱে আচল কথাটো বুজি পালে। যদুনাথে তলমূৰ কৰিলে। ৰামনাথ তাত বৈ নেথাকি মাল-বস্তুবোৰ তাতে এৰি সেই মুহূৰ্ত্তে তাৰপৰা গুচি গ'ল।

ৰামনাথৰ ইচ্ছা আছিল, ভায়েকৰ লগত সংসাৰৰ সুখ-দুখৰ বহুত কথা পাতিব। আজিকালি যদুনাথ ডাঙৰ মানুহ, সি ডাঙৰ মানুহৰ জীয়ৰী বিয়া কৰাইছে। এনে অৱস্থাত ৰামনাথৰ নহলেও বুঢ়ীৰ দুখ-দুৰ্দ্দশাৰ ফালে অলপ দৃষ্টি দিলে বুঢ়ীয়ে জীৱনৰ শেষকেইটা দিন শান্তিৰে কটাব পাৰে; ৰামনাথেও নিজৰ পৰিশ্ৰম সাৰ্থক হোৱা বুলি ভাবিব আৰু তাৰ নিজৰ ঘৈণীয়েক আৰু ল'ৰা-ছোৱালীৰ অলপমান আৰ্থিক কষ্ট কমিব; কিন্তু হায়! যদুনাথে তাক ককায়েক বুলি স্বীকাৰকে নকৰিলে। ৰামনাথৰ মনৰ কথা মনতে থাকিল। তদুপৰি নিজৰ ভায়েকৰ ঘৰত যিজনৰ কাৰণে আপোন শৰীৰ পাত কৰিবলৈকো এদিনৰ কাৰণেও সি কুণ্ঠাবোধ কৰা নাই, নিজৰ ঘৈণীয়েক বা ল'ৰা-ছোৱালীৰ সুখৰ ফালে ভালকৈ চাব পৰা নাছিল, সেই ভায়েকৰ দ্বাৰা অনাহক অপমানিত হৈ সি ঘৰলৈ উভতিল। পুতেকৰ মুখত বেজাৰৰ চিন দেখি মাকে যদুনাথৰ কিবা অমঙ্গল হৈছে বুলি ভাবি উৎকণ্ঠিত হৈ আথেবেথে প্ৰশ্ন কৰিবলৈ ধৰিলে।

ৰামনাথে মাকৰ প্ৰশ্নত খং কৰি উত্তৰ দিলে—"একো হোৱা নাই। ভালে আছে তোৰ মৰমৰ পুতেৰ।" পিছত তাৰ দুই চকুৰেদি পানী বাগৰি পৰিবলৈ ধৰিলে। কি কাৰণে ইমান মৰমৰ সৰু ভায়েকে লিখা-পঢ়া শিকিও, এনেভাৰে তাক অপমান কৰি বিদায় দি সম্বন্ধ ছিগিছে, সি তাৰ কোনো সমিধান উলিয়াব নোৱাৰিলে। সি কেতিয়াও ভায়েকৰ কোনো ৰকমৰ অহিত কাম সজ্ঞানে কৰিছে

বুলি তাৰ মনত নপৰে। সি এনে কি কৰিলে, যিহৰ কাৰণে আজি এনেদৰে তাক ভায়েকে দেখিব নোৱাৰা হ'ল! কিয় এনেকুৱা হ'ল?

ৰামনাথৰ অৱস্থা দেখি মাকেও কান্দিবলৈ ধৰিলে। কিন্তু প্ৰকৃত ঘটনা কি; তাক হলে বুজিব নোৱাৰিলে আৰু জানোচা ৰামনাথে খং কৰে, সেই ভয়ত ববকৈ প্ৰশ্ন কৰিবৰো ইচ্ছা বা সাহ নকৰিলে। যিয়ে নহ'ক নগৰৰ প্ৰৱাসত পুতেক যে ভালে আছে, সেই খবৰ-খিনিয়ে বৰ্ত্তমানে তেওঁৰ পক্ষে যথেষ্ট ভাবি মনে মনে থাকিল। অন্তৰত কিন্তু তেওঁ পুতেকৰ সৰ্ব্বাঙ্গীন কুশলৰ কাৰণে ভগৱানৰ চৰণত প্ৰাৰ্থনা কৰিবলৈ ধৰিলে।

যদুনাথৰ শহুৰেকে দেখিলে, এই দুঃসময়ত যদি জোঁৱায়েকৰ ঘৰৰপৰা সদায় এইদৰে বস্তুবাহানি আহে, তেনেহলে বহুখিনি দুখ দূৰ হয়। তেওঁ যদুনাথক কলে—"তোমাৰ ঘৰৰ এইবোৰ বস্তু সদায় নপঠাই তোমাৰ ককায়েৰাই তোমাৰ ওপৰত ঘোৰ অবিচাৰ কৰিছে। পিতৃ-সম্পত্তিৰ অধিকাৰী দুয়ো ককাই-ভাই। এনে অৱস্থাত ৰামনাথে অকলে সকলো সম্পত্তি ভোগ কৰে কোন অধিকাৰত? তোমাৰ ন্যায্য প্ৰাপ্য অংশ অৱশ্যে আদায় কৰি লবা। আইন পঢ়িছা, এই বিষয়ে মই তোমাকনো কি বুজাব লাগে? তুমি এতিয়া অকলশৰীয়া নোহোৱা—বিয়া কৰাইছা। সিফালেও তোমাৰ এটা কৰ্ত্তব্য আছে।"

যদুনাথে প্ৰথমতে এই কথাত ববকৈ মন কৰা নাছিল; কিন্তু অভাৱত পৰি লাহে লাহে স্বভাৱ নষ্ট হ'ল। তাৰ উপৰি সকলোৱে দিনেৰাতিয়ে দিয়া সদুপদেশৰ ফলত পিতৃসম্পত্তি ভগাই ললে। পিছে সম্পত্তিৰ ভাগত মাটি পালেই নহয়, খেতি কৰিব লাগে। গাঁৱৰে এজন মানুহক ভাগৰীয়া কাৰ ললে। লাভ এয়ে হ'ল যে যদুনাথৰতো একো সুবিধা নহলেই, ৰামনাথে কোনোমতে পেটে-ভাতে পোহপাল দৈ আছিল, তাকো বিপদত পেলালে। মাকে



কান্দিলে। ৰামনাথে ৰামায়ণৰ ৰাম-লক্ষ্মণ আৰু ভৰতৰ আখ্যান বা উপাখ্যানৰ কথা মনে মনে তুলনা কৰি হুমুনিয়াহ পেলাবলৈ ধৰিলে। অৱশেষত ৰামনাথে মাকৰ লগত পৰামৰ্শ কৰি ঠিক কৰিলে, মাকে গৈ যদুনাথক বুজাই-বৰাই কোনোমতে যদুনাথৰ ভাগৰ মাটিখিনি ৰামনাথকে ভাগৰীয়া বন্দোবস্তত দিয়াৰ চেষ্টা কৰিব। যদি সি নুশুনে, তেনেহলে মাকক ভাতকাপোৰ দিবলৈ দাবী কৰিব।

মাক আহি নগৰত উপস্থিত হ'ল। যদুনাথে তেওঁৰ নিজৰ ঘৰত মাকক ঠাই দিব পৰা নাই। কাৰণ তেওঁ অশিক্ষিতা গাঁৱলীয়া বুঢ়ী। তদুপৰি যদুনাথে বেলেগ অফিছ ঘৰ কৰি ললেও শহুৰেকৰ ঘৰত থাকে। এতেকে অশিক্ষিতা মাকক ঘৰত ঠাই দিয়ে কোন লাজত? সেই বাবে যদুনাথহঁতৰ গাঁৱৰ এগৰাকী কটনা কাটি খোৱা মানুহৰ ঘৰতে তেওঁক ঠাই কৰি দিলে। সেই মানুহজনৰ বাহাতো বেছি ঠাই নাই। এজনা পেন্‌ছন্ পোৱা পেস্কাৰৰ ছাগলী থোৱা ঘৰটোকে অলপ চাফ্‌ চিকোণ কৰি লৈ তেওঁ বাহ কৰি আছিল। তথাপি গাঁৱৰে মানুহ দেখি তাতেই কোনোমতে যদুনাথৰ মাকক ঠাই দিলে। লগতে যদুনাথে মানুহজনক বিশেষভাৱে কলে—বুঢ়ী যে তাৰ মাক, সেই কথা যেন কেনেও গম নেপায়।

ইফালৰ বন্দোবস্ত ঠিক হ'ল অৱশ্যে; পিছে মাকে বহু চেষ্টা কৰিও পুতেক যদুনাথৰ লগত দুনাই দেখা কৰিব নোৱাৰিলে। অৱশেষত কোনোবা এগৰাকী ভাল মানুহৰ পৰামৰ্শমতে বুঢ়ীয়ে বাৰ-লাইব্ৰেৰীত গৈ উপস্থিত হ'ল।

তেওঁক দেখি যদুনাথৰ মুখ শুকাই গ'ল। কি কৰিব নকৰিব ভাবি ঠিক কৰাৰ আগতে বুঢ়ীয়ে পুতেকক মাত লগালে—"বোপা, কেনে আছ? পিঠা ভাজি আনিছিলো তোৰ আৰু বোৱাৰীৰ কাৰণে। পিঠাবোৰ বেয়া হৈ যাবলৈ ধৰিছে। আৰু এই সান্দহৰ টোপোলাটো।" টোপোলাৰপৰা মুখ খুলি তাই দেখিলে, যদুনাথ তেতিয়া তাত নাই।

বুঢ়ীৰ কথা শেষ হবলৈ নৌ পাওঁতেই যদুনাথৰ হুঁচ হ'ল। তাৰ পৰা উঠি তেওঁ নিমিষতে মাকৰ চকুৰ আতঁৰ হ'ল। বঢ়ীয়ে গম ধৰিবকে নোৱাৰিলে—কোনপিনেদি যদুনাথ ওলাই গ'ল। কাৰণ তেতিয়া তাই পুতেক আৰু বোৱাৰীয়েকৰ কাৰণে কষ্ট কৰি অনা পিঠাৰ টোপোলা খুলি দেখুৱাবলৈ চেষ্টা কৰিছিল। মুখৰ আগত পুতেকক নেদেখি বুঢ়ীয়ে চিঞৰি চিঞৰি মাতিবলৈ ধৰিলে—"বোপা ঐ—যদু—অ—মোৰ বাপ! কলৈ গলি অ' তই যদু?"

নতুন চিকাৰ ওলাইছে ভাবি কেইজনমান নতুন উকীল আগবাঢ়ি আহি সুধিবলৈ ধৰিলে—"হেৰা বুঢ়ী! কাক বিচাৰিছা? কোন উকীল ধৰিছা?"

"নহয় দেউতা! উকীল ধৰা নাই। মই যদুক বিচাৰিছোঁ।"

"যদু! কোন যদু?"

"এ মোৰে সৰু পো।"

"সি আকৌ কোন?"

বুঢ়ী বৰ মস্কিলত পৰিল—কেনেকৈনো বুজাব এতিয়া, কোন তাইৰ সৰু পুতেক যদু। তাই তাত বৈ নেথাকি—"বোপা যদু কলৈ গলি ঐ বাছা মোৰ?" বুলি চিঞৰি চিঞৰি ইফালে সিফালে ঘূৰিবলৈ ধৰিলে। কাছাৰীৰ বহু মানুহৰ দৃষ্টি তাইৰ ওপৰত পৰিল। প্ৰথমতে যদুনাথৰ লগত কথা পাতিবৰ সময়ত এগৰাকী উকীলৰ মহৰীয়ে যদুনাথৰ আগত থিয় দি তাইক কথা পাতি থকা দেখিছিল। তেওঁ কলে—"বুঢ়ী! আমাৰ যদুনাথ বৰা উকীলক বিচাৰিছা নেকি?"

বুঢ়ীয়ে কুল পোৱাৰ দৰে কলে—"এৰা বোপা! সিয়ে মোৰ সৰু পো। কলৈনো গ'ল সি?"

মহৰীয়ে যদুনাথক সৰু হাকিমৰ আদালতত সোমোৱা দেখিছিল। কলে—"যদুনাথ বাবু সৌটো ঘৰৰ সৌ খোটালীত আছে। দুৱাৰ মুখতে থিয় দি থাকাগৈ। ওলাবৰ সময়ত লগ পাবা।"



বুঢ়ীয়ে লৰালৰিকৈ তালৈ গৈ বহু পৰ বাট চাই থাকিল; কিন্তু যদুনাথ নোলোৱা দেখি "যদু যদু" বুলি চিঞৰি মাতিবলৈ ধৰিলে।

আদালতৰ দুৱাৰমুখতে পিয়াদা থিয় হৈ আছিল। সি "হেইও চুপ ৰহো, চুপ ৰহো" বুলি ধমকনি দিলে। পিয়াদাৰ ধমক খাই বুঢ়ী ভয়ত তত নাইকিয়া হ'ল যদিও পিয়াদাই তাৰ কৰ্ত্তব্যলৈ হেলা নকৰিলে। বুঢ়ীক এটা গতা মাৰি পেলাই দিলে। সকলোৰে চকু সেইপিনে পৰিল। কোৱা বাহুল্য যদুনাথেও দেখি চিনি পালে; কিন্তু একো নামাতিলে। বুঢ়ীৰ চকুৰ দৃষ্টি-শক্তি ইমান নাছিল যে বাহিৰৰ পোহৰৰপৰা ঘৰৰ ভিতৰৰ মানুহক চিনি পায়, বিশেষকৈ বহুত মানুহৰ লগত মিলি বহি থকা অৱস্থাত। সি যিয়ে নহ'ক, বহুত মানুহ তাত আহি উপস্থিত হ'ল! কথা কি? কি কাৰণে বুঢ়ীয়ে তাত গোলমাল কৰিছিল জানিবৰ কাৰণে উৎসুক হৈ কোনোৱাই বুঢ়ীক, কোনোৱাই পিয়াদাক কথা সুধিবলৈ ধৰিলে।

ঠিক এনে সময়তে 'বৰচাহাব—বৰচাহাব' বুলি মানুহবিলাক তাৰ পৰা আঁতৰিবলৈ ধৰিলে। সকলোৱে দেখিলে, ডেপুটী কমিছনাৰ চাহাব আহি আদালতত উপস্থিত। সৰু হাকিমৰ আদালতৰ দুৱাৰ-মুখত মানুহৰ মাজত এগৰাকী বুঢ়ীক মাটিৰপৰা উঠা দেখি, ঘটনাটো নো কি জানিবৰ কাৰণে তেওঁ আগবাঢ়ি গৈ সুধিলে। আদালতৰ দুৱাৰমুখত গোলমাল কৰাৰ কাৰণে পিয়াদাই ঠেলা মাৰি দিয়াত বুঢ়ী বাগৰি পৰি গৈছে বুলি শুনি, ঘটনাটো কি ভালকৈ জানিবৰ কাৰণে বুঢ়ীক তেওঁৰ আদালতলৈ লৈ যাবলৈ হুকুম দি নিজে এজলাছত বহিলগৈ।

বুঢ়ীয়ে পিয়াদাৰ গঁতা খোৱাৰ পিছত চাহাবক দেখি, বিশেষকৈ তাইক এজলাছলৈ লৈ যাবলৈ কোৱা শুনি ভয়ত কঁপিবলৈ ধৰিলে—জানোচা ফাটেক নাইবা ফাঁচি হয়; কিন্তু উপায় নাই। পিয়াদাই তাইক হাতত ধৰি লৈ গ'ল। যদুনাথে বুঢ়ীক আঁতৰি যোৱা দেখি সেই দিনাৰ কাৰণে বিপদমুক্ত হ'ল ভাবি স্বস্তিৰ নিশ্বাস পেলালে।

ভগৱানৰ কৃপাত মান ৰক্ষা পৰিল ভাবি সৰ্ব্বনিয়ন্তাৰ প্ৰতি সি মনে মনে কৃতজ্ঞতা প্ৰকাশ কৰিবলৈ ধৰিলে। পিছে যদুনাথ বৰা উকীল মূৰ্খ নহয়; লিখাপঢ়া জানে, তাৰ বিবেকো সমূলি লোপ পোৱা নাই। সি বহি বহি ভাবিবলৈ ধৰিলে, "এনেভাৱে মান ৰক্ষা কৰিবলৈ গৈ মান হেৰুৱা হৈছে নে কিবা লাভ হৈছে? কাউৰীয়ে যেনেদৰে বস্তু লুকাই থৈ চকু মুদি ভাৱে কোনেও দেখা নাই বুলি, তেনেদৰে মই পলাই ফুৰিলে জানো আইক মানুহে চিনি নেপাব? বৰং নজনা মানুহেও জানিব যে সামান্য পিয়াদাৰ খুন্দা খোৱা বুঢ়াজনীয়ে মোৰ গৰ্ভধাৰিণী। উচিত আছিল বাহাতে কথা হৈ মনে মনে তেওঁক বিদায় দিয়াটো।"

ধৰ্ম্মৰ ঢোল আপুনি বাজে। যেতিয়া যদুনাথ আদালতৰ ভিতৰত বহিও মোকৰ্দ্দমাৰ ফালে লক্ষ্য নকৰি আনমনে নিজৰ কৃত্ৰিম মান-মৰ্য্যাদাৰ কথা ভাবি আছিল, সেই সময়ত আহি বৰচাহাবৰ আদালতৰ পিয়াদাই মাতিলে। যদুনাথে ডেপুটী কমিছনাৰৰ কোৰ্টত সোমাই দেখিলে তাৰ মাক ফৰিয়াদী থিয় হোৱা ঠাইত।

ডেপুটী কমিছনাৰে বুঢ়ীৰ মুখে সকলো কথা জানিব পাৰি যদুনাথক মাতি আপোচেৰে মাহিলি পাঁচ টকাকৈ যদুৰপৰা বুঢ়ীৰ খোৰাকী বাবদ ধৰি দিবলৈ বুলি সুধিলে—"এইজনী তোমাৰ মাৰা হয় নে?"

যদুনাথ বৰ মস্কিলত পৰিল। আকৌ দুৰ্ব্বলতা আহি তাৰ হৃদয় অধিকাৰ কৰি পেলালে। স্বীকাৰ কৰিব নে নকৰিব দোমোজাত পৰি অবশেষত তেওঁ কলে—"হয় হুজুৰ!"

ঠিক সেই সময়তে যদুনাথৰ শহুৰেক আহি আদালতত উপস্থিত হ'ল। চাহাবে আকৌ সুধিলে, "এই পাগলীজনী আদালতলৈ ক'ৰ পৰা কি নিমিত্তে আহিল?"

যদুনাথে অকুল সমুদ্ৰৰ মাজত কূল পোৱাদি কলে,—"মোৰ আই পাগলী হুজুৰ!—নিধাতু পাগলী।"



বৰচাহাবে কলে, "পাগলী হ'ক লাগে ছাগলী হ'ক, তাইক মাহিলি পাঁচ টকাকৈ ৰূপ খোৰাকীৰ কাৰণে তুমি দিব লাগিব।"

যদুনাথে চক্ খাই উঠিল! মাহেকত পঁচিশ টকামান ৰূপ সকলো মাহতে ৰোজগাৰেই নহয়; এনে অৱস্থাত পাঁচ টকা দিয়ে কেনেকৈ? যি নহ'ক সি ভাবিবলৈ ধৰিলে, আন কোনো যুক্তি বিচাৰি উলিয়াব নোৱাৰি নে যি কথা কৈ ইয়াৰ প্ৰতিবাদ কৰিব পাৰে। জোঁৱায়েকৰ মনৰ অৱস্থা বুজিব পাৰি শহুৰেকে কলে,—"হুজুৰ! এই পাগলীয়ে আজি ইয়াত কাইলৈ তাত এনেকৈ ঘূৰি ফুৰে। টকা-পইচা কাৰ হাতত কেনেকৈ দিব?"

বুঢ়ীয়ে কবলৈ ধৰিলে,—"নহয় দেউতা! মই পাগলী নহওঁ। এই ৰাক্ষসটোৱে মোৰ এনে হেন ভাল বুদ্ধি থকা পোজনক পগলা কৰিছে।" চৰকাৰী উকীলে থিয় হৈ কলে,—"হুজুৰ ই আপোচৰ কথা যেতিয়া প্ৰথম অৱস্থাত যদুনাথ বৰাক কৈ দিয়া হ'ক, তেওঁ মাকক ঘৰলৈ লৈ গৈ আপোচতে এটা কিবা বন্দোবস্ত কৰক নাইবা নিজৰ ঘৰতে থাকিবলৈ ঠাই দিয়ক। আগলৈ যদি আকৌ তেওঁৰ নামে নালিচ হয় নাইবা মাকৰ প্ৰতি দুৰ্ব্ব্যৱহাৰৰ কথা জনা যায়, তেতিয়া হুজুৰৰ বিচাৰমতে যি হুকুম হয়, তাকে মানিবলৈ তেওঁ বাধ্য থাকিব।"

আদালতৰ গোলমাল এইখিনিতে বন্ধ হ'ল। যি নাক-কাণ বচাবৰ বাবে মাকৰ লগত এনে দুৰ্ব্ব্যৱহাৰ কৰিছিল, সেই নাক-কাণেই কটা গ'ল। যদুনাথে মানুহৰ আগত মুখ উলিয়াব নোৱাৰা হ'ল। শহুৰেকে জোঁৱায়েকৰ মনৰ ইমানখিনি দুৰ্ব্বলতা দেখি ভৎসনা আৰু সান্ত্বনাৰ মিহলি সুৰত কলে,—"তোমাৰ এনে তিৰোতা-স্বভাৱ কিয়? তোমাৰ লাজৰ কি কাৰণ হৈছে? জন্ম তোমাক যিয়ে নিদিয়ক, আইনমতে মইহে তোমাৰ পিতাৰা আৰু তোমাৰ শাহুৱেৰাহে আচল মাতৃ। ল'ৰা পোষ্য ললে কেনে হয় নেজানা নে? জন্মদাতা বা জন্মদাত্ৰীৰ কি অধিকাৰ থাকে? আইনে যিজনাক দিব, সেইজনাহে

প্ৰকৃত অধিকাৰী। তোমাৰ আইন পঢ়াৰ সাৰ্থকতা ক'ত? আইনৰ মৰ্ম্মক আওহেলা কৰিছা? 'মাদাৰ' আৰু 'মাদাৰ ইন ল'ৰ অধিকাৰৰ তাৰতম্য নুবুজা?"

যদুনাথৰ অন্তৰত বিবেকৰ দংশন বহুত পৰিমাণে কমিল। কোৱা বাহুল্য, শহুৰেকৰ উপদেশমতে যদুনাথে মাকৰ হাতত দুটকা ৰূপ দি বিদায় কৰি দিলে।

কিন্তু শহুৰেকৰ এটা উপদেশত তাৰ মাকৰ কথা অনবৰত মনত পৰিবলৈ ধৰিলে; বুঢ়ীৰ হাতত নিশ্চয় কিছু টকা জমা আছে। ইমান দিনে মৰাপাট বেচা টকা তাইৰ হাতত নেথাকি নোৱাৰে। যিখিনি টকা যদুনাথৰ বাপেকে আৰ্জ্জিছিল; সেই সকলোখিনি টকা তাইৰ হাতত দিছিল। বৰ্ত্তমান ৰামনাথেও এতিয়া যি আৰ্জ্জিছে সকলোখিনি মাকৰ হাততে দিছে। এনে অৱস্থাত বুঢ়ীৰ হাতত টকা নেথাকি নোৱাৰে। বুঢ়ীয়ে যদি ৰামনাথৰ আশ্ৰয়তে জীৱনৰ শেষ দিনলৈকে কটায়, তেনেহলে সাঁচি থোৱা টকাবোৰ তাকেই দি যাব, ই ধ্ৰুপ। সেই বাবে যেনে তেনে বুঢ়ীক হাত কৰাৰ আৱশ্যক। পিছে বুঢ়ীৰ লগত পুতেকে যেনে ব্যৱহাৰ কৰি আহিছে, সেই অৱস্থাত বিশ্বাস নহয় যে তাই আকৌ কেতিয়াবা যদুনাথৰ বাধ্য হ'ব।

এইবোৰ ভাবচিন্তাৰপৰা যদুনাথৰ চকুত টোপনি নহা হৈছে। সি দিঠকতে সপোন দেখিবলৈ ধৰিলে, ৰামনাথৰ হাতত মাকে কলহৰ ওপৰত কলহকৈ টকা ঝন্-ঝন্ কৰি ঢালি দিছে! ক্ৰমাৎ তাৰ মাক আৰু ককায়েক ৰামনাথৰ ওপৰত ক্ৰোধ সঞ্চিত হবলৈ ধৰিলে। কিন্তু উপায় কি? টকা গ'ল সকলোখিনি আনৰ হাতলৈ। পিতৃ সম্পত্তি! তাৰ নিজৰ প্ৰাপ্যভাগ আনে পাব কোন অধিকাৰত?

যদুনাথে শহুৰেকৰ পৰামৰ্শমতে নিজৰ গাঁৱলৈ গৈ পিতৃভেটিত উপস্থিত হ'ল। ককায়েক আৰু মাকে ইমান দিনৰ পিছত যদুনাথক উভতি অহা দেখি অপমানিত, লাঞ্ছিত হোৱাৰ খং বেজাৰ সকলো মুহূৰ্ত্ততে পাহৰি গ'ল। আদৰ কৰি তাক ক'ত বহিব দিব, কি বুলি



সম্বোধন কৰিব ইত্যাদি লৈ বৰ ব্যস্ত হৈ উঠিল। বহুদিনৰ বহু পুৰণি কথা যদুনাথৰ মনত পৰিবলৈ ধৰিলে; কিন্তু স্বাৰ্থৰ আগত সকলো অসাৰ। সি পলম নকৰি তেতিয়াই মাকক মাতি কলে,—"আই, পিতাৰ দিনৰ কিমান টকা তোমাৰ হাতত আছে?"

মাকে প্ৰশ্ন শুনি যেন আকাশৰপৰা খহি পৰিল। পিছত যদুনাথৰ মুখৰ ফালে চাই উত্তৰ দিলে, "টকা যিখিনি আছিল তোৰ লিখাপঢ়াতে শেষ হৈছে। এতিয়া আৰু ক'ত পাম টকা? যি খেতি হয়, তাৰে ঘৰৰ সকলোটিৰে খাবলৈ নাটে। মই ভাবিছিলো, তই উকীল হৈ আমাক বহু টকা দিবি। পিছে ক'ত?"

যদুনাথে খং কৰি কলে,—"সেইবোৰ কথা এৰি দিয়া। মই সেইবোৰ কথা শুনিবলৈ অহা নাই। পিতাই অৰ্জ্জা টকাত মোৰো ভাগ আছে। ইমান দিন ককাইদেৱে তেওঁৰ ঘৈণীয়েক, লৰাছোৱালীক খুৱাইছে। এতিয়া যিখিনি আছে মোক মানে মানে উলিয়াই দিয়া। মোৰো ঘৈণীৰ পুত্ৰ সন্তাৱনা। জন্ম হলে সি তোমাৰ নাতি নহ'ব জানো? তালৈকো তুমি ভবা উচিত।"

যি পুতেকৰ ওপৰত বুঢ়ী যে আশা পালি আছিল, সেই পুতেকে যিমান দূৰ সম্ভৱ লাঞ্ছনা দিছে। তাৰ উপৰি ইমান দিনৰ পিছত ঘৰলৈ আহি অসম্ভৱ কথা কবলৈ ধৰিছে। ঘৰৰ অৱস্থা দেখি-শুনিও তেওঁক বিশ্বাস নকৰে দেখি বুঢ়ীয়ে দুখ-বেজাৰে কান্দি পেলালে। তাকে দেখি যদুনাথৰ সন্দেহ বাঢ়িহে গ'ল; টকা নিশ্চয় আছে—দিবৰ ভয়ত এইবোৰ ভাও জুৰি ফাঁকি-কান্দোন কান্দিছে।

"তেনেহলে মোৰ দোষ নাই" বুলি যদুনাথে চোতালতে পৰি থকা কোৰ এখনি লৈ মাক থকা ঘৰৰ মজিয়া, চাঙৰ তল আদি সন্দেহজনক ঠাইবিলাক খান্দি চাবলৈ ধৰিলে। তাৰ কাণ্ড দেখি গাঁৱৰ সকলোবিলাক মানুহ যদুনাথৰ ওপৰত বিৰক্ত হ'ল। কিন্তু সি এৰিবৰ পাত্ৰ নহয়। পিছে সকলো বিফল হ'ল। ক'তো একো নেপালে।

তাৰ ইচ্ছা হৈছিল-ৰামনাথ থকা ঘৰৰো মজিয়াখনো খান্দি চায়। কিন্তু সাহ নহল ; জানোচা আদালতত গোচৰ কৰে।

* * * *

নিয়তিৰ ওপৰত কাৰো বিদ্যাবুদ্ধি নেখাটে। সেই দিনা বৰ গৰম আছিল। যত্ননাথে কাছাৰীৰপৰা ঘৰলৈ উভতি গৈ এগিলাছ চেঁচা পানী খাবলৈ খুজিলে। ঘৈণীয়েকে পানী আনি দিলে। পানী খাই গিলাচটো ঘৈণীয়েকৰ হাতত দিব খোজোঁতে হাতৰপৰা গিলাচটো পকা মাটিত পৰি ভাগি গ'ল। লগে লগে যত্ননাথৰ হাত-ভৰি ভীষণভাৱে কঁপিবলৈ ধৰিলে। ঘৈণীয়েকে কোনো ৰকমে তাক নি বিচনাত শুৱাই দিলেগৈ। যথা সময়ত শাহুৱেক শহুৰেক আদি সকলো আহিল। ডাক্তৰ-কবিৰাজৰ দ্বাৰা চিকিৎসা চলিল। কিন্তু একোতে একো ফল নহ'ল। যত্ননাথে খোজ কাঢ়িবই নোৱাৰা হ'ল। মাতিলেও কোনেও বুজিব নোৱাৰে, আনে ভাত খুৱাই দিলেহে খাব পাৰে ; শৌচো কৰাই দিব লাগে আনে।

যথা সময়ত তাৰ এজনী ছোৱালীৰ জন্ম হ'ল, পিছে কেচুৱাটোৰ মুখখন হ'ল কিম্ভূতকিমাকাৰ! মূৰত চুলি নাই, গাটো মাংসপিণ্ড যেন। কোৱা বাহুল্য, সন্তানটি মৰা। কোনোমতে যে ঘৈণীয়েকৰ প্ৰাণ ৰক্ষা পৰিছে, এয়ে বহুত।

যত্ননাথ চাৰি বছৰৰপৰা পাটীতে পৰি আছে। ঘৈণীয়েকে প্ৰাণপণ যত্ন কৰিছে। চিকিৎসাত কোনো ত্ৰুটী হোৱা নাই। ডাক্তৰ গ'ল। কবিৰাজ আহিল। কবিৰাজো গ'ল—হোমিওপেথি আহিল। সিও গ'ল ; অৱশেষত সাধু-সন্ন্যাসীৰ চিকিৎসা চলিবলৈ ধৰিলে। অৱস্থা কিন্তু সেই একেদৰেই থাকিল।

দুখৰ দিন যেতিয়া আহে তেতিয়া ভালকৈয়ে আহে। যত্নাথৰ সেৱাময়ী ঘৈণীয়েকে হঠাতে নিউমোনিয়া ৰোগত আক্ৰান্ত হৈ ইহলোক এৰিলে। ঘৰৰ সকলোৰে শোকৰ বেগ নৌ কমোতেই এদিন শহুৰেকে জোঁৱাইয়েকক কলে, "বোপা যত্নাথ, ইমান দিনে মোৰ



আইজনীয়ে তোমাক যতন কৰিছিল। তাই আমাক এৰি স্বৰ্গবাসিনী হ'ল। এতিয়ানো তোমাক কোনে চাব? এতিয়া তোমাৰ নিজৰ উপায় নিজে কৰা।"

ঘৈণীয়েকৰ মৃত্যু হোৱা দেখি যত্নাথে ভাবিছিল, তাৰ কপাল পুৰিল ; কিন্তু ইমান সোনকালে শহুৰেকে তাক ঘৰৰপৰা খেদিব বুলি সি ভাবিব পৰা নাছিল। অসহায় যত্নাথে শহুৰেকৰ আগত কাকুতি-মিনতি কৰি কবলৈ ধৰিলে—"দেউতা! মইনো কলৈ যাম? মোৰ কোনেও একো কৰিব নেলাগে। লগুৱা লৰাটোৱে মোৰ সকলো কাম কৰিব।"

শাহুৱেকক ধৰিলতো কলে—"মইনো কি কম? তিৰোতা মানুহ, তেওঁৰ ওপৰত মোৰ জানো কোনো কৰা চলে?" আচলতে তেওঁৰ কথাতেহে গিৰিয়েকে উঠাবহা কৰে। মুঠতে শহুৰেক বা শাহুৱেকে সেই কথা নুশুনিলে। শহুৰেকে ৰামনাথক খবৰ দি পঠিয়ালে—যত্নাথক ঘৰলৈ লৈ যাব লাগে বুলি। যত্নাথৰ শহুৰেকৰ পৰা খবৰ পাই ৰামনাথে পলম নকৰি ভায়েকক আপোন ঘৰলৈ লৈ গ'লহি। নগৰৰ ভাওনা শেষ কৰি যত্নাথে গাঁও বুলি ৰাওনা হবৰ সময়ত শহুৰেকে আশা দি কলে—"ভয় নকৰিবা। খোৱা খৰচ আৰু চিকিৎসাৰ খৰচ মই পঠাই দি থাকিম।"

যত্নাথে সেই কথা শুনি আনফালে মুখ ঘূৰালে।

# মৈদাম অনুসন্ধানত

প্ৰবল সোঁতৰ মাজে মাজে উঠা প্ৰকাণ্ড ঢৌৰ ভীষণ গাজনিয়ে৷ লুইতৰ বুকুত নাও বাই যোৱা মানুহৰ মনত ত্ৰাসৰ সঞ্চাৰ কৰিছে। ক্ৰমাৎ বাঢ়ি অহা নৈৰ পানী ডেকা-গাভৰুৰ যৌৱনৰ ধলৰ নিচিনাকৈ চাওঁতে চাওঁতে দুই পাৰ বুৰাই দি আপোন মইমতালিত সাগৰৰ ফালে লৰি গৈছে। অজস্ৰ নল-খাগৰি, অসংখ্য সৰল, শিমলু আদি মৰা কাঠ, পানীমেটেকা দেশ-দেশান্তৰলৈ উটি গৈছে। দাঁতিত থকা তৎপৰ পৰিশ্ৰমী মানুহবিলাকে ওবে বছৰৰ খৰিৰ কাৰণে মহাবিপদ মূৰত লৈ নাওৰে গৈ উটি যোৱা কাঠবোৰ ধৰি আনি পিছত থুপুৰি কৰিছে। নিষ্কৰ্ম্মা কিছুমানে সেইবোৰ কাঠ ধৰা ৰংমনে চাই আছে আৰু কিছুমানৰ আকৌ ডাঙৰ কাঠ ধৰি অনা দেখি মনে মনে হিংসা হৈছে। কিছুমান তিৰোতায়ো পাৰত থিয় দি খৰি ধৰা চাইছে। তাৰে ভিতৰত আছিল এগৰাকী গাভৰু, নাম ৰূপহী আৰু তাইৰে লগৰীয়া বগী আদ্‌বয়সীয়া তিৰোতা এজনী।

পাৰঘাটৰ ওচৰত এখন এখন কৰি নেপালী গুৱালৰ নাওবোৰ উজাই আপোন আপোন খুটিলৈ যাবৰ দিহা কৰিছে। এনেতে গাভৰুৰ কথামতে বগীয়ে গৈ নেপালী গুৱালবিলাকক সুধিবলৈ ধৰিলে—তাইহঁতক কুৰুৱালৈ লৈ যাব পাৰে নে নোৱাৰে। কোনেও মান্তি হব নোখোজে। এজন গুৰ্খালীয়ে লৈ যাব পাৰিব বুলি কৈছিল যদিও ৰূপহীৰ সাহ নহ'ল সিহঁতৰ লগত যাবলৈ। ইফালে তাইহঁত যিজন মানুহৰ ঘৰলৈ আহিছিল সিহঁতৰ ঘৰো ওচৰত নহয়, সোণাপুৰত—গুৱাহাটীৰ বেলেৰে বা মটৰ বাছেৰে তালৈ যাব লাগে। তালৈ উভতি গলে আকৌ এদিনৰ পিছতহে জাহাজ পোৱা যাব। সিও আকৌ ঠিক সময়ত আহি নেপালে জাহাজ ধৰিব নোৱাৰি



আজিৰ দশায়ে হোৱাৰ সম্ভাৱনা। এতেকে উজান বজাৰৰ সিপাৰলৈ যোৱা পাৰঘাটত থিয় হৈ নেপালীৰ নাও চাই আছিল। বিফল মনোৰথ হৈ ৰূপহী মহা দুশ্চিন্তাত পৰিল—এতিয়া উপায়নো কি ?

লুইতৰপৰা ল'ৰা কেইজনমানে নাও লৈ চুণছালীলৈ যাওঁতে লতাশিল পৰ্ব্বতৰ পূৱফালে খাৰঘুলি নামৰ ঠাইৰ ঘুলিত কিছুমান নতুন মাটি খঁহি নৈত পৰি যোৱা ঠাইত দেখিবলৈ পাইছিল—এক কঁকালমান মাটিৰ তলত কিছুমান বস্তু ঠিক আলুগুটিৰ দৰে ওলাই আছে। ওচৰলৈ গৈ দেখিলে সেইবোৰ ডাঙৰ মাৰ্ব্বলৰ দৰে শিলৰ ঘূৰণীয়া গুটিহে। তাৰে কেইটমান গুটি আনি মাৰ্ব্বলৰ দৰে খেলি ফুৰা দেখি ডাঙৰ তত্ত্ব আৱিষ্কাৰ কৰা হৈছিল—সেই ঠাইখনৰ নাম খাৰঘুলি নহয়—খাৰ-গুলীহে। এইবোৰ খেলৰ 'মাৰ্ব্বল' নহয়—যুজৰ্ব কাৰণে বৰতোপ আৰু হিলৈৰ গুলীহে। পিছে সেইবোৰ বৰতোপ আৰু হিলৈৰ গুলী থান্দি আনি 'অনুসন্ধান সমিতি'ৰ ঘৰত ৰাখি থোৱা হৈছে। তাৰ লগতে আৰু আন কিবা বস্তু ওলায় নে নোলায়, সেই বতৰা কোনেও নললে।

ঠিক এনে শিলৰ গোলা-গুলী গণেশ পৰ্ব্বততো আছে বুলি জালোৱাবিলাকৰ মুখত শুনিবলৈ পোৱা যায়। সেই কথাই এতিয়া লৈকে সমিতিৰ গুৰিয়াৰসকলৰ দৃষ্টি আকৰ্ষণ কৰা নাই যদিও কথা আষাৰ বহু তত্ত্ব-অনুসন্ধিৎসাৰে আলোচনাৰ বিষয় হৈ উঠিছে। কিন্তু হলেনো কি হ'ব ? উৎসাহ ক'ত ? উদ্যম ক'ত ? প্ৰচেষ্টা ক'ত ? তাৰ নিমিত্তে টকানো ক'ত ? বৰ বেছি হ'ল, কোনোবাই গৈ ভালে-বেয়াই ফটো এখন তুলি লৈ আহি এটা অসম্পূৰ্ণ বৰ্ণনাৰে সৈতে কোনোবা এখন আলোচনীত অলপ কেইআষাৰমান কথা ছপাব পাৰিলেই অনুসন্ধান কামৰ ডাঙৰ এটা কিবা কৰা হ'ল ভাবি বাহাদুৰি লৈ ক্ষান্ত হৈছে।

ভৱানন্দ ভূঞা কিন্তু তেনে ধৰণৰ ডেকা নাছিল। তেওঁৰ সদায় চিন্তা আছিল, কিবা এটা ডাঙৰ কাম কৰি সকলোকে আচৰিত কৰাব,

লগে লগে নিজৰ আৰ্থিক আৰু সামাজিক অৱস্থাৰ এটা ডাঙৰ পৰিৱৰ্ত্তন আনিবলৈহে। পিছে সেই কি কাম কেনেকৈ আৰু কি উপায়েনো সাধিব, সেইটোহে একোতে ঠিক কৰিব পৰা নাছিল। এনে সময়তে তেওঁৰ কাণত সেই গণেশ পৰ্ব্বতৰ বৰটোপৰ গুলীৰ কথা সোমালহি। শুনা মাত্রকে তেওঁৰ মনত এটা কল্পনা জাগিল—এই গণেশ পৰ্ব্বতৰ গুলী উদ্ধাৰ কৰিব আৰু কাষৰে-পাঁজৰে ভালকৈ মাটি খান্দি অনুসন্ধান কৰি চাব, তাত আন কিবা বস্তুবাহানি ওলায় নে নোলায়। ঘটনাক্রমে যদি সোণ-ৰূপৰ মোহৰ আদি ওলায়, তেনেহলে নাম, যশ, অৰ্থ আদি সকলো একেলগে ভাগ্য-আকাশত উদয় হব।

লতাশিল পৰ্ব্বত, গণেশ পৰ্ব্বত আদি ঠাইবিলাকৰ ফালে চালেই কব পাৰি—দেশ-ৰক্ষাৰ কাৰণে, শত্ৰুৰ আক্ৰমণৰ নিমিত্তে বৰ উপযুক্ত ঠাই। এইবোৰ প্ৰাকৃতিক দুৰ্গৰ ওপৰত নিশ্চয় বৰটোপ সজাই থোৱা আছিল আৰু পৰ্ব্বতৰ পাছফালে আছিল খাৰ, বাৰুদ আদি জমা কৰি থোৱা ঠাই। লগতে টকা-পইচা থকাও আচৰিত নহয়। তাৰ উপৰি এইবোৰ ঠাইৰ সেনাপতিসকল যে আহোম আছিল সেই কথা অনায়াসে অনুমান কৰিব পাৰি। তেওঁলোকৰ ভিতৰত কোনো কোনোজনৰ যুদ্ধত মৃত্যু নাইবা আন ৰকমে অকাল মৃত্যু ঘটাও অসম্ভৱ নহয়। তেনেহলে সেইসকলৰো মৈদাম সেইবোৰ ঠাইৰ ওচৰত থকাটো আচৰিত নহয়। সেইবোৰ মৈদাম ৰজা বা মন্ত্ৰীৰ মৈদামৰ দৰে সোণ-ৰূপেৰে পূৰ নহব পাৰে, কিন্তু সেয়ে হলেও অলপ অচৰপ যে সোণ-ৰূপ পোৱা যাব, তাত কোনো সন্দেহ নাই। আন এটা আশাও আছে। আহোম তিৰোতাবিলাকো কম যুজ্‌াৰু নাছিল। কোনে ক'ব পাৰে, তেওঁলোকৰ কোনো তিৰোতা গিৰীয়েকক সহায় কৰিবলৈ সেইবোৰ ঠাইলৈ আহি মৃত্যুৰ মুখত পৰা নাছিল? যদি ভগৱানৰ কৃপাত তেনে এটা মৈদাম আৱিষ্কাৰ হৈ যায়, তেনেহলে তাত সালঙ্কৃতা তিৰোতাৰ অসংখ্য অলঙ্কাৰো পোৱা যাব পাৰে। ইয়াৰে দুই চাৰিটা অনুসন্ধান সমিতিক দি বাকীবিলাক আত্মসাৎ কৰাটোও



এই কামৰ ডাঙৰ পুৰস্কাৰ! ভৱানন্দৰ অন্তৰ আশাৰ উৎসাহত নাচিবলৈ ধৰিলে। অকুলে গোপনে তাৰ বাবে নানান ব্যৱস্থা কৰিবলৈ ধৰিলে। পিছে এনে এটা ডাঙৰ কাম এজন মানুহৰ অকলশৰীয়া চেষ্টাত হৈ উঠা টান যেন ভাবি অন্তৰঙ্গ বন্ধু কৰ্ম্মেশ্বৰ কটকীৰ লগত পৰামৰ্শ কৰি সকলো ঠিক কৰিলে।

টকাৰ অভাৱ নথকা মানুহ নেথাকিলেও দেশৰ আৰ্থিক অৱস্থাৰ অনুপাতে ভৱানন্দ ভূঞাৰ সাংসাৰিক অৱস্থা অস্বচ্ছল নাছিল। কংগ্ৰেছৰ একনিষ্ঠ কৰ্ম্মী সাজি ফাটেক খটাৰ পিছত এটা ম'হৰ খুটি কৰি দুপইচা আৰ্জ্জিব ধৰিছিল। পৰশ্ৰীকাতৰ ওচৰচুবুৰীয়া কিছুমাণে হিংসা কৰি কৰলৈ ইতস্ততঃ নকৰিছিল—এইবোৰ ৰাইজৰ বৰঙনি তুলি পোৱা ধনৰ অসৎ ব্যৱহাৰ মাথোঁ। সি যিয়ে নহওক, দুয়ো বন্ধুৱে পৰামৰ্শ কৰি এটা 'এভেনৰুড' মেচিন কলিকতাৰপৰা কিনি লৈ আহিল। কাৰণ এনে এটা গুৰুতৰ অথচ গোপনীয় কাম কৰিবলৈ ওলালে যাতায়তৰ সুব্যৱস্থা লাগে সকলোতকৈ আগেয়ে। মানুহে নাও বাই ইমান দূৰলৈকে যোৱা বৰ সহজ কাম নহয় আৰু তাৰপৰা কথা আযাৰ জনাজাত হৈ যাবৰো সম্ভাৱনা।

নাও এখন কেৰেয়া কৰি তাৰ পাছৰ টিঙত মেচিনটো এডাল জৰীৰে ভালকৈ বান্ধি দি ঠিক কৰা হৈছে। খোৱা-বোৱা বস্তু আৰু মাটি খান্দিবৰ বাবে কোৰ, চিপ্ৰাং, কুঠাৰ, দা আদি নাওখনত বোজাই কৰা হৈছে। বৰ্ত্তমানে আন বনুৱা মানুহ লগত নলৈ অকল ঘৰৰ লগুৱা আৰু তাৰে এজন ককায়েকক দিন-মজুৰি দিব বুলি লগত লবৰ দিহা কৰিছে। সকলো ঠিক হ'ল। পিছে গণেশ পৰ্ব্বত বুলিলে এখন নিৰ্দ্দিষ্ট সৰু ঠাইতো নহয়। এতেকে কোন ঠাইখিনিত শিলৰ গুলী পোৱা যাব, তাকে দেখুৱাই দিবৰ বাবে মানুহ ঠিক কৰা হৈছে। সেই মানুহজন এতিয়াও আহি পোৱা নাই কাৰণে ভৱানন্দ আৰু কৰ্ম্মেশ্বৰে ঘাটৰ জিৰণি লোৱা ঘৰৰ বাহিৰৰ ছাঁত বহি কথা পাতি আছে। কৰ্ম্মেশ্বৰে কলে—"মোৰ মনত এতিয়াও সন্দেহ আছে।

গুলী বাৰু পোৱা গলেই, কিন্তু যুঁজৰ ঠাইত ধনৰ ভৰাঁল থাকিব কেনেকৈ? তাত থাকিব খাব-বাৰুদৰ ভঁৰাল আৰু হিলৈৰ গুলী, হেংদাং, বল্লম আদি। মোৰ মনেৰে গণেশ পৰ্ব্বতলৈ যোৱাতকৈ গুৱালপাৰাৰ শ্ৰীসূৰ্য্য পাহাৰৰ গড়ৰ ভিতৰৰ নগৰ বা ৰাজনগৰখনত ভালদৰে অনুসন্ধান কৰি চালে কিজানি পৰিশ্ৰম সাৰ্থক হ'ল-হেঁতেন।"

ভৱানন্দই উত্তৰ দিলে—"সেইটোও আমি কৰিব লাগিব। শ্ৰীসূৰ্য্য পাহাৰতো নিশ্চয় মাটি খানি চাম। কিন্তু ওচৰৰটো এৰি আগধৰি ইমান দূৰলৈ যোৱাটো মোৰ মনেৰে ভাল নেদেখোঁ। চাওঁচোন বাৰু সিদ্ধিদাতা গণেশে আমাৰ মনস্কামনা সিদ্ধি কৰে নে নকৰে।"

কটকী—"কিন্তু বৰ অনিশ্চিত যে? মৈদাম থাকিলেও যুদ্ধক্ষেত্ৰ বা দুৰ্গৰ মৈদামত কিনো আশা কৰা?"

ভৱানন্দই হাঁহি মৰি কলে—"বন্ধু, আশা লৈয়ে সংসাৰ। আন একো নহয় যদি, বাৰু নাও খেলা আৰু বালিভাত খোৱাই হ'কচোন!"

ৰূপহী আৰু বগী ওচৰতে থিয় হৈ আছিল। কথাবোৰ সিহঁতৰ কাণত পৰিল। ভৱানন্দ আৰু কৰ্ম্মেশ্বৰে শুনা নুশুনাকৈ ৰূপহীয়ে বগীক কলে—"মাহীদেউ! বাবু দুজনে গণেশ পৰ্ব্বতলৈ যাব বোধকৰোঁ মৈদাম বিচাৰি।"

ভৱানন্দই তাইৰ কথা শুনি গোপন কথাৰ প্ৰকাশ হোৱাৰ ভয়ত খং কৰি কলে—"তোমালোকৰনো তাত কি? লোকৰ কথাত কাণ দিছা কিয়?"

কৰ্ম্মেশ্বৰে একো নেমাতি ৰূপহীৰ ফালে এক দৃষ্টিৰে চাই ৰ'ল। মনে মনে ভাবিবলৈ ধৰিলে, এনে এজনী ধুনীয়া গাভৰু অনুসন্ধান কামৰ সঙ্গিনী হলে সহযাত্ৰী কৰ্ম্মীবিলাকৰ মনত যি প্ৰেৰণা আহিলহেঁতেন, ওৰে জীৱন কৃতকাৰ্য্য নহ'লেও হতাশাই তাক চেৰ পেলাব নোৱাৰিলেহেঁতেন। কবীন্দ্ৰ ৰবীন্দ্ৰনাথ ঠাকুৰে হেনো এই কাৰণে বুঢ়া বয়সতো কবিতা লিখিবলৈ সক্ষম হৈছিল। প্ৰেৰণাৰ



কাৰণে গাভৰু ছোৱালী সদায় ওচৰতে ৰাখিছিল। আন একো নহলেও বালিভাত খোৱাৰ সঙ্গিনী হলেও দলটো পূৰ হ'লহেঁতেন।

ৰূপহীয়ে ভূঞাৰ কথাত লাজ নেপাই বগীক উপলক্ষ্য কৰি কবলৈ ধৰিলে—"গণেশ পৰ্ব্বতৰ মৈদামৰ খবৰ মোৰ দদাইদেৱে ভালকৈ জানে বুলি কোৱাচোন।"

মাহীয়েকে কিন্তু কথাষাৰ কষ্ট কৰি কবৰ আৱশ্যক বোধ নকৰিলে। গণেশ পৰ্ব্বত-যাত্ৰী দুয়ো বন্ধুৱে কিন্তু এই কথাষাৰ শুনিবলৈ পালে। দুয়ো বন্ধুৱে একেলগে আগ্ৰহেৰে সুধিলে—"সচাঁকৈয়ে তোমাৰ দদায়েৰাই গণেশ পৰ্ব্বতৰ মৈদামৰ কথা জানে নে?"

গাভৰুৱে নাৰীসুলভ লাজ দেখুৱাই তলমূৰ কৰি উত্তৰ দিলে—"হয় জানে। অকল সেয়ে নহয়। মানৰ ভয়ত লুকাই পুতি থোৱা গুপ্তধনৰ খবৰো জানে। তেওঁৰ বয়স বিৰাশী বছৰ।"

গাভৰুৰ কথা শুনি ভৱানন্দ ভূঞাৰ মন আশাৰ আনন্দত উৎফুল্ল হৈ উঠিল। তেওঁ আত্মহাৰা হ'বৰ উপক্ৰম হ'ল। কটকীৰো অন্তৰ আশাই উত্থলিমুত্থলি লগাবলৈ ধৰিলে। দুয়োজনৰ মুখ আপোনা আপুনি মেল খাই গ'ল। ভৱানন্দই একেলগে তাইক কেইবাটাও প্ৰশ্ন কৰিলে, "কোন তোমাৰ দদাই? তেওঁ ক'ত থাকে? তেওঁ মৈদামৰ আৰু গুপ্তধনৰ কথা কেনেকৈ জানিলে? আমাক সেই ঠাইখন দেখুৱাই দিব নে? যি পুৰস্কাৰ খোজে আমি তাকেই দিম।"

ৰূপহীয়ে মিচিক মিচিককৈ হাঁহি দুয়ো বন্ধুৰ মুখৰ ফালে চাই বিনম্ৰভাৱে উত্তৰ দিবলৈ ধৰিলে—"পুৰস্কাৰ তেওঁক একোকে নেলাগে। তেওঁ ডাঙৰ মানুহ। মই তেওঁক ধৰিলে এনেয়ে দেখুৱাই দিব। মোৰ দদাইদেউ ৰামু বৰদলৈ। আহোম ৰাজসভাৰ দৈবজ্ঞ জীৱানন্দ বৰদলৈৰ নাতিয়েক। কুৰুৱাত থাকে।"

দুয়ো বন্ধুৱে ভাবিলে, জীৱানন্দ বৰদলৈৰ নাম তেওঁলোকৰ জনা নোথাকিলেও কথাটো সঁচা হʼবও পাৰে। সেইহে ভৱানন্দ ভূঞাই সুধিলে—"ৰামু বৰদলৈ সচাঁকৈ তোমাৰ দদায়েৰা নে?"

ৰূপহীয়ে তেওঁৰ মনৰ ভাব বুজিব পাৰি গহীন হৈ উত্তৰ দিলে— "তাঙৰীয়া! দুখীয়া হলোঁ বুলি আমাৰ ডাঙৰ মানুহ আত্মীয় থাকিব নোৱাৰে নেকি?'

ভৱানন্দৰ যে এই প্ৰশ্নটো অযুক্তিপূৰ্ণ আৰু অন্যায় হৈছে, সেইটো বুজিব পাৰি তেওঁ লজ্জিত হ'ল; তাৰ উপৰি কৰ্ম্মেশ্বৰ কটকীয়ে তেওঁক আক্ৰমণ কৰিলে—"বলিয়াৰ দৰে কি যে সুধিছা, তাৰ একো লাগ বান্ধ নাই। যদি যাব লাগে তেনেহলে গুলী দেখুৱা মানুহৰ দৰকাৰ নকৰে। এওঁলোকে যদি আপত্তি নকৰে তেনেহলে বলা এওঁৰ দদায়েকৰ ঘৰ কুৰুৱা বুলি।"

ভৱানন্দ ভূঞাৰ অনুৰোধত ৰূপহী আৰু বগী নাওত উঠিল। নাও মেলি দি ভৱানন্দই 'এভেনৰুড' কল আৰু নাওৰ গুৰি ধৰি বহিল। মেচিনটোৱে ধপ্ ধপ্—ধপ্ ধপ্ কৰি বিজ্ঞানৰ শক্তিৰ পৰিচয় দিবলৈ আৰম্ভ কৰিলে। সোঁতৰ বিপৰীতে লাহে লাহে নাও উজনিমুখে চলিবলৈ ধৰিলে। সোঁতৰ গতি কম হলে যেন উৰি যোৱাৰ দৰে গ'লহেঁতেন। কৰ্ম্মেশ্বৰৰ মনোবাঞ্ছা সিদ্ধিৰ পথত। কাৰণ প্ৰেৰণা পাবৰ কাৰণে তেওঁ গাভৰুৰ ওচৰতে বহি কথা পাতি যাবলৈ ধৰিলে। কামিনী—ইয়াৰ পিছতে আহিব কাঞ্চন! ভূঞাই মনৰ উল্লাসত ৰূপহীক নানান প্ৰশ্ন সুধিবলৈ ধৰিলে। বগী নিমাত। তাইক সোধে বা কোনে? ৰূপহীয়ে লাজ এৰি বহু দিনৰ পৰিচিতাৰ নিচিনাকৈ হাঁহি হাঁহি উত্তৰ দি যাবলৈ ধৰিলে। ইমান বেলি তিৰোতা দুগৰাকীক 'তুমি', 'তই' বুলি মাতিছিল—তুচ্ছ, সাধাৰণ তিৰোতা ভাবি; এতিয়া 'আপুনি' সম্বোধনেৰে নাৰীৰ উপযুক্ত সন্মান দেখুৱাবলৈ ধৰিলে। ৰূপহীয়ে কথাৰ লগতে ঘনে ঘনে অৰ্থপূৰ্ণ কটাক্ষ আৰু সুৰসিকতাৰে মৃদু মধুৰ হাঁহি মাৰি দুয়ো বন্ধুৰ মন-প্ৰাণ ক্ৰমে তপত কৰিবৰ উপক্ৰম কৰিলে। কোৱা বাহুল্য, আন ফালৰপৰাও তাৰ যথোচিত উত্তৰ নহাকৈ নাথাকিছিল।

ৰূপহীৰ কথা-বতৰাৰপৰা প্ৰকৃত দৰকাৰী কথা যিখিনি জানিব পৰা



গ'ল তাৰ মৰ্ম্ম এয়ে যে, দদায়েক ৰামু বৰদলৈৰ ককাক জীৱানন্দ বৰদলৈ অকল ৰজাঘৰৰ ভাল বেয়া গণনাৰ কাৰণেই নিযুক্ত নাছিল; তাৰ বাহিৰেও বুৰঞ্জী লিখা তেওঁৰ এটা ডাঙৰ কাম আছিল। সেই বুৰঞ্জীও আকৌ যেই সেই বুৰঞ্জী নহয়—ঘটনা ঘটা ঠাইবিলাকৰ স্থিতি, দূৰত্ব আদি পুংখানুপুংখৰূপে বৰ্ণনা কৰি যোৱা কামটোৱেই আছিল তেওঁৰ বুৰঞ্জীৰ বিশেষত্ব। কোন পৰ্ব্বতৰপৰা কোন পৰ্ব্বত কিমানখিনি দূৰত অৱস্থিত, কোন নগৰৰ মাটিৰ জোখ কিমান আৰু কোন পৰ্ব্বতৰপৰা কোন ফালে কিমান দূৰ, ৰাজ্যত কিমান দেৱালয় আছে, সেইবোৰৰ দেৱতা অৰ্থাৎ বিগ্ৰহ কি, কোন মৈদামত কি কি বস্তু আছে আৰু কোন ঠাইৰপৰা কিমান দূৰত, সেইবোৰ সঠিক বৰ্ণনা দিয়া আছিল। সেইবোৰ চাই অলপ আয়াসতে অসমৰ এখন নিৰ্ভুল মানচিত্ৰ আঁকি উলিয়াব পাৰি।

ৰূপহীয়ে বিশেষকৈ বুজাই দিলে, এই জীৱেশ্বৰ বৰদলৈৰ নিজ হাতৰ লিখা পুথি এখন ৰামু বৰদলৈ দদাইদেৰেকৰ হাতত আছে। সেই পুথিখনত অকল গণেশ পৰ্ব্বতেই নহয়, অসমৰ পূব সীমাৰ পৰা পশ্চিম সীমালৈকে সকলো মৈদাম আদিৰ ইতিবৃত্ত লিখা আছে।

দুয়ো বন্ধুৱে ভাবিলে, পুথিখন সংগ্ৰহ কৰি গুপ্তধন আৱিষ্কাৰৰ পিছত পুথিখন ছপাই উলিয়াব পাৰিলেও এটা ডাঙৰ যশ আছে।

নাও গৈ আবেলি কুৰুৱা পালে। ৰূপহী আৰু বগীয়ে সিহঁতৰ মালবস্তু নমাই লৈ ঘৰৰ বাট ধৰিলে। সিহঁতৰ ঘৰ তাৰপৰা বৰ বছি আঁতৰত নহয়, তিন চাৰি মিনিটৰ বাট। লগুৱা আৰু ককাইদেৰেকক নাৱতে ৰাখি ভৱানন্দ আৰু কৰ্ম্মেশ্বৰে সিহঁতৰ লগতে ৰূপহীৰ দদায়েকক লগ ধৰিবৰ বাবে যাবলৈ ওলাল। কিন্তু ৰূপহী আৰু বগীয়ে বৰ মিনতিৰে ধন্যবাদ দি জনালে যে তেওঁলোকৰ অনুগ্ৰহ নহলে আজি ঘৰলৈ অহাটোৱে অসম্ভৱ হ'লহেঁতেন। তথাপি লগতে গলে জানোচা দদায়েকে ওলোটাইহে খং কৰে—অপৰিচিত

মতা মানুহৰ লগত আহিছে বুলি। তাৰ উপৰিও গাঁৱৰ মানুহেও বেয়া কথা কবৰ সম্ভাৱনা। এতেকে সিহঁতে আগে গৈ জাহাজৰ অভাৱত কেনে বিপদত পৰিছিল আৰু কেনেকৈ ভৱানন্দ আৰু কৰ্ম্মেশ্বৰৰ লগত দেখা হ'ল, কেনেকৈ তেওঁলোকৰ অনুগ্ৰহ লাভ কৰিলে, ইত্যাদি লাহে লাহে বুজাই যেতিয়া খবৰ দিব তেতিয়াহে যেন দুয়ো বন্ধুৱে দদায়েকৰ ঘৰলৈ যায়।

এইবোৰ যুক্তিপূৰ্ণ কথাৰ ওপৰত প্ৰতিবাদৰ থল নাছিল। ভৱানন্দ ভূঞা আৰু কৰ্ম্মেশ্বৰ কটকীয়ে দহ মিনিট, দহ মিনিটকৈ আধা ঘণ্টা কটালে। ভাবিলে হয়তো চাহ-জলপানৰ দিহা কৰিহে মাতিব। বাট চাওঁতে চাওঁতে এঘণ্টা পাৰ হৈ গ'ল; তথাপি ৰূপহী নাইবা বগী, দুজনীৰ এজনীও আহি নোলাল। আৰু কিমান পৰ অপেক্ষা কৰিব পাৰি? ক্ৰমে অধৈৰ্য্য হৈ যি বাটে গাভৰু দুজনী গৈছিল সেই বাটেদি তেওঁলোকে ৰামু বৰদলৈৰ ঘৰ বুলি খোজ ললে।

ভৱানন্দ আৰু কৰ্ম্মেশ্বৰে আগবাঢ়ি গৈ এটা ঘৰৰ আগফালৰ বাহিৰ দুৱাৰমুখতে বগীক দেখিবলৈ পালে। বগীয়েও তেওঁলোকক দেখি আহিব নেলাগে বুলি ইঙ্গিত দি জনালে। অৱস্থাৰ গুৰুত্ব বিবেচনা কৰি দুয়ো বন্ধুৱে সেই ঠাইতে থিয় হ'ল। কাৰণ গাঁৱলীয়া সমাজত তিৰোতাৰ ঠাই যে ক'ত, সেই কথা তেওঁলোকৰ বিশেষ-ভাৱেই জনা আছিল। নিচেই সামান্য কাৰণে তাইহঁতৰ মান-সন্মান উৰি যায়; হোৱা নোহোৱা কথাতে কলঙ্ক ৰটে আৰু তাৰপৰা বহুত লাঞ্ছনা-গঞ্জনা ভুগিব লগীয়া হয়। অকল সেয়ে নহয়, দদায়েকৰ খং উঠিলে গুপ্তধন আৱিষ্কাৰ কৰি আশাতীত ধন লাভৰ সকলো আশাৰ পৰা বঞ্চিত হব লাগিব। এক কথাত কবলৈ গলে এই বিৰাশী বছৰীয়া ৰামু বৰদলৈৰ ওপৰতে তেওঁলোক ধৰ্ম-অৰ্থ-কাম-মোক্ষ সকলো নিৰ্ভৰ কৰিছে। ইয়াৰ ওপৰতো কথা হ'ল—তিৰোতাৰ লোভত আহিছে বুলি যদি গাঁৱৰ ডেকাবিলাকে কিল শোধাই দিয়ে!



সিহঁতৰ ভাল বেয়া বিবেচনা শক্তি নাই বুলিলেই হয়। যুক্তি-তৰ্কৰ ওচৰ নেচাপে। ভালে হ'ক বেয়াই হ'ক, যিটো বুজিব তাক অঁত-ৰোৱা বৰ টান। আকৌ গাৱঁৰ মানুহ নগৰীয়াৰ দৰে বচনবাগীশ কাপুৰুষ নহয়, এইবোৰ কথা ভালদৰে দুয়োৰো জনা আছে।

থিয় হৈ ভৱানন্দ আৰু কৰ্ম্মেশ্বৰে ভাবিবলৈ ধৰিলে, এতিয়া কৰ্ত্তব্যনো কি? এনে সময়ত বগীয়ে এখন কাকত আনি তেওঁৰ হাতত দিলে। ভৱানন্দই হাত পাতি কাকতখন লৈ খুলি পঢ়িবলৈ ধৰিলে; কাষত থিয় হৈ কৰ্ম্মেশ্বৰেও চিঠিৰ আখৰবিলাক চাই যাবলৈ ধৰিলে। তাত লিখা আছিল—"ডাঙৰীয়া! আপোনালোকক শত শত ধন্যবাদ যে আমাক লৈ আহি নিৰাপদে ঘৰ পোৱাই দিছে। নহ'লে যে কেনে অসহায় অৱস্থাত পৰিব লাগিলহেঁতেন তাক কল্পনা কৰাও টান। পিছে বৰ দুখৰ কথা এয়ে যে, আপোনালোকৰ নিচিনা উপকাৰী মানুহৰ আশা পূৰণ কৰিব নোৱাৰিলোঁ। দদাইদেউৰপৰা জানিব পাৰিলোঁ, তেওঁ হেনো জীৱানন্দ বৰদলৈ ৰাজসভাৰ দৈবজ্ঞৰ নাতি ৰামু বৰদলৈ নহয়। এনে কি আমি বোলে দৈবজ্ঞই নহওঁ কলিতা মানুহহে। ৰামু নামটো হোৱা কাৰণে তেওঁৰ দিনৰ মানুহবিলাকে ধেমালি কৰি ৰামু বৰদলৈ বুলি মাতিছিল। তাৰেপৰাই—তেওঁ বৰদলৈ বুলি চিনাকি দি আহিছিল। আশা কৰোঁ, মোৰ কাৰণে আপোনালোকক অনিচ্ছাকৃত যিখিনি কষ্ট দিয়া হ'ল তাৰ নিমিত্তে অপৰাধ হ'লে নিজ গুণে ক্ষমা কৰিব। মানৰ ভয়ত পুতি থোৱা গুপ্তধনৰ কথা তেওঁ জানিছিল অৱশ্যে, পিছে সেই ঠাইডোখৰ আজি ডেৰকুৰি বছৰ আগেয়ে বানপানীৰ সোঁতৰ কোবত খহি গৈছে বুলি কলে। মই অকৃতজ্ঞ নহওঁ। আপোনালোকৰ কথা মোৰ চিৰদিন মনত থাকিব। ইতি—

বিনীতা—

শ্ৰীমতী ৰূপহী কলিতানী।

চিঠি পঢ়ি ভৱানন্দ ভূঞা আৰু কৰ্ম্মেশ্বৰ কটকীৰ চকু স্থিৰ হ'ল। তেতিয়াহে যেন ওৰে দিনৰ ভাগৰে আৰু ৰ'দৰ তাপত পুৰি অহা

জ্বালাই আহি প্ৰবলভাৱে হেঁচি ধৰিলে। নিৰাশাৰ খং-বেজাৰত চকুৱে মুখে যেন জুই ওলাবলৈ ধৰিলে। তেতিয়াও বগী মুখৰ আগতে থিয় দি আছে। খঙত কটকীয়ে তাইক কলে—“মাহীদেউ! এবাৰ ৰূপহীৰ লগত দেখা কৰাই দিয়ক। তাইক কেইটামান কথা সুধি গুচি যাওঁ।”

ভূঞায়ো সেই কথাৰ প্ৰতিধ্বনি কৰি কলে—“হয়, তেওঁক এবাৰ মাতি দিয়কচোন।”

বগীয়ে অলপ হাঁহি কলে—“দেউতাহঁত! মিছাতে বৰ কষ্ট পালে। সেইজনী পাগলী। সময়ত জাহাজ নেপাই আহিব নোৱাৰি নেপালী গুৱালৰ নাওতে আহিব খুজিছিল; এনেতে আপোনালোকৰ মৈদাম বিচাৰিবলৈ যোৱা কথা শুনি এই নাওতে আহিবৰ মন কৰিলে। আহিব পাৰে নে নোৱাৰে—মোৰ লগত বাদানুবাদ কৰি এইখন ভাগৱত ৰচনা কৰি ফাঁকি দি আপোনালোকৰ নাওত উঠি ঘৰলৈ আহিছে। মোৰ দেউতাহঁত! তাইৰ লগত দেখা কৰাৰ কোনো সকাম নাই। তাই লাজ আৰু ভয়ত আপোনালোকৰ আগত নোলাব। আপোনালোক এতিয়া ঘৰলৈ যোৱাটোহে ভাল। মোৰ ওপৰত খং নকৰিব প্ৰভু-সকল! মই তাইৰ একো নহওঁ। গাঁৱৰে সম্বন্ধীয়া মাহীয়েক হওঁ অৱশ্যে। আচলতে মই কেওটনী, তাই কলিতানী।”

“উস্! তিৰোতাৰ প্ৰলয়ঙ্কৰী বুদ্ধি! আহিব খুজিলে এনেই লৈ আহিব পাৰিলোঁহেঁতেন।” ভৰানন্দই কলে। কৰ্ম্মেশ্বৰে কলে, “যি হবৰ হ’ল, এতিয়া গুৱাহাটী বুলি ওভতা ভাল। ভটীয়া পানী গধূলিৰ ভিতৰতে পামগৈ।”

পলম নকৰি ছয়ো আহি নাওত উঠি নাও মেলি দিলে। মানসিক অশান্তিৰ কাৰণে ‘এভেন্‌ৰুড’ কলটো ঠিক বন্ধ আছে নে নাই চাই লবৰ কথা মনতো নহ’ল। ইফালে জৰীৰ বান্ধ কল কঁপি কঁপি থকাত ঢিলা হৈ গৈছিল। নাওখন আহি মাজপানী পোৱা মাত্ৰকে কলটো স্নুলকি জপং কৰি পানীত পৰি গ’ল। ভৰানন্দই চিঞৰি উঠিল। ভাগ্য



ভাল—ভটীয়া পানী, নহ’লে মহা বিপদ হ’লহেঁতেন। কাণ্ড দেখি লগুৱা আৰু তাৰ ককায়েকে হাঁহি কবলৈ ধৰিলে—“যাব দিয়ক দেউতা—গাখীৰৰ লগত নৈৰ পানী বেচা পইচাৰে কিনা কল লুইতে নিলে। ভালেই হ’ল। গুৰুৱে দিলে আকৌ এই পানী বেচি কল কিনিব।”

এনে খং উঠা কথাতো ভৰানন্দ ভূঞাই একো নেমাতিলে। কৰ্ম্মেশ্বৰ কটকীয়ে দাবি দি কলে—“তই ৰচোন। বৰ গুৰুভক্তি থকা ধাৰ্ম্মিকটো নোলাবি।”

# লাহৰী

ললিতমোহনে গীত গোৱা শুনি ডেকাবিলাকে হাতচাপৰি বজাই নিজৰ ভাৱ-গ্ৰাহিতাৰ চিনাকি দিয়াৰ লগে লগে গায়ককো উদগনি দিলে। বুঢ়া 'চমজদাৰ'সকলে বাঃ বাঃ দিবলে ধৰিলৈ। তিৰোতা-সকলেও চিকৰ আঁৰৰপৰা খাৰুৰ জনুজননি আৰু মেখেলাৰ খমখমনি তুলিলে। গীত গোৱা শেষ হৈছে; কিন্তু সকলোৰে কাণত যেন সেই সুৰৰ ঝঙ্কাৰ এতিয়াও আছে। লাহৰী আইদেৱে সখীয়েক এজনীক ফুচ্ ফুচাই কলে—"এনে গুণীজন যি তিকতাৰ জীৱন-সঙ্গী হ'ব তাইবে নাৰীজনম সাৰ্থক হব।"

শিক্ষিতা উঠন ছোৱালীৰ মনোভাৱ জানিব পাৰি মাক-বাপেক চিন্তিত হ'ল। কিয়নো নিঃকিন ললিতমোহনৰ আৰ্থিক অৱস্থা তেনেই শোচনীয়। মাকবাপেকে লাহৰীক বুজাবলৈ চেষ্টা কৰিলে—"অকল গীতত পেট নভৰে, পেটৰ দায়ত কাব্য-গীতৰ সুৰ-লয়, বীণৰ ঝঙ্কাৰ, মলয় মাৰুত, চন্দ্ৰৰ সুধা, পাপিয়াৰ তান, কুলিৰ কুউ, নিজৰাৰ জিৰ্ জিৰণি সকলো এনিমিষতে নাইকিয়া হ'ব। লক্ষ্মীৰ বৰপুত্ৰসকলৰ দুৱাৰে দুৱাৰে তেতিয়া সৰস্বতীৰ বৰপুত্ৰই এমুঠি ভাতৰ কাৰণে ভিক্ষাৰ জোলোঙা লৈ ঘূৰি ফুৰিব।"

এই কথাশুনি লাহৰীৰ বৰ খং উঠিল। জগতময় গুণৰ আদৰ। কিন্তু তাইৰ মাক-বাপেকে ওলোটা বুজিলে। ভাৱপ্ৰৱণতাক সৰু বুলিব নোৱাৰি। সংসাৰ ভাৱময়। হাজাৰে হাজাৰে মানুহ যুঁজলৈ গৈ বৰটোপ, হিলৈ আদিৰ মুখত যে প্ৰাণ হেৰুৱায়, তাৰো মূলতেই জানো ভাৱ-প্ৰৱণতা নহয়? "দেশ দেশ' বুলি যে শই শই বুঢ়াবুঢ়ী, ডেকা-গাভৰু, লৰা-ছোৱালী ফাটেকলৈ গৈছে তাৰ গুৰিতনো ভাব-প্ৰৱণতাৰ বাহিৰে আন কি আছে? যাৰ অন্তৰত কাব্য নাই, যাৰ কণ্ঠত সুৰ নাই, যাৰ মনত ভাৱ নাই সিনো কি মানুহ? বিলাস-প্ৰিয় ধনী বহু ডেকা অহংকাৰী। সিহঁতৰ হিয়াত প্ৰেম, প্ৰীতি,



ভালপোৱা নাই। এনেবিলাকৰ লগত মনৰ মিল হোৱা টান। যদি বিয়া কৰাবই লাগে তেন্তে তেৱেঁ উপযুক্ত। যাৰ সুকণ্ঠৰ মধুৰ সুৰৰ চেৱে চেৱে দুৰদূৰণিৰপৰা এক অনাবিল ভাবধাৰাই সৰু-বৰ কল্পনাৰ ঢৌৱে মনক নচুৱাই তুলি কোনোবা সপোনপুৰীলৈ লৈ যায়। লাহৰীয়ে মাকৰ আগত কলে—"ললিতক লৈ যদি চিৰকাল দুখতে থাকো নাইবা গছৰ তলতে বাস কৰি চিৰজীৱন কটাবলগীয়া হয়, তত্ৰাচ মই সুখী হ'ম।" লগৰীহঁতক ক'লে—"মনে চিতে ললিতমোহনক বৰিছো। এতিয়া আনজনক বিয়া কৰিলে দ্বিচাৰিণী হব লাগিব।"

বাপেকৰ সকলো চেষ্টা বিফল হ'ল। কিয়নো মাকে চেনেহৰ ছোৱালীৰ অন্তৰৰ বেদনা বুজি পালে। এখনি নাৰীহৃদয়ৰ বেদনাৰ কঁপনিয়ে আন এখনি করুণ নাৰী হৃদয়ত সহানুভূতি জগাই তুলিলে।

ললিতমোহনৰ লগত লাহৰী আইকণৰ বিয়া হ'ল। লাহৰীৰ মনৰ দৃঢ়তা দেখি তাইৰ লগৰীহঁতে কলে, "সীতা, সাবিত্ৰী পুনৰ্জন্ম লৈ লাহৰীৰূপে আহিছিল। "অপাত্ৰত দান কৰা হব বুলি, আ-অলঙ্কাৰ যিখিনি দিব বুলি সকলোৱে ভাবিছিল, লাহৰীৰ দেউতাকে যৌতুকত সিমানখিনি নিদিলে; বৰং লাহৰীক কৈছিল—"যি ওলালি ওলালি আৰু কেতিয়াও এই মুৱা নহবি। তোৰ লগত মোৰ সম্বন্ধ শেষ হ'ল।"

ললিতে সুললিত ৰাগিণীত গায়। লাহৰীৰ অন্তৰত আনন্দৰ লহৰী উঠে। তাই আপোনপাহৰা হৈ গিৰীয়েকৰ মুখৰ ফালে ৰ লাগি চাই থাকে। একোবাৰ বিতোৰ হৈ ভাবে। এই মৰুভূমিলৈনো কেনেকৈ এই সুৰ আহিল? তাই যেন সুখদুখৰ পৃথিৱী এৰি কোনোবা এক চিৰসুন্দৰৰ কল্পনাৰাজ্যলৈ আহিছে; তাত আৰু কেওঁ নাই—আছে কেৱল ললিত আৰু লাহৰী নিজে। আৰু আছে সুৰ-মদিৰাৰে ভৰপূৰ এই চিৰহাস্যময়ী মনোৰম প্ৰকৃতি। প্ৰেমৰ আৱেশত লাহৰী আইদেউৰ চকুযুৰি মুদ খাই আছে।

লাহৰীৰ গিৰীয়েকৰ প্ৰকৃতি অলপ বেলেগ। অপ্ৰত্যাশিত আৰু অযাচিতভাৱে ধনীৰ জীয়ৰী লাহৰীক পত্নীৰূপে লাভ কৰটো দেৱাশিস বুলি ভাবি নিজক ধন্য আৰু সৌভাগ্যৱান বোধ কৰিলে। লাহৰীক কেনেকৈ খুৱাব পিন্ধাব সেই চিন্তাই যে ললিতৰ মনত ভুমুকি মৰা নাই তেনে নহয়; কিন্তু বৰলোকৰ জোঁৱাৰেক হব পাৰিছে, তাকে ভাবি ভয়তকৈ ভৰসাইহে অন্তৰত ঠাই ললে। গতিকে ভবিষ্যত চিন্তা এৰি লাহৰীৰ মন যোগোৱাত ব্যস্ত হৈ পৰিল।

বিয়াৰ আঠদিন পিছত আঠমঙলা পাতিব লাগে। কিন্তু লাহৰীৰ বাপেকৰ ইচ্ছা নহয় যে, জোঁৱায়েক-জীয়েক পুনৰ তেওঁৰ ঘৰলৈ আহে। তেওঁ বৰ আঁকোগোঁজ মানুহ আছিল, ছোৱালীলৈ আন দৰা মনে মনে ঠিক কৰিছিল। কিন্তু ছোৱালীৰ 'জেদ' আৰু ঘৈণীয়েকৰ কাবৌ কোকালিতহে এই বিয়াখন দিলে। দিলেহে হয়, কিন্তু ছোৱালীৰ লগত আৰু কোনো সম্বন্ধ নাৰখিবলৈ যি ঠিক কৰিছে, লাহৰীৰ মাকৰ শত চেষ্টায়ো তেওঁক টলাব নোৱাৰিলে। অৱশেষত লাহৰীৰ মাকে থিৰ কৰিলে—গিৰীয়েকক নজনোৱাকৈ এদিনৰ নিমিত্তে হলেও জীয়েকক ঘৰলৈ আনিব।

বিয়াৰ তিনিমাহ পিছত শুভদিন চাই লাহৰীক আনিবলৈ মাকে মানুহ পঠালে। অভিমানী বাপেকৰ অভিমানিনী জীয়াৰী। নিবলৈ মানুহ আহি পালত ক'লামুখে লাহৰীয়ে কৈ দিলে, "মোৰ যোৱা নহব।"

ললিতমোহন ঘৰতে আছিল। ইমানদিনে শহুৰেকহঁতে নমতাৰ বাবে ললিত বৰং উদ্বিগ্ন হৈ আছিল। আজি নিবলৈ মানুহ পঠোৱা দেখি পেটে পেটে ৰং পাইছিল। ঘৈণীয়েকৰ কথা তল পেলাই লসিতমোহনে কলে—"নহয় নহয়, যাব। মই থৈ আহিমগৈ বাৰু।"

গিৰীয়েকৰ কথা শুনি লাহৰীয়ে একো নেমাতিলে। কেৱল মনে মনে কলে, "সেইটো কেতিয়াও নহব।" ফুটাই একো নক'লে। বাদপ্ৰতিবাদ কৰিবলৈ তাইৰ ইচ্ছা নাছিল। ললিতমোহনে সেই কথাৰ ফুটকে নেপালে। মাতিবলৈ অহা সেই মানুহজন গুচি গ'লত মহা



উৎসাহেৰে ললিতমোহনে ঘৈণীয়েকক বুজনি দিবলৈ ধৰিলে, "নাযাবা কিয় যাবা; আৰু সুযোগ বুজি দেউতাৰাক কবা যে আঁটাইখিনি টকা সুতলৈ নলগাই হাজাৰচেৰেক যেন বিশ্বাস কৰি মোক দিয়ে। তেতিয়াহলে কলিকতালৈ এৰীকাপোৰ, মুগাকাপোৰ চালান দি দুগুণ লাভ কৰি দিয়াব পাৰোঁ।"

ঘৈণীয়েকে কলে—"মই এইবোৰ কব নোৱাৰিম আৰু নেযাওঁ।"

গিৰীয়েকে আকৌ কলে, "কেলেই নাযাবা? নগলে মানুহে বেয়া বুলিব নহয়।"

শহুৰেকৰ পেট ললিতমোহনে পোৱা নাছিল। লাহৰীয়ে মৃদু হাঁহিৰে কলে—"মোক মাতিছে, তোমাক মতা নাই। সেই বাবে মই যাব নোখোজো।"

তাতনো কি হ'ল বাৰু? ভালহে হৈছে, মই নেথাকিলে টকাৰ কথা কবলৈ তোমাৰ সুচল হ'ব। পিছত দেউতাৰাই সুধিলে ব্যৱসায়টোৰ কথা মই পৰিপাটীকৈ বুজাই দিব পাৰিম।"

লাহৰী মনে মনে থাকিল। মাথোন দেউতাকৰ বিদায়ৰ সময়ৰ কথা আৰু আচৰণ সুঁৱৰি এটা হুমুনিয়াহে তাৰ নীৰৱ উত্তৰ দিলে।

ললিতমোহনে লাহৰীক দেউতকিৰ ঘৰত থৈ আহিবলৈ ওলাল; কিন্তু লাহৰী নোলোৱা দেখি গিৰীয়েকে কাবৌ কৰি কবলৈ ধৰিলে—"তুমি মোক ভাল নোপোৱা নেকি? ভাল পালে অৱশ্যে গৈ দেউতাবাৰ আগৰ টকাৰ কথা ক'লাহেঁতেন। মোৰে শপত, যদি মোৰ কথা নেৰাখা।"

লাহৰীয়ে বিপদৰ ধুঁৱলি-কুঁৱলী দেখিলে। সকলো কথা গিৰীয়েকক ভাঙি পাতি কলে মনত বৰ দুখ পাব। ইফালে আকৌ তেওঁ শপত দিছে। শপত নেৰাখিলেও নচলে। মাকৰ ঘৰলৈ গলে কিজানি পতি-নিন্দাহে শুনিব লাগে।

বিয়াৰ পিছত ইমান দিনৰ মূৰত এই প্ৰথম জীয়েকক পাই লাহৰীৰ মাকৰ মহা ৰং। জা-জলাপান খুৱাই সুখ-দুখৰ নানাবিষয়ক

মেল পাতিলে। এই সময়ত লাহৰীৰ দেউতাক অহাৰ কথা নাছিল যদিও ঘটনাক্ৰমে তেওঁ আহি পালে। জীয়েকক দেখি হাঁহি সুধিলে —"লাহৰী আইদেউ দেখোন? অ' কি ভাবিনো আহিলি?" দেউতা-কৰ কথা শুনি লাহৰীয়ে যেন মনত বেয়া পালে। তাই উত্তৰ নৌ দিওঁতে মাকে কলে—"মই মতাই আনিছো।"

লাহৰীৰ দেউতাকে আকৌ কলে, "ভাল, দেখি সুখী হলোঁ যে লাহৰী আইৰ গাত গহনা-গাথৰীবোৰ আছে। "এই কথাৰ অৰ্থ কেৰে যুজিব নোৱাৰি মাক-জীয়েক দুয়ো তেওঁৰ ফালে চাই ৰ'ল। এখন্তেক বৈ লাহৰীয়ে কলে, "কি হ'ব গহনা গাত নেথাকিলে?" দেউতাকে অলপ হাঁহি উত্তৰ দিলে—"শুনিছো জোঁৱাঁয়ে হেনো অলপ অচৰপ জুৱা খেলে আৰু কিবাকিবি বেহাবেপাৰো কৰে। এনে অৱস্থাত ঘৈণীয়েকৰ গাত অলঙ্কাৰ থকাটো আচৰিত যেন লাগে।"

লাহৰীয়ে বৰ বিৰক্তি বোধ কৰিলে। কথাত প্ৰকাশ নকৰিলে যদিও সেই ভাব চকুৱে মুখে ফুটি উঠিল। তথাচ নিজক চম্ভালি দেউতাকক সুধিলে—"বেপাৰ-বণিজ কৰাটো মহা পাপ নে দেউতা?" জীয়েকৰ কথা শুনি বাপেকে হো হোকৈ হাঁহি উত্তৰ দিলে—"যি মানুহ যি কোনো কামেই নকৰক তাৰ বিশেষ শিক্ষাৰ দৰকাৰ। ললিতেনো ক'ত কি ব্যৱসায় শিকি আহি টকা আনিবলৈ শিকিছে? এইবোৰ মানুহক দেখুৱাবলৈকে তাৰ আচল ব্যৱসায় জুৱা খেল।" প্ৰকৃত কথাটো হৈছে, ললিতে এবাৰ কেওখিনি এৰী আৰু মুগা কাপোৰ লৈ কলিকতালৈ গৈছিল। কাপোৰ গোটেইখিনি বেচিব পৰা নাছিল। আৰু যিখিনি বেচিছিল তাৰ বেচেৰে ঘোৰা-দৌৰ খেলি সৰ্ব্বস্বান্ত হৈ উভতি আহে।" লাহৰী আৰু তাইৰ মাক গহীন হৈ থাকিল, একো নেমাতিলে। লাহৰী কিজানি আৰু দুই এডাঁৰ বহিলহেঁতেন। কিন্তু বাপেকৰ কথাত অপমান বোধ কৰি মাকে দিয়া বস্তু-বেহানি সোপাকে এৰি তাই গুচি গ'ল।



লাহৰীৰ শৈশৱৰ এজন লগৰীয়াৰ জন্মোৎসৱ। লাহৰী আইদেউ যাবই লাগিব—বৰকৈ ধৰিছে। এই কাৰণে যেনে তেনে তাইৰ বন্ধক দিয়া হাৰডাল মোকোলাই আনিবলৈ আজি দুই তিনদিন আগৰেপৰা গিৰিয়েকক খাটনি ধৰি কৈ থৈছে। কিন্তু তেওঁ সঙ্গীতৰ ছাত্ৰ কেইটাৰপৰা অনেক চেষ্টা কৰিও আগধৰি একো আনিব নোৱাৰিলে। বৰং হাতত যি দুই চাৰি টকা আছিল তাকো 'ফ্লাছ' খেলি উৰাই দিছে ঘৈণীয়েকে বাৰে বাৰে হাৰডাল মোকোলাই অনাৰ কথা সোঁৱৰাই থকাত ললিতমোহনৰ হিয়া ভাগি পৰিল। সদৌ শেহত লাহৰীয়ে ললিতমোহনক দুটা কথাৰে মনত গুৰুতৰ আঘাত দিবলৈ ধৰিলে।

টেঁপা খাই খাই নেমু টেঙা তিতা হোৱাৰ দৰে বিৰক্ত হৈ ললিত-মোহনে কলে,—"মইতো তোমাক ভৰিত ধৰি সাধি আনিবলৈ যোৱা নাছিলোঁ। মই যে দুখীয়া তাক তোমাৰ জনাই আছিল।" গিৰি-য়েকৰ কথা শুনি লাহৰীৰ মনত নানান কথা খেলাবলৈ ধৰিলে। তিৰোতা পুৰুষৰ ওচৰলৈ যাচি আহে, এই কথা কবলৈ গিৰিয়েকৰ দ্বিধা নহ'ল! তাই কিমান অনুগ্ৰহ কৰি অপদাৰ্থ এটাৰ ডিঙিত মালা দিছিল, সেই বাবে কৃতজ্ঞ হৈ তলমূৰ কৰি থাওক ছাবি মাতিবলৈহে সাহ কৰে! পৱিত্ৰ প্ৰেম-আৰতিৰ ইমান অপমান! তাইৰ মনত বিষম আঘাত লাগিল। অভিমানত তাই ওফন্দি উঠিল। ইচ্ছা হ'ল তেতিয়াই মাকৰ ঘৰলৈ গুচি যায়। কিন্তু দেউতাকৰ অপমানৰ কথা মনত পৰিল। তালৈ গলে নিচেই সৰু হৈ থাকিব লাগিব। নিৰুপায় হৈ চকুৱে-মুখে ৰুমাল দি চকীত বহি কান্দিবলৈ ধৰিলে।

ললিতমোহনে জানিলে তাৰ সমিধানটো বৰ অপ্ৰিয় হৈ গ'ল। চেনেহৰ মাজেদি ডাঙৰ দীঘল হোৱা লাহৰীয়ে সংসাৰৰ সকলো ঐশ্বৰ্য্য, সকলো সুখ-শান্তি আপোন ইচ্ছাত গচকি পেলাই দি তেওঁৰ নিচিনা দুৰ্ভগীয়াক পতি বৰণ কৰিছিল—তেওঁৰ সুৰৰ মোহত। কিন্তু তেওঁৰো এটা কৰ্ত্তব্য আছে। লাহৰীক পাই প্ৰেমৰ আৱেশত অলপ গীত গাই থাকিলেই পেট নভৰে, সংসাৰ নচলে। লাহৰীক পোহপাল

দিয়া, সুখ-শান্তিত ৰখা দায়িত্বও তেওঁৰেই। কিন্তু দুখ লগা কথা যে তিৰোতাৰ প্ৰধান আদৰৰ বস্তু অলঙ্কাৰ নিতৌ নকৈ আনি তাইৰ মনত ক'ত সন্তোষ দিব, যি গাত আছে তাকো গৱজত পৰি বন্ধকহে দিছে। এতিয়া আৱশ্যক হোৱাতো মোকলাব পৰা নাই।

লাহৰীৰ হাতত ধৰি ললিতে মাতিলে, নিজৰ ত্ৰুটি স্বীকাৰ কৰিলে। কিন্তু অভিমানিনী লাহৰীয়ে আজোৰ মাৰি গিৰিয়েকৰ হাত এৰুৱাই চোতালত গৈ থিয় দিলে। ললিতে লাহৰীক আমনি দিয়া অনুচিত যেন ভাবি বন্ধকী হাৰডাল মোকলাবলৈ চেষ্টা কৰি চাবৰ বাবে ঘৰৰপৰা ওলাই গ'ল। লাহৰীয়ে দেখিলে, গিৰিয়েকে তাইৰ মানভঞ্জন নকৰি ঘৰৰপৰা ওলাই গ'ল। তাইৰ চিত্ত বিক্ষুদ্ধ হৈ উঠিল। গিৰিয়েকৰ ওপৰত হোৰ তুলিবলৈ লাহৰীও ঘৰৰপৰা ওলাল; কিন্তু এই বিশাল পৃথিৱীত যাবলৈ ঠাই এডোখৰ তাইৰ চকুত নপৰিল। গাৰী এখন কেৰেয়া কৰি বাটে বাটে কিছু বেলি ঘূৰিপকি আন এগৰাকী বাল্যবান্ধৱী নলিনীৰ ঘৰলৈ গ'ল। তাতে লাহৰীয়ে আশ্ৰয় পালে। নলিনাক লাহৰীয়ে অনুৰোধ কৰিলে যেন এই কথাটো সংগোপনে ৰখা হয়।

নলিনীৰ গিৰিহঁত প্ৰমোদে কিন্তু লাহৰীক এনেকৈ আশ্ৰয় দিয়াটো ভাল নেপালে। কিয়নো, ই এটা তেনেই বেয়া আদৰ্শ। দিন চেৰেকৰ পিছত প্ৰমোদে এদিন কথাটো ললিতৰ আগত কলে। ললিতে একো নজনাৰ ভাও ধৰি আৰু কেইদিনমান লাহৰীক ৰাখিবলৈ গোহাৰি জনালে—আশ্ৰয় আগেয়ে দিয়া হৈছে বাবে। প্ৰমোদ মনে মনে বেয়া পালে। ইপিনে লাহৰীৰ প্ৰতি নলিনীৰ তদাৰক দেখি প্ৰমোদ বিৰক্ত হবলৈ ধৰিলে। বিশেষকৈ এই দুৰ্দ্দিনত অসজ সঙ্গৰ ভয় সকলোৰে কৰে।

গিৰিয়েকৰ মনোভাব নলিনীয়ে লাহৰীক জানিবলৈ নিদিলে। কাৰণ তেনে কৰিলে লাহৰীৰ মনত বেজাৰ দিয়া হ'ব আৰু ঘৰখন বৰ অভদ্ৰ বুলি প্ৰকাশ পাব। বৰঞ্চ লাহৰীৰ প্ৰতি সজ



আচৰণৰ যাতে অভাব নহয় তালৈ নলিনীয়ে সৰ্তক দৃষ্টি ৰাখিলে আৰু মৰম-চেনেহো আগতকৈ বঢ়াই নিবলৈ ধৰিলে।

প্ৰমোদে লক্ষ্য কৰিলে নৱাগতাজনী সমূলি বেয়া নহয়। মাতে-বচনে সাদৰী, ৰঙে-ধেমালিয়ে ৰঙিয়াল। সঙ্গিনী হিচাপে এজনী যোগ্য তিৰোতা। অকল গিৰিয়েকৰ ওপৰত মনৰ অভিমানৰ বান্ধোন এতিয়াও শিথিল হোৱা নাই। সেইহে মাজে মাজে মন মাৰি আমন-জিমনকৈ বহি থাকে। তেওঁৰ ঘৈণীয়েকক বেয়া কৰিব বুলি যি আশঙ্কা কৰিছিল সি তেওঁৰ মনৰপৰা আঁতৰিল। এতিয়া তেওঁ কামৰ পৰা আহি পোনছাটে বাতৰি লয়, লাহৰীয়ে ক'ত কি কৰিছে? লাহৰীয়ে প্ৰমোদৰপৰাও মৰম পাবলৈ ধৰিলে আৰু তাইৰ প্ৰতি প্ৰমোদৰ যত্ন নিতৌ বাঢ়ি গ'ল। তাৰ উপৰি লাহৰী নলিনী দুয়োজনী একেলগে বহি থাকিলেও নলিনীতকৈ প্ৰমোদে লাহৰীৰ লগত বেছিকৈ ৰং-ৰহইচৰ কথা পাতিছিল। এইবোৰ দেখি শুনি নলিনীয়ে লাহে লাহে বেজাৰ পাবলৈ ধৰিলে। ক্ৰমে ক্ৰমে সেই বেজাৰ ঈৰ্ষাত পৰিণত হ'ল। হওঁতে এদিন গিৰিয়কক কলেই —"কিহৰ ইমান যতন ভতাৰ এৰতীজনীক?" প্ৰমোদে শুনি জিভা কামুৰিলে। পিছত আনে শুনাকৈ কলে—"ছিছি! লাহৰীয়ে শুনিলে মনত আঘাত পাব—বৰ বেয়া পাব বেচেৰীয়ে।" নলিনীয়ে আগতকৈ আৰু ডাঙৰকৈ কলে—"ইঃ বেয়া পালে আমাৰ কি হ'ল?"

ইতিমধ্যে লাহৰী ওলালহি। লাহৰীক দেখি নলিনী আৰু প্ৰমোদে কথা বন্ধ কৰিলে। নলিনীৰ মুখত বেজাৰৰ চিন তেতিয়াও জিলিকি আছিল। প্ৰমোদে ত্ৰুটি শুধৰাই লবলৈ মাতিলে—"এয়া লাহৰী আহিছে আহাঁ।" কথাষাৰৰ লগে লগে লাহৰীৰ হাত এখনত ধৰিলে। আৰু কলৈ যায়? নলিনীয়ে সেই মুহূৰ্ত্ততে ঘৰৰপৰা ওলাই চোতাল পালেগৈ। নলিনীৰ ভাবান্তৰ দেখি লাহৰী কোঁচ খালে। প্ৰমোদৰ হাত এৰুৱাই লাহৰী নলিনীৰ কাষ চাপিলগৈ। নলিনীয়ে মুখ ঘূৰাই আনফালে চাই ৰ'ল।

এই ব্যৱহাৰত লাহৰীয়ে অপমান বোধ কৰিলে। এইদৰে লোকৰ আশ্ৰয় লোৱা কেনে অন্যায় সেই কথা আজি ভালকৈ বুজি পালে। তাত থকা উচিত নহয় বুলি ভাবি লাহৰীয়ে নলিনীক কলে,—"নলিনী! তোমাৰ গিৰিয়েৰাক কোৱা, মোক ঘৰত থৈ অহাৰ দিহা কৰক।" নলিনীৰ অন্তৰত তেতিয়া ঈৰ্ষাজুই দপ্‌দপ্‌কৈ জ্বলি আছিল। বিদ্ৰূপৰ হাঁহি এটা মাৰি কলে—"ইঃ থৈ আহিবলৈ মানুহ লাগে! আহোঁতে-নো কেইকুৰি লগ লাগিছিল?" কথাষাৰ কৈ তাই উচাৎ মাৰি ঘৰৰ ভিতৰত সোমালগৈ। লাহৰী অবাক হৈ ৰ'ল। তাইৰ মনত কোনো পাপ নাছিল; সেই বাবে এনে ব্যৱহাৰ আশা কৰাও নাছিল। লাহৰীয়ে মনে মনে ভাবিলে, যথেষ্ট হৈ গ'ল আৰু নেলাগে। তেতিয়া-তাই বাহিৰৰপৰা নলিনীক মাত লগাই ঘৰৰ বাহিৰ ওলাল।

লাহৰীয়ে পোনতে নিজৰ ঘৰলৈ উভতি যাব বুলি ভাবিলে। পিছে গিৰিয়েকৰ ওপৰত আকৌ অভিমান হ'ল। "এই সৰু নগৰ-খনৰ ভিতৰত মোক বিচাৰি উলিয়াব নোৱাৰিলে নে? মূঠ কথা ইচ্ছা নাছিল।" তালৈও যোৱা নহ'ল। বাপেকৰ ঘৰ বুলি লাহৰীয়ে খোজ ললে। লাহৰী গৈ পোৱাত দেউতাক ঘৰত নাছিল। মাকে লাহৰীক দেখি ডিঙিত সাৱটি ধৰি কান্দিবলৈ ধৰিলে। অতদিন ক'ত কেনেকৈ আছিল, সুধিলে। কাৰণ ললিতমোহনে তাইক বিচাৰি কেবাদিনো শহুৰেকৰ ঘৰলৈ গৈছিল আৰু তেওঁলোকেও মাজে সময়ে মানুহ পঠাই বা-বাতৰি লৈ আছিল। কিন্তু তাইক দেখা নাই, ললিত মোহনেও খবৰ দিয়া নাই। কেৱল কৈছিল—"চিন্তা নাই, ভালে আছে।" মাকৰ লগে লগে লাহৰীয়েও চকুলো টুকিলে। আৰু এটা এটাকৈ সকলো ঘটনা বিবৰি কলে।

গিৰিয়েকে বিচাৰি আহিছিল বুলি শুনিলত লাহৰীৰ অভিমান গুচি অনুতাপ হ'ল। তাইৰ মনেৰে তেতিয়াই লৰ মাৰি গৈ যেন গিৰিয়েকৰ ভৰিত ধৰি ক্ষমা খুজিব; কিন্তু আকৌ গিৰিয়েকৰ কথাকেইষাৰ মনত পৰি মনৰ গতি ঘূৰিল।



লাহৰীৰ দেউতাক ঘৰলৈ আহি জীয়েকক দেখি খঙত অগ্নিশৰ্ম্মা হৈ উঠিল। গিৰিয়েকৰ ঘৰৰপৰা ওলাই গৈ অকল নিজৰ নহয় মাক-বাপেক সকলোৰে নাক কাণ কাটিছে। এতিয়া সেই কলঙ্কিনী, বংশ-গৌৰৱ নাশিনীক গালি পাৰিবলৈ ধৰিলে। কেৱল গালি-শপনিত ক্ষান্ত নেথাকি ঘৰৰপৰা লাহৰীক ওলাই যাবলৈও কলে। মাকে দেউতাকৰ ওচৰত থিয় দি কবলৈ ধৰিলে—"হৈছে, হৈছে, মাকৰ আৰু যি হব লাগে হৈছে। মোৰ হেৰোৱা ছোৱালীজনী যে পাইছোঁ, সেয়ে বহুত।" কথাৰ লগে লগে উচুপিবলৈ ধৰিলে। তাকে দেখি লাহৰীৰ বাপেকৰো চকু পানী ওলাল। একো নেমাতি তেওঁ গহীনভাৱে মাচিয়াত বহিলগৈ। লাহৰীয়ে হুমুনিয়াহ এটা কাঢ়ি তলমূৰ কৰিলে।

* * *

শাহুৰেকৰ নিমন্ত্ৰণ পাই ললিতমোহন তেওঁলোকৰ ঘৰলৈ আহিছে। লাহৰীৰ মাকৰ বৰ দুশ্চিন্তা হৈছিল জোঁৱায়েকে জীয়েকক গ্ৰহণ নকৰিব বুলি। কিন্তু লাহৰীৰ সম্বন্ধে সকলো খবৰ ললিতমোহনৰ জনা আছিল। সেই বাবে খং কৰি লাহৰীক গ্ৰহণ নকৰিবলৈ একো নাছিল। বিশেষকৈ ঘৈণীয়েকৰ অলঙ্কাৰ বন্ধক থোৱা কাৰণে নিজকে নিজে অলপ সৰু যেন ভাবিছিল। এই কাৰণে শহুৰেকৰ নিমন্ত্ৰণো অগ্ৰাহ্য কৰা নাছিল। কিন্তু ভৱিষ্যতে যাতে ঘৈণীয়েকে আৰু এই দৰে ওলাই যাব নোৱাৰে তাৰ বাবে উপায় চিন্তিবলৈ ধৰিলে। যিহকে কৰা নেযাওক ধন নেথাকিলে সকলো মিছা। এতেকে এই ছেগতে শহুৰেকৰপৰা অলপ ধন আদায় কৰিবলৈ ফন্দী পাতিলে। সুচল চাই শাহুৰেকৰ আগত কলে—"গ্ৰহণ কৰাত মোৰ কোনো আপত্তি নাই, কিন্তু সমাজে কি কয় সেইটোহে কথা।"

এই কথাষাৰ শুনি লাহৰী চকখাই উঠিল। কথাষাৰ তাইৰ বুকুত এনেকৈ বাজিল যে অসহনি হৈ ওলাই আহি গিৰিয়েকক কলে —"সমাজ! কিহৰ সমাজ! কিয় সমাজলৈ ভয়? আপুনি সমাজ

লৈ থাকক। এনে ভয়াতুৰ স্বামীৰ লগত ঘৰ কৰিবলৈ মোৰ ইচ্ছা নাই।" লাহৰীৰ মাকে কলে—"তই নামাতিবিচোন।"

ললিতমোহনে গহীনাই কলে—"সমাজলৈ ভয় কৰিব লাগিব। সমাজলৈ ভয় নকৰি উপায় কি? মানুহ সমাজবদ্ধ জীৱ।"

লাহৰীয়ে কথাষাৰ গমি চালে। সঁচাকৈ সমাজে যদি তাইক ঠাই নিদিয়ে? বাৰু, স্বামী-স্ত্ৰীৰ মান-অভিমান কৰিবলৈকো অধিকাৰ নাই নে? মাকক সুধিলে—"সমাজে মোক কিয় এৰিব? মোৰনো অপৰাধ কি? মই এনে সমাজক গণ্য নকৰোঁ।"

মাকে কোৱাৰ আগেয়ে ললিতমোহনে উত্তৰ দিলে—"কিন্তু মই গণ্য কৰোঁ।" কথাষাৰ কৈ ললিতমোহন শহুৰেকৰ ঘৰৰপৰা ওলাই গ'ল।

লাহৰীৰ মাক বিমোৰত পৰিল। লাহৰীলৈ চকু পোন্দাই কলে —"পাপিনী! তোৰ অদৃষ্টত বহু দুখ আছে। কি অপৰাধ সুধিছ? অপৰাধ বহুত। সমাজৰ কটকটীয়া বান্ধ ছিঙি ঘৰৰ পৰা ওলাই যোৱাটো মহাপাতক হৈছিল।" লাহৰীৰ খং উঠিল। কিন্তু সমাজ বা গিৰিয়েকক বাধ্য কৰিবলৈ একো উপায় বিচাৰি নেপালে। এতিয়া তাই বুজি পালে, ঘৰ বা সমাজৰপৰা ওলোৱাটো উজু; কিন্তু সোমোৱাহে টান। খঙে-বেজাৰে এটা দীঘল হুমুনিয়াহ কাঢ়ি লাহৰী তবধ হৈ ৰ'ল।

ইফালে লাহৰীৰ মাকে গিৰিয়েকক বুজাবলৈ ধৰিলে—"যি হ'ব লাগে, হৈ গৈছে। এতিয়া ছোৱালীজনীৰ ইকূল সিকূল দুয়োকূল যাবৰ উপক্ৰম হৈছে। কি কৰিলে ৰক্ষা হয় তাকে কৰক।" গিৰিয়েকে উত্তৰ দিলে,—"আন ঠাইত থাকিবৰ কি অৱশ্যক? জোঁৱাই ইয়াতে আহি থাকক। সমাজৰ দায়ৰ ভাৰ মোৰ ওপৰত।"

ললিতমোহনক অকল টকা লাগে। ঘৰজোঁৱাই হৈ থাকবলৈ তাৰ মন নাই। ললিতমোহনে শহুৰেকলৈ কৈ পঠালে—"তাত থকাৰ সুবিধা নহ'ব। যদি মৰম আছে তেন্তে দুহেজাৰমান টকা দিয়ক।



আজিকালি কলিকতাত অসমীয়া পাটৰ বনকৰা শাৰী, 'ব্লাউজ পিছ', চাদৰ প্ৰভৃতিৰ আদৰ বাঢ়িবলৈ ধৰিছে। কলিকতালৈ গৈ মই এইবোৰৰ যেই সেই এটা ব্যৱসায় হাতত লবলৈ দিহা কৰিব পাৰিম। টকা হলে মোৰ সমাজলৈ ভয় নেথাকে।"

জোঁৱায়েকৰ কথা শুনি শহুৰেকে হাঁহিলে। অৱশেষত কলে— "এতিয়াহে পেটৰ কথাটো ওলাইছে। এইবোৰ বঙলা নাট-উপন্যাস পঢ়া মনোবৃত্তিৰ পৰিচয়। ধন সৰকাবলৈ সহজ বুধি পাঙিছে মোৰ ওচৰত। শহুৰেকৰ সৰ্ব্বনাশ কৰি ডাঙৰ মানুহ হবলৈ খুজিছে। কিন্তু মই যে বঙাল নহওঁ, সেই কথা সি বঢ়িয়াকৈ জানে।"

ঘৈণীয়েকে আচৰিত মানিলে। আৰু লাহৰী? গিৰিয়েকৰ কাণ্ড দেখি তাই জঁয় পৰিল। দেউতাকৰ ওপৰত বিদ্ৰোহ ভাৱৰ ধুমুহা এটা মেলি দিলে; কিন্তু কাকো একো নকৈ নিমাত হৈ থাকিল। মাকে কিছু বেলি মনে মনে থাকি খঙৰে কলে—"লোকৰ ধন নোপোৱাকৈ কেইজনে হঠাৎ বৰলোকালি বোলাব পাৰিছে। কেৱে বাপেকৰ, কেৱে শহুৰেকৰ আৰু কেৱে বা আন কাৰোবাৰ টকা পাইহে ধনী হৈছে আৰু হব ধৰিছে। নিজে ডাঙৰ মানুহ হোৱা জনচেৰেক নোহোৱা নহয়; কিন্তু সি লেখত লবলগীয়া নহয়। পিছত অনুনয় বিনয়ৰ সুৰত কলে—"আমাৰনো আন কোন খাওঁতা আছে যে ধন সাঁচি থব লাগে?"

গিৰিয়েকে ছোৱালীৰ মুখলৈ চাই এবাৰ কলে—"সেইটোৱেইটো ভুল। অপাত্ৰৰ হাতত অৰ্থ পৰাতকৈ দেশ-সেৱালৈ দান কৰাই উচিত। এইটোও সঁচা যে আজকালি দেশ-সেৱাৰ ওপৰতো মানুহৰ আস্থা নাই। সেই বাবে জ্ঞানীসকলে দেশ-সেৱাৰ উদ্দেশ্যে সম্পত্তি 'উইল' কৰি থৈ যায়।

ঘৈণীয়েক—জোঁৱায়েতো টকা ভোগ কৰিবলৈ খোজা নাই— ব্যৱসায় কৰিবলৈহে খুজিছে।

গিৰিয়েক—ব্যৱসায় এনেই নহয়। ভাল কথা—সি কলিকতালৈ গৈ ব্যৱসায় শিকি আহক। লাগিলে বি-বৰুৱা কোম্পানীৰ মেনেজাৰ

ডাঙৰীয়ালৈ মই এখন চিঠি দিম। কাম শিকি আহিলে যিখিনি টকা লাগে দিয়া হব।

বন্দবস্ত হ'ল। অহা মাহত ললিতমোহন কলিকতালৈ যাব। শহুৰেকে খোৰা খৰচ দিব। ললিতমোহন যেতিয়া শহুৰেক-শাহুৰেকক প্ৰণাম কৰি ঘৰলৈ ওলাল, লাহৰীয়ে তেতিয়া ঘৰৰ দুৱাৰমুখৰপৰা চাই আছিল। গিৰিয়েকে তাইৰ ফালে চালে; কিন্তু একো নামাতিলে। আন দিনা হোৱা হলে তাই খঙৰ বেগত কিবা কৰি পেলালেহেঁতেন। কিন্তু আজি মুখখন আন্ধাৰমুধাৰ কৰি ঘৰৰপৰা ওলাই আহি গিৰিয়েকক সুধিলে—"মোকো ঘৰলৈ লৈ বলক।" ললিতৰ কোনো আপত্তি তাই নুশুনিলে। ললিতমোহনৰ লগত লাহৰী ঘৰ পালেহি। ঘৰ পাই গাত যিখিনি অলঙ্কাৰ-পাতি আছিল আটাইখিনিকে সোলোকাই গিৰিয়েকৰ হাতত দি ক'লে—"ধৰক, এইখিনি বেচি শুভ দিনবাৰ চাই আজিকালিতে কলিকতালৈ যাওক। দেউতাৰ টকা নিবৰ সকাম নাই।"

ললিতমোহন আচৰিত হ'ল। অভাৱত পৰি হাৰ এডাল বন্ধক থৈ তাকে মোকলাই আনিব নোৱাৰাত অতবোৰ কাণ্ড হৈ গ'ল। কিন্তু লাহৰীয়ে আজি অযাচিতে সকলো অলঙ্কাৰ সোলোকাই দিছে। অলঙ্কাৰ হাতেৰে লাহেকৈ ঠেলা মাৰি দি ললিতমোহনে কলে,—"নহয় সেইটো কেতিয়াও হব নোৱাৰে। তোমাৰ বস্তু মই নষ্ট কৰিম কেলেই?"

"তেনেহলে দেউতাৰ ধন ভগন কৰিবলৈ ওলাইছিল কেলেই? কাম শিকা, ব্যৱসায় কৰা, সকলো মিছা তেন্তে। আন্তৰিক ইচ্ছা নহয়।"

"নিশ্চয় আন্তৰিক ইচ্ছা; কিন্তু ই স্ত্ৰীধন। তাক মই কেনেকৈ নিম?"

"এই কথা! মই আপোনাৰ স্ত্ৰী। স্বামীত বহিৰে স্ত্ৰীৰ বেলেগ অস্তিত্ব নাই, বেলেগ পৰিচয় নাই। মই আপোনাৰ। এতেকে মোৰ যি



অলপ অচৰপ আছে সিও আপোনাৰ। আপোনাৰ বস্তু আপোনাৰ প্ৰয়োজনত খটাব তাত কাৰো আপত্তিৰ কাৰণ একো থাকিব নোৱাৰে।"

"নহয়, মোৰ বিবেকে তাত হয় নিদিয়ে। মোৰ কৰ্ত্তব্য তোমাক ৰত্ন-আভৰণেৰে সজোৱা। তাকে নকৰি তোমাৰ অলঙ্কাৰ কোন চুক্তিত নিম? তাতে এইবোৰ মই তোমাক দিয়াও নাই।"

লাহৰীয়ে অলঙ্কাৰবোৰ হাতত লৈ কবলৈ ধৰিলে—"অলঙ্কাৰ গঢ়াই ৰখাৰ আৱশ্যক কি? প্ৰয়োজনত লগাবলৈ। বাৰু এইবোৰ যদি নেলাগে তেনেহলে নৈত দলিয়াই পেলাই দিওঁগে।"

ঘৈণীয়েকৰ আঁকোৰগোজ আচৰণ দেখি ললিতমোহন বৰ বিমোৰত পৰিল। তিৰোতাৰ গহনা বেচি খোৱা কলঙ্ক লবলৈ তেওঁৰ মন আগনেবাঢ়িল। লাহৰীক বুকুৰ মাজত সুমুৱাই লৈ মৰম সনা মাতেৰে তেওঁ বুজনি দিলে, "বাৰু এতিয়া থৈ দিয়া। মই দেউতাৰাৰ ধন নিনিয়াকৈ আন কোনো ৰকমে কলিকতাত ব্যৱসায় শিকি আহিম। তেতিয়া তোমাৰ অলঙ্কাৰ কামত লাগিব।"

লাহৰীয়ে দুনাই আপত্তি নুতুলিলে। ললিতে তাৰ অতি হেঁপাহৰ হাৰমনিয়মটো বেচি পোৱা ধনেৰে কলিকতালৈ গুচি গ'ল। ললিতমোহনে শহুৰেকৰ টকা কেইটাৰ সহায় নললে। লাহৰীও মাকৰ ঘৰলৈ নগ'ল।

লাহৰীৰ বন হ'ল দুবেলা দুমুঠি খোৱা আৰু ওৰে দিনটো তাঁত-সূত বোৱা। স্কুলত পঢ়া ছোৱালী, চিলাই কামত পাকৈত; কিন্তু বোৱাকটাত অপটু আছিল। প্ৰাণপণ চেষ্টা কৰি লাহৰী প্ৰথম শ্ৰেণীৰ বোৱনী হৈ উঠিল। আৰু কটনা কাটি জীৱিকা নিৰ্ব্বাহ কৰিবলৈ লাগিল।.......

কলিকতালৈ গৈ ললিতমোহনে নানা ঠাই ঘূৰিলে। অলপ দিনৰ ভিতৰতে বহুতৰ লগত চিনাকি হ'ল। সঙ্গীতত অধিকাৰ থকা কাৰণে সি চাকৰি পাবলৈ হাবাথুৰি খাই ফুৰিব নেলাগিল। ললিতমোহনে কাঠ ফালি তক্তা কৰা কোম্পানী এটাৰ কামত

সোমাল। কেইমাহমান পিছত দেশলৈ উভতি আহি সি কাঠ ফলা কল এটা বহুৱালে। শহুৰেকে ব্যৱসায় কৰিবলৈ টকা দিছিল। কিন্তু সেই টকা এনেই নলৈ তেওঁক প্ৰধান অংশীদাৰ পাতিছিল। কল চলামাত্ৰে বহু ঠিকা পালে। এতিয়া বহুত আঢ্যৱন্ত মানুহে সেই ব্যৱসায়ৰ অংশ লবলৈ ললিতক খাটনি ধৰিবলৈ ধৰিলে।

* * * *

লাহৰী আইদেউৰ ধুনীয়া ল'ৰা এটি উপজিল। সাত শতুৰুৰ মুখত ছাই সানি সি এবছৰৰ দেওনাখন পাৰ হৈছে। লাহৰীৰ দেউতাকে নাতিয়েকৰ হাত দুখনত ধৰি চাপৰি বজাই কলে—
"গাচোন মোৰ সোণাই—

পাৰে পৰি হৰি কৰোঁহো কাতৰি
প্ৰাণ ৰাখবি মোৰ।
বিষয় বিষধৰ বিষে জৰজৰ
প্ৰাণ নাৰহে আৰ॥"

নাতিয়েকে আতাকৰ মুখৰ ফালে চাই পকা ডাঢ়িত ধৰি টানিলে। তাকে চাই লাহৰীয়ে মুখখন ঘূৰাই লৈ দেউতাকে নেদেখাকৈ মুখ টিপি হাঁহিবলৈ ধৰিলে।

## কুক্কুটমেধ যজ্ঞ

ৰং-ধেমালিৰ পূৰ্ণাহুতি খোৱা-বোৱাত। সেই বাবে ৰঙালি বিহুৰ নানা ৰং-ধেমালিৰ উপৰিও কিছুমান ডেকাই মন কৰিলে বালি-ভাত খাবৰ নিমিত্তে। কিন্তু এই জহত, এই খৰাং পচোৱাৰ মাজত কলৈ যায় সেইটোৱেই হ'ল ডাঙৰ সমস্যা। বহুত তৰ্ক-বিতৰ্কৰ পিছত ঠিক হ'ল, কলেজলৈ যাবৰ আৱশ্যক নাই। বিপিনহতৰ ঘৰত আন কোনো নাই। সকলো ছিলঙলৈ গৈছে, অকল বিপিনহে কলেজ থকাৰ নিমিত্তে যাব পৰা নাই। তাৰ ঘৰতে খোৱাবোৱাৰ ব্যৱস্থা হ'ব।

এতিয়া কথা উঠিল কি খোৱাব দিহা কৰা যায়? সান্দহ, কোমল চাউল, দৈ গাখীৰ প্ৰভৃতি ঘৰে ঘৰে হ'ব। ৰসগোল্লা, পানীতোৱা, কচুৰী, নিমকি, কেক, ব'ন প্ৰভৃতি ৰেষ্টুৰাঁত কলেজীয়া ল'ৰাৰ নিত্য নৈমিত্তিক খাদ্য। খাব লাগিলে সদায় নোখোৱা বস্তুহে খাব লাগে।

মাধৱ বৰাই প্ৰস্তাৱ কৰিলে—"ফাউলৰোষ্ট আৰু পলাও খোৱা য'ক।" উপেন বৰুৱা সৰুৰেপৰা অৰ্থডক্স। সি এই কথাৰ উত্তৰ দিলে—"কিয়হে পৃথিবীত আন খোৱা বস্তুৰ আকাল হ'ল নেকি, হিন্দুৰ অখাদ্য বস্তুহে যে খাব লাগে?"

মাধৱে হাঁহি প্ৰত্যুত্তৰ দিলে—"খাদ্য অখাদ্য কি আছে? খোৱা বস্তু থাওঁতে হিন্দু ঋষি-মুনিসকলৰ অনধিকাৰ চৰ্চ্চা মানি লব নোৱাৰি। দুই তিনি হাজাৰ বছৰ আগেয়ে কুকুৰা ত্যাগৰ কিবা কাৰণ আছিল যদিও এতিয়া তাক মানি লবলৈ আমি বাধ্য নহওঁ।"

উপেনে কলে—"এইখিনিয়ে ইংৰাজী পঢ়াৰ বিশেষত্ব। মুছলমান সম্ৰাটে জোৰজুলুম কৰিও পশ্চিম আৰু মধ্যভাৰতত যিমান

অখাদ্য খুৱাব পৰা নাছিল, বৰ্ত্তমান শিক্ষাৰ কৃপাত লাহে লাহে তাতকৈও বহু বেছি বস্তু খোৱাৰ অভ্যাস হ'ল।"

ৰাধানাথে হাতচাপৰি মাৰি কলে—"ডেয়াৰ্ ইউ আৰ—(there you are)। পিছে শিক্ষাই চকু মেলি দিলে। নহলে চিৰদিন কুসংস্কাৰ লৈ থাকিব লাগিলহেঁতেন।"

উপেনে অলপ বিদ্রূপৰ হাঁহিৰে কলে, "চকু মেলি দিছে নে চকু মুদাই দিছে? এই মেটেৰিয়েলিষ্ট কালছাৰৰ লগত ভাৰতীয় কালছাৰক কোন হিচাপত যে মানুহে বিজাই চাব খোজে কব নোৱাৰোঁ। সিহঁতৰ আদৰ্শ উপভোগ আমাৰ ত্যাগ। কোনে কলৈ গৈ হাতীৰ নেজৰ 'ছুপ্' খালে, ঘৰিয়ালৰ মঙহৰ 'কাট্লেট' খালে, ক'ত বহি ৰোষ্ট খালে—এইবোৰ লৈয়ে সিহঁতৰ গপ আৰু আমাৰ হৈছে কোনে নিৰামিষ খাইছে, কোনে গয়াত কি এৰিছে, কাশীত......।"

ৰাধানাথে তাৰ কথাত বাধা দি হাঁহি অথচ ডাঙৰকৈ কবলৈ ধৰিলে—"তুমি ভুল বুজিছা। ভাৰতীয় কালছাৰ সম্বন্ধে মেয়ো তোমাতকৈ কম 'প্ৰেজুডিছড্' নহওঁ। পিছে চকু মেল খুৱাইছে অৰ্থাৎ 'আই মিন (I mean) বিজন' উলিয়াবৰ প্ৰবৃত্তি দিছে। নোচোৱা কেলৈ শশকী, মল্লকী আৰুবা কি কি 'ভক্ষ্য এতে পঞ্চনখানি অভক্ষ্য গ্ৰাম্য কুক্কুট।' এই মনুসংহিতাৰ কথাফাঁকি নিতান্ত ভুল। ই কেতিয়াও কুক্কুট নহয়। কুক্কুৰ হোৱা উচিত আছিল। মূল পুথিৰপৰা নকল কৰোঁতে ভুলতে কুক্কুট কৰি পেলাইছে। যেনেকৈ নৰৰ ভিতৰত শ্ৰেষ্ঠ ৰাম তেনেকৈ পাৰ চৰাইৰ ভিতৰত শ্ৰেষ্ঠ ৰামপাৰ অৰ্থাৎ কুকুৰা।"

তাৰ কথা শুনি সকলোৱে হাঁহিলে। ৰাধানাথে কিন্তু খং নকৰি কৈ যাবলৈ ধৰিলে—"নাহাঁহিবা। মই খুহুটীয়া কথা কোৱা নাই। পঞ্চনখীৰ ভিতৰত শশকী, মল্লকী আদি পাঁচ বিধৰ জন্ম হৈছে। তাৰ মাজত কুক্কুটৰ কথা কিয় আহিব? ই অৰণ্যে কোনো পঞ্চনখী জন্মৰ কথা আছিল আৰু সদায় খাইছিল।"



বিপিনে হাঁহি কলে—"আৰ্য্যবিলাকে কুকুৰ খাইছিল জানো?"

ৰাধানাথে ভ্ৰূকুটি কৰি উত্তৰ দিলে—"তুমি নিতান্ত মূৰ্খৰ দৰে কৈছা। আৰ্য্য-অনাৰ্য্যৰ কি কথা আছে? অতীত অৱস্থাত বান্ধ-বিচাৰ একো নাছিল বুলিয়েই মনুৱে মনুষ্য সমাজৰ মঙ্গলৰ নিমিত্তে এইবোৰ ব্যৱস্থা কৰিছিল। যিসকলে এই বাধাবিঘিনি মানি চলিছে সিবিলাকেই আৰ্য্য হ'ল। মানুহে যে কুকুৰ খাইছিল তাৰ প্ৰমাণ এতিয়াও আছে। কলিকতাৰ হোটেল-ৰেষ্টুৰাঁত কাৰী, কাটলেট, ছপ খোৱাসকলৰ বোলে মাজেসময়ে কুকুৰৰ মাংসৰ সোৱাদ লবলৈ সৌভাগ্য মিলে। মনুৱে খাদ্য-অখাদ্যৰ বিচাৰ কৰোঁতে দেখিলে কুকুৰৰ মঙহ ভাল হব পাৰে; কিন্তু যেতিয়া গি বলিয়া হৈ থাকিব, তাৰ তত ধৰিব নোৱাৰি মানুহে খাই মহা বিপদত পৰিব পাৰে। সেয়েহে ব্যৱস্থা কৰিলে 'ন ভক্ষ্য গ্ৰাম্য কুক্কুৰঃ।' পিছত নকল কৰোতাই ভুল কৰি 'ৰ'ৰ ঠাইত 'ট' কৰি পেলালে। সংস্কৃতত 'ৰ' আৰু 'ট' লৰালৰিকৈ লিখোঁতে একে যেন হৈ পৰিছিল। সেই বাবেও ভুল হব পাৰে। আকৌ শুনা—বৰৰপৰা বট, বাৰীৰপৰা বাটি, ঘোঁৰাৰপৰা ঘোটক ইত্যাদি হোৱা দেখা যায়। অকল সেয়ে নহয়, কিছুমান পুৰণি লিখাৰ (বিজনী ৰজাৰ লগত ভোটান চৰকাৰৰ চিঠি-পত্ৰ) ভিতৰত আমাৰ ঠাইত আমাট, তোমাৰ ঠাইত তোমাট দেখিবলৈ পোৱা যায়। এইবোৰ দেখি শুনি মোৰ দৃঢ় বিশ্বাস হৈছে কুকুৰৰ 'ৰ' টো যি কোনো কাৰণে নহওক 'ট' হৈ গৈছিল। নহলে বাৰু কোৱাচোন কুকুৰা খোৱাত নিষেধৰ কি যুক্তিযুক্ত কাৰণ থাকিব পাৰে।"

উপেনে অলপ গহীন হৈ কলে—"আমি যুক্তি বিচাৰি নাপালেই যে কোনো যুক্তি বা কাৰণ নাই তেনে যুক্তি ধৰি লোৱাটো অহমিকা মাথোন।"

বিপিনে হাঁহি মাৰি কলে—"কুকুৰাৰ মঙহ বৰ গৰম। ভাৰত গৰম

দেশ আৰু কোনো কোনোবাই কয়, কুকুৰাৰ মঙহত বোলে পাৰাবাথৰ আছে।”

ৰাধানাথে মুখ অলপ বিকৃত কৰি কলে—“থৈ দিয়া সেইবোৰ কথা। শীতপ্ৰধান দেশৰ মানুহ জহৰ দেশলৈ আহিলে এনেই ৰক্ষা নাথাকে, তাৰ ওপৰত কুকুৰা খালে তোমাৰ কথা মতে সিহঁতৰ গাৰে ধোঁৱা বোৱা উচিত আছিল। পিছে সিহঁতৰ দেখো স্বাস্থ্য তোমাৰ আমাতকৈও ভালহে। মোৰ দুখ বহুতে মনুক এজন ভঙুৱা বুলি ভাবে। কিন্তু কুসংস্কাৰপূৰ্ণ ব্যাখ্যা দিয়া কৰ্ত্তাসকলহে ভঙুৱা।”

মাধৱে কথাবোৰ মন দি শুনি আছিল। পুৰণি হিন্দু শাস্ত্ৰক বৰ্ত্তমান যুগত অগ্ৰাহ্য কৰাৰ বাহিৰে কুকুৰা খোৱা সম্বন্ধে তাৰ কোনো যুক্তি নাছিল। তাৰ ইচ্ছাৰ সপক্ষে ৰাধানাথৰ যুক্তি বৰ ভাল লাগিছিল। সি কলে—“ঠিক কৈছা। মনুৱে কেতিয়াও কুকুৰা খাবলৈ হাক দিয়া নাই। লৈ আহা কুকুৰা।”

সৰ্ব্বসম্মতিক্ৰমে নহলেও বেছি ভাগৰ মতে কুকুৰা খোৱাই ঠিক হ'ল। উপেন বৰাই কিন্তু তাৰ জেদ নেৰিলে। তাৰ নিমিত্তে কুকুৰাৰ সলনি এযোৰ পাৰ চৰাইকে অনাৰ কথা হ'ল। আৰু পোলাওৰ লগত কোনো মঙহ নিদি শুদা পোলাও কৰা হ'ব। মাধৱে নিজে ৰন্ধাবঢ়া কিতাপ চাই আৰু কলিকতাৰ ঠিক উৰিয়া ঠাকুৰ বিলাকৰপৰা নোট কৰি অনা বহী চাই ৰান্ধিব।

পুৱা তাৰক কাকতীৰ ঘৰৰপৰা মাধৱে এখন চিঠি পালে, তেওঁলোক সপৰিয়ালে বশিষ্ঠাশ্ৰমলৈ যাব। মাধৱো লগত যাব লাগে।

সি আছিল কিছুদিনৰ আগলৈকে তাৰক কাকতীৰ জীয়েক নিৰ্ম্মলাৰ গৃহশিক্ষক। আৰু বৰ্ত্তমানে কাকতীৰ জীয়েকৰ ৰূপৰ প্ৰত্যাশী। বি-এ পাছ কৰিব পাৰিলেও তাইৰ লগত তাৰ বিয়াখন হৈ গ'লহেঁতেন, কিন্তু বিধি নিতান্ত বাম। দুইবাৰ ৰাতি উজাগৰে পঢ়ি, কবিৰাজী তেল মুৰত সানি, মেধা শক্তিৰ বৃদ্ধিৰ পেটেণ্ট দৰৱ



খায়ো কোনো ফল নহ'ল। কামাখ্যা আৰু উমানন্দয়ো অলপ অচৰপ ভেটী নোখোৱা নহয়; কিন্তু সকলো নিষ্ফল হ'ল। গতিকে ঠিক হোৱা সম্বন্ধ ভাগিবৰ উপক্ৰম হৈছে। এনে ঘৰৰপৰা নিমন্ত্ৰণ পাই মাধৱে নাযাওঁ বুলি কব নোৱাৰিলে। আনফালে ৰন্ধাবঢ়াৰ উদ্যোগ পৰ্ব্ব শেষ হৈছে। কিন্তু মাধৱ আহি উপস্থিত হোৱা নাই। তালৈ বাট চাই চাই অধীৰ হৈ পৰিছে। তাক বিচাৰি কেইজনমান ডেকা চাৰিওফালে ওলাল। ৰাধানাথে চাইকেল মাৰি মাৰি গৈ তাৰক কাকতীৰ দুৱাৰমুখতে লগ পালে। এখন মটৰ বাছ আৰু এখন কাৰ হাজিৰ। লৰা-ছোৱালী বহুতে উঠিবলৈ ধৰিছে। মাধৱে সকলোকে বহিবৰ ঠাই দেখুৱাই দিবলৈ ধৰিছে। ৰাধানাথে সুধিলে,—“তুমিতো ভাল মানুহ! এতিয়াও যোৱা নাই, কাৰণ কি?”

মাধৱে নিৰ্ম্মলাৰ মাকৰ ফালে চাই অলপ কিবা ভাবি কলে—“এৰা, মোক ক্ষমা কৰিবাহে। এখেতসকলৰ লগত মোক বশিষ্ঠাশ্ৰমলৈ যাবলৈ ধৰিছে।”

ৰাধানাথ তাৰ কথা শুনি আচৰিত! অলপপৰ ৰৈ কলে—“তেনে কথা কেতিয়াও হব নোৱাৰে। এই কুক্কুটমেধ যজ্ঞৰ তুমিয়েই হোতা। তুমি নহলে কেনেকৈ হ'ব?”

মাধৱো জনা আছিল সি নহলে আজিৰ খোৱাবোৱা পণ্ড হ'ব। কিন্তু প্ৰাণৰ টানত কৰ্ত্তব্যৰ গুৰুত্বত নিৰ্ম্মলাহঁতৰ লগত বশিষ্ঠলৈ যোৱাৰ ফালেই ভাবি লৈছিল। এতিয়া বুজি পালে আনফালে নষ্ট হলে ডেকাবিলাকে তাক শুদাই নেৰে। গতিকে সি দোধোৰ-মোধোৰত পৰিল। ৰাধানাথে ৰৈ নাথাকি মাধৱক টানি লৈ তাৰপৰা গুচি যাবলৈ চেষ্টা কৰিলে। নিৰ্ম্মলাৰ কাণত কুক্কুটমেধৰ কথা পৰিছিল। তাই হাঁহি মাৰি কলে—“বিহুৰদিনতো কুকুৰা খায়, ছিঃ!”

এই আৰাধ্যা সুন্দৰীৰ ‘ছিঃ’ কথাষাৰে মাধৱৰ মগজুত সোমাই বৰ তোলপাৰ লগালে। নিৰ্ম্মলাৰ নিষেধ বা অনুৰোধ, তাৰ

সকলো আশা তাইৰ ইচ্ছা বা অনুগ্ৰহৰ ওপৰতেই নিৰ্ভৰ কৰিছে। সি খং কৰি ৰাধানাথৰ হাতৰপৰা হাত আজোৰ মাৰি আঁতৰাই লৈ কলে—"আহ! কি অসভ্যৰ নিচিনা টনাটনি লগাইছাহে ?"

তাবক কাকতীয়ে ঘৰৰপৰা ওলাই ডেকা দুজনক টনা-আজোৰা কৰা দেখি মাধৱক সম্বোধন কৰি কলে—"তোমালোকৰ আন ঠাইত কিবা প্ৰোগ্ৰেম আছে যদি যোৱা।"

মাধৱে লৰালৰিকৈ কলে, "নাই, তেনে একো নাই।" ৰাধানাথে অলপ খং কৰি উত্তৰ দিয়ে—"নাই কি? তুমি যাব নোৱাৰিলে আগেয়ে কব লাগিছিল। তুমি চখ কৰি বন্ধাবঢ়াৰ নিচিনা ভাব ললা বাহাদুৰি দেখুৱাবৰ বাবে। এতিয়া পলাব খুজিছা? সেই কথা কেতিয়াও হব নোৱাৰে।"

তাবক কাকতীয়ে মধ্যস্থ হৈ মীমাংসা কৰি দিলে—"মাধৱে বহুত বাৰ বশিষ্ঠাশ্ৰম দেখিছে, আগলৈও দেখিব। বৰ্ত্তমানে তাৰ পক্ষে ডেকা সকলৰ খোৱা-বোৱাতহে যোগ দিয়াটো উচিত।"

মাধৱে আৰু কি কৰে? এই বশিষ্ঠাশ্ৰমলৈ যোৱা দলটো এৰিবৰ তাৰ ইচ্ছা অকণো নাই। নিৰ্ম্মলাৰ সঙ্গসুখ যে তাৰ কিমান মধুৰ তাক তাৰ অন্তৰৰ মানুহটোৱেহে জানে। এনে সুযোগ সদায় নঘটে। নিজৰাৰ শিলত বহি ভূতত্ত্ব আৰু পৰ্ব্বতৰ গছ-গছনিৰ মাজত বহি উদ্ভিদ-তত্ত্ব বিশেষকৈ সকলো তত্ত্বৰ ভিতৰতেই প্ৰেমময়ৰ প্ৰেমলীলা তত্ত্বৰ বিষয়ে নিৰ্ম্মলাক বুজাবলগীয়া বহু কথাই তাৰ অন্তৰত উখলমাখল লগাই আছিল। কিন্তু কাকতী ডাঙৰীয়াৰ এই কথাৰ পিছত সি কেনেকৈ জোৰ কৰি লগত যায়?

যাত্ৰীসকল ৰাওনা হৈ গ'ল। সি মটৰৰ ফালে একেৰাহে চাই ৰ'ল। তাৰ আন্ধাৰ অদৃষ্টৰ চিনাকি চলন্ত মটৰৰ ধূলিয়ে সকলো অনিষ্ট কৰি পেলালে। সি ৰাধানাথৰ ফালে চাই অলপ হাঁহি বিপিনহঁতৰ ঘৰমুৱা হ'ল। বাটে বাটে ৰাধানাথে কথা কৈ যাবলৈ ধৰিলে। কিন্তু সি একো নামাতিলে।



মাধৱৰ বৰাৰ পলম হোৱা দেখি ডেকা কেইজনে বৈ নাথাকি বন্ধাৰ দিহা লগালে। পলাও বন্ধিবলৈ কি কি লাগে, ভালকৈ নজনাত গোলাপ জল, লেভেণ্ডাৰ, ৱাটাৰ আদি আনিলে। কোৱাত ওস্তাদ হলেও বন্ধাবঢ়াত বহুতেই তেনেকুৱা। এনেই ৰান্ধিব নাজানে তাতে আকৌ অধিক ৰান্ধনিত গুড় ধমনা।

মাধৱে আহি দেখিলে এছেন্স, লেভেণ্ডাৰ আদিৰে চাউল সিজোৱা হৈছে। তাৰ ইচ্ছা আছিল, যেনেকৈ হ'ক ৰান্ধি দি নিজৰ কথাষাৰ ৰাখি চাইকেলেদি বশিষ্ঠাশ্ৰমৰ ফালে গুচি যাব। কিন্তু সেইবোৰ পেলাই দি আকৌ বজাৰলৈ যোৱা, চাউল, মচলা আদি কিনা প্ৰভৃতি বন বাঢ়িল। লগে লগে তাৰ মনৰ চঞ্চলতাও বাঢ়িল। মিছামিছি সকলো কথাতেই সি খং কৰি উঠিবলৈ ধৰিলে। লগতে বন্ধা কামতো বেছি পলম হবলৈ ধৰিলে। মাধৱে ঠিক কৰিলে, নিৰ্ম্মলাৰ ছিঃ কথাষাৰৰ উপযুক্ত মূল্য দিব; এই প্ৰণয়ৰ অনুজ্ঞাৰ উপযুক্ত সন্মান দেখুৱাব। সি আজি কুকুৰা নাখায়। কিন্তু তাৰ আগ্ৰহৰ আধিক্যতে আজি এই কুকুৰা পাৰ্টিৰ ব্যৱস্থা হৈছে। এতিয়া সি নিজেই নাখায় বুলি কয় কেনেকৈ? এতেকে গা ভাল নহয় পেট কামুৰিছে বুলি সি ফাঁকি দিবলৈ চেষ্টা কৰে আৰু ঘনে ঘনে হাতঘড়ীৰ ফালে চাবলৈ ধৰিলে।

বিপিনে কলে—"ভয় নাই, 'একোৱা টাইকোটিছ' আছে, এক দাগ খাই দিয়া।"

সি কিন্তু খাব নোখোজে। কাৰণ বিনা ৰোগত ঔষধ খালে হানিমেনৰ মতে ৰোগৰ সৃষ্টি হয়। দৰৱ নোখোৱা দেখি সকলোৱে তাক সন্দেহ কৰিলে। ৰাধানাথে তাৰ মনৰ কথা কৈ দিলে যে, সি কোনোমতে বেহানি কেইবিধ সিজাই দি বেগতে গুচি যাব খুজিছে আৰু তাৰক কাকতী ডাঙৰীয়াৰ জীয়েক নিৰ্ম্মলা আইটীয়ে বিহুৰ দিনত তাক কুকুৰা খাবলৈ হাক দিছে।

কথা শুনি সকলোৱে মাধৱক ধৰিলে, কুকুৰা খাবই লাগিব। এতিয়াও ৰন্ধাবঢ়া হোৱা নাই; গতিকে এজন ডেকাই কুকুৰাৰ

কেঁচাতেজ তাৰ মুখত লগাই দিলে। আৰু কোন কলৈ যায়? সি চোলাৰ হাত কোচাই ঘুচি চলালে। ভাগ্য ভাল দেখিহে ডেকাজন জাপ মাৰি আঁতৰি গ'ল। নহলে তাৰ দাঁত সৰিলহেঁতেন। মাধৱ আৰু বৈ নাথাকি গপ্‌গপাই তাৰপৰা ওলাই গ'ল। তাৰ মনোবাঞ্ছা পূৰ্ণ হ'ল। ভাবিলে, এতিয়াই চাইকেলেৰে গৈ নিৰ্ম্মলাহঁতৰ লগত যোগ দিব।

পাণবজাৰ নৌপাওঁতেই দামুৰী এটাৰ গাত খুন্দা লাগি সি পৰি গ'ল। চাইকেলৰ চকাৰ কেইডালিমান স্পোক আৰু ব্ৰেকেৰে সৈতে মাডগাৰ্ড বেঁকা হৈ গ'ল। আৰু নিজৰো হাত-ভৰিৰ ছাল গ'ল।

সিফালে বশিষ্ঠত নিৰ্ম্মলাই এটা শিলৰপৰা বাগৰি পৰাত মূৰত অলপ কটা গ'ল। সেই বাবে নিৰ্দ্দিষ্ট সময়ৰ আগেয়ে বশিষ্ঠাশ্ৰমৰ কাকতী পৰিয়ালৰ সকলোটি উলটি আহিবলৈ বাধ্য হ'ল। মাধৱ বৰাই দোকানত সোমাই চাইকেল মেৰামতিত ব্যস্ত থকাত নিৰ্ম্মলাহঁত ঘূৰি আহোঁতে তাৰ চকুত নপৰিল। পলম কৰি হলেও মাধৱে গৈ বশিষ্ঠৰ নিৰ্দ্দিষ্ট ঠাইত মটৰ দুখন নেদেখি মহা দুচিন্তাত পৰিল। তত্ৰাচ এবাৰ আশ্ৰমলৈ গৈ চাৰিওফালে চাই ললে। আন যাত্ৰী বহুত থকাতো মাধৱৰ মনত নিৰ্জ্জন যেন লাগিল।

ডাক্তৰ-কম্পাউণ্ডাৰ সকলো আহি নিৰ্ম্মলাৰ চিকিৎসাৰ ব্যৱস্থা লগালে। বিপিনহঁতৰ ঘৰত ডেকাসকলে খবৰ পাই সহায় কৰিবৰ কাৰণে ৰংধেমালি এৰি লৰ মাৰিলে। কলেজীয়া ডেকাসকলৰ ই এটি মহৎ গুণ। কাৰো কোনো দুৰ্ঘটনাৰ কথা শুনিলে তেওঁলোক অযাচিতভাৱে সহায় কৰিবৰ কাৰণে আগবাঢ়ে।

মাধৱ বৰাই ঘূৰি আহি অভিমানত নিজৰ ঘৰতে শুই আছিল। তাৰ গা ভাল নহয় বুলি কোনেও খবৰ নিদিলে। যেতিয়া আবেলি সি শুনিলে তেতিয়া নিৰ্ম্মলাহঁতৰ ওপৰত তাৰ বৰ অভিমান হ'ল। ইমানে পৰ বুলি ভাবে যে ভাল নোহোৱা এটা খবৰো নিদিলে। কিন্তু



আন ডেকাসকলক হলে মাতিছিল। সি খং কৰি তাৰক কাকতীৰ ঘৰৰফালে নগৈ বিপিনহঁতৰ ঘৰৰ ফালে গ'ল।

নানা গোলমালত পোলাও, কুকুৰা পাৰ একোকে বন্ধাৰ ব্যৱস্থা নহ'ল দেখি বিপিনে তাৰ ৰান্ধনিটোৰ অভিজ্ঞতাৰ সহায় লৈ নিজে মঙহৰ আঞ্জা ৰান্ধিবলৈ ধৰিছিল, এনে সময়ত মাধৱ আহি ওলাল। বিপিনে তাক ৰান্ধনিশালালৈ লৈ গল। যি হবৰ হৈছে এতিয়া এই আবেলি কিবা এটা কৰি বস্তুখিনিৰ সদ্গতি কৰিবৰ নিমিত্তে দুয়ো লাগি গ'ল। নিৰ্ম্মলাৰ ওপৰত অভিমানে তাৰ মনৰ ভাব ওলোটাই দিছে। সি আজি কুকুৰা খাবই খাব।

হিন্দু মিছনৰ চেষ্টাত গুৱাহাটীত এখন ডাঙৰ সম্মিলনী পাতিবৰ কথা আছে। এই মিছনৰ এজন উদ্যোগী সভ্য বিপিনিৰ দেউতাক বনস্পতি ডাঙৰীয়া। তেওঁ আহি মিছনৰ প্ৰধান প্ৰধান কৰ্ম্মী লগত লৈ ছিলঙৰপৰা কোনো বাতৰি নিদিয়াকৈ ঘৰ পালেহি। লগতে বিপিনৰ মাকো আহিছিল, দুদিন থাকি আকৌ গুচি যাব।

তেওঁলোকে আহি দেখিলে, ঘৰখন পিয়াজ-নহৰুৰ গোন্ধত আমোলমোল—ঠিক যেন পাণ্ডুঘাটৰ 'ফেৰি বোট'ত থকা চাবাবজীৰ হোটেলহে। বিপিনে আহি দেউতাকক সেৱা জনালে। কাণ্ড কি সোধাত ছাত্ৰবিলাকৰ বালিভাতৰ কথা কলে। দেউতাকে শুনি ভালেই পালে। বিপিনে অলপ পৰ বৈ কলে—"কুকুৰা খাবলৈ ঠিক কৰিছে।"

বনস্পতি ডাঙৰীয়াই উত্তৰ দিলে—"আজি কালিৰ ল'ৰাবিলাকে খায়ে দেখোন। কি কয় স্বামীজী?" বুলি লগত থকা মিছনৰ কৰ্ম্মী গৰাকীলৈ চালে। তেওঁ "এৰা, সিতো ভদ্ৰলোকৰ পাচলি বুলি ধৰিব পাৰি" বুলি হাঁহিবলৈ ধৰিলে।

বিপিনৰ মনত যিখিনি ভয় আছিল সি আঁতৰ হোৱাত দুগুণ উৎসাহে বন্ধাত লাগি গ'ল। তাৰ মনৰ কৌতূহল হ'ল ডেকা ছাত্ৰ-বিলাকে কেনেকৈ ৰান্ধে চাবৰ কাৰণে।

মাকে কিহৰ মঙহ বুলি সোধাত বিপিনে নিৰ্ভয়ে সঁচা কথা কলে। মাকে কুকুৰাৰ কথা শুনি আচৰিত হল। আৰু সেই মুহূৰ্ত্ততে বাহিৰলৈ গৈ থুই পেলাবলৈ ধৰিলে। "ৰাম ৰাম ই কি কাণ্ড! জাতি যোৱাৰ কথা। কোনে তোক এইবোৰ কাম কৰিবলৈ কৈছে? পেলাই দে, পেলাই দে।"

বিপিনে দেখিলে তাৰ মাকৰ এনে ব্যৱহাৰত ডেকাসকলে বেজাৰ পাব। সিও বৰ লাজত পৰিব। সি বন্ধা ঘৰৰপৰা ওলাই আহি উত্তৰ দিলে—"আইতা! কিয় গোলমাল কৰিছে? দেউতাই হুকুম দিছে।"

এই কথা শুনি বিপিনৰ মাকৰ খং বাঢ়ি গ'ল। "মাত, মাত তোৰ দেউতাৰক" বুলি তেওঁ উগ্ৰমূৰ্ত্তি ধৰি ড্ৰয়িং ৰুমলৈ ওলাই আহিল। গিৰিয়েক অবাক হৈ তেওঁৰ মুখলৈ চাই ৰ'ল। তেওঁ চিঞৰি সুধিলে—"কোনে বিপিনহঁতক মোৰ ঘৰত কুকুৰা খাবলৈ দিছে? মানুহে খায় গোপনে—সমাজক নজনাকৈ; কিন্তু কি আচৰিত! ঘৰৰ ভিতৰত বান্ধনিঘৰত সোমাই ৰান্ধিব লাগিছে আৰু সেই কামলৈ উৎসাহদাতা আপুনি?"

কথা শুনি বনস্পতি ডাঙৰীয়াই অলপ লাজ পাই কলে—"মই উৎসাহদাতা বুলি কোনে কলে? মই কেৱল কৈছো আজিকালিৰ ডেকাবিলাকে কুকুৰা খায়। ৰান্ধনি ঘৰত ৰান্ধিবলৈ তাক কোনে কলে?"

ডাঙৰীয়ানীয়ে ডাঙৰকৈ উত্তৰ দিলে—"আৰু কোনে কব?" বিপিনে কলে, "আপুনি হুকুম দিছে বুলি।"

কথা শুনি গিৰিয়েকে 'বিপিন বিপিন' বুলি চিঞৰিবলৈ ধৰিলে। বিপিন ওলাই আহি দেউতাকৰ আগত থিয় হ'ল। তেওঁ টানকৈ সুধিলে—"কোনে তোক ৰান্ধনি ঘৰত কুকুৰা ৰান্ধিবলৈ দিছিল?" বিপিনে লগৰীয়া ডেকাবিলাকৰ আগত ভেচভেচীয়া হ'বৰ সম্ভাৱনা দেখি খং কৰি কলে—"নিজেই কয় খাব পাৰে বুলি, আকৌ আইতাৰ কথা শুনি এতিয়া মত সলনি হ'ল?"



বিপিনৰ মাকে খঙত চিঞৰি উঠিল—"মোৰ কথাতহে দেউতাৰৰ মত সলনি হ'ল?" বনস্পতি ডাঙৰীয়াই গৰ্জ্জি কবলৈ ধৰিলে—"এই বিদ্যা শিকিছ? বাপেৰৰ মুখে মুখে জবাব দিয়? যা পেলাই দে।"

স্বামীজীয়ে 'হৰি ওঁ হৰি ওঁ' কৰিবলৈ ধৰিলে। বিপিনৰ খঙত মুখ ক'লা পৰি থাকিল। কিন্তু কাকো একো নকলে। আন কি এখোজো নলৰিলেও। এই অৱস্থা দেখি বাপেকে খঙত অগ্নিশৰ্মা হৈ থিয় দিলে। স্বামীজীৰ মনত আশংকা হ'ল। তেওঁ নীতিশ্লোক মাতিলে। 'প্ৰাপ্তেতু ষোড়শে বৰ্ষে পুত্ৰং মিত্ৰবদাচৰেৎ।'

বনস্পতি ডাঙৰীয়াই 'প্ৰাপ্তেতু বিংশতি বৰ্ষে পুত্ৰ বলবদ আচৰেৎ' বুলি কৈ ভিতৰলৈ সোমাই গ'ল। খং, লাজ, অপমান, অভিমান প্ৰভৃতিত বিপিনৰ চকুপানী ওলাল।

মাধৱে আপোনমনে ৰান্ধিবলৈ ধৰিছে। নিৰ্মলাৰ ওপৰত অভিমানে তাক বাহিৰৰ জগতৰ লগত সম্পৰ্কবিহীন কৰি তুলিছে। প্ৰতিশোধ! তাইৰ বাক্য অগ্ৰাহ্য কৰি কুকুৰা খায়। এই বাবে এক ধ্যানতে থকাত কাৰো কথা তাৰ কাণত পৰা নাই। বনস্পতি ডাঙৰীয়াক ভিতৰ সোমোৱা দেখি সি বিপিন বুলি ভাবিছিল। বনস্পতি ডাঙৰীয়াই কোনো ফালে নাচাই জুহাললৈ গৈ "অগ্নিমুখে দেৱা খাদন্তি—নমঃ স্বাহা" বুলি লাঠি মাৰি আখাৰপৰা কুকুৰা বন্ধা কেৰাহীটো বগৰাই জুইত পেলাই দিলে। কেৰাহীৰ পৰা আঞ্জা ছিটিকি মাধৱ বৰাৰ কপালত পৰি পানীজ্বলা ফুটি যজ্ঞৰ ফোটৰ নিচিনা শোভা পাবলৈ ধৰিলে—কুক্কুটমেধ যজ্ঞৰ ফোট।

# সোপাধৰা

প্ৰাদেশিক শাসনকৰ্ত্তা মহামান্য চিফ কমিছনাৰ কুইটন চাহাব বাহাতুৰক নিষ্ঠুৰভাৱে হত্যা কৰাৰ প্ৰতিশোধৰ কাৰণে প্ৰবল প্ৰতাপান্বিত বৃটিছ গৱৰ্ণমেণ্টৰ অনুমোদনক্ৰমে যেতিয়া দলে বলে বিদ্ৰোহীয়ে মণিপুৰ ৰজাৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে, তেতিয়া সেই সৰু ৰাজ্যখনিৰ পৰিণাম জানিবলৈ কাৰো বাকী নাথাকিল। ইংৰাজৰ ৰাজধানী কলিকতা মহানগৰীত বাতৰি-কাকত বেচাৰ লগে লগে ফেৰিৱালাই চিঞৰিলে—"মণিপুৰেৰ বিপদ ভাবি, হুকুম হয়েছে জাৰি। বৃটিছ কামানেৰ জোৰে, মণিপুৰ যাবে উড়ে (মূল্য এক পয়ছা)।"

বিশ্বনাথ দাসে কাকতখন কিনি পঢ়ি চাই তেওঁৰ গৰাকী জমিদাৰক দিলেহি। জমিদাৰ ডাঙৰীয়াই চাই ভোটান যুদ্ধৰ কথা যি শুনিছিল তালৈ মনত পেলাই গম্ভীৰ হ'ল। বিশ্বনাথে তেওঁক গম্ভীৰ হোৱা দেখি আচৰিত হ'ল; কাৰণ যুদ্ধৰ বাতৰিত ৰং নোপোৱা মানুহ নিচেই তাকৰ। মহাৰাণী ভিক্টোৰিয়াৰ ৰাজ্যত বেলি মাৰ নাযায় বুলি জনাজাত। তেওঁ যেতিয়াৰপৰাই এই ৰাজ্যৰ ভাৰ লৈ দেশৰ শাসনভাৰ আৰু বাহিৰৰ শত্ৰুৰ আক্ৰমণৰপৰা ৰক্ষাৰ দায়িত্ব নিজ হাতত লৈছিল তেতিয়াৰপৰাই ভাৰতবাসীয়ে নিশ্চিন্ত হব পাৰিছিল। গতিকে আনৰ বিপদ দেখিলে ইয়াৰ মানুহে মনে মনে ৰং পাইছিল। দায়িত্ব যেতিয়া নাই, তেতিয়া এই বাতৰিত ৰং নাপাই গম্ভীৰ হবৰ কি কাৰণ আছে? সাহ কৰি একো সুধিব নোৱাৰিলে। কেৱল উৎসুক নয়নে জমিদাৰৰ ফালে চাই ৰ'ল।

বিশ্বনাথে অৱস্থাৰ গুৰুত্ব বুজিব পাৰিলে তেতিয়াহে যেতিয়া তাৰ ঘৰৰপৰা চিঠি আহিল। বাধ্য হৈ সি কেইদিনমানৰ কাৰণে ছুটী লৈ ঘৰমুৱা হ'ল।



জিলাময় আজি এক মহা হুলহুল লাগি গৈছে। চাৰিওফালে মণিপুৰৰ যুঁজৰ কথা। জমিদাৰসকলৰ ওপৰত চৰকাৰৰ অনুৰোধ-ৰূপী হুকুম আহিছে। যুদ্ধৰ কাৰণে নিজ নিজ এলেকাৰপৰা ভাৰী অৰ্থাৎ কুলী সংগ্ৰহ কৰি দি আৰু আৱশ্যকমতে ৰচদ সংগ্ৰহকাৰী বস্তু যোগান দি সহায় কৰিব লাগে। এই কামৰ বাবে চৰকাৰ বাহাতুৰেও জমিদাৰসকলক পুলিচ দি সহায় কৰিব।

যিজনে সময়ৰ গতি যিমান প্ৰতিকূল নহওক তাক অহোপুৰুষাৰ্থেৰে নিজৰ কামত লগাব পাৰে আৰু সময়ৰ দাম নহে সময়ক নিজৰ দাম কৰিব পাৰে, সেইজনকে বুদ্ধিমান বুলিব পাৰি। জমিদাৰ ডাঙৰীয়াৰ দেৱান শ্ৰীযুত বিজয়কৃষ্ণ বসু বাবুৱে দেখিলে তেওঁৰ এটা মহাসুযোগ উপস্থিত হৈছে। কেইমাহমান আগৰেপৰা পৰগণাৰ এটা ডিহিৰ প্ৰজা তেওঁৰ অত্যাচাৰৰ বিৰুদ্ধে জমিদাৰ আৰু গৱৰ্ণমেণ্টৰ ওচৰত কন্দা-কটা কৰিবলৈ আহিছিল। কিন্তু কোনো প্ৰতিকাৰ নোহোৱাত আন একো উপায় নাপাই অৱশেষত ৰায়তসকলৰ এখন সভা পাতি জনোৱা হৈছিল যে অত্যাচাৰী বিদেশী দেৱানক বৰখাস্ত নকৰালৈকে কোনেও খাজনা নিদিয়ে। এই সভাৰ কাৰ্য্যাধ্যক্ষ আছিল সেই ডিহিৰ এজন বৰখাস্ত হোৱা জমিদাৰ কাছাৰীৰ আমোলা। এই জাননীত হিতে বিপৰীত হ'ল। দেশী মানুহ প্ৰায় সকলোৱে যে 'নিমখ হাৰাম' সেই কথা দেৱান-জমিদাৰ বাবুৱে বুজাই দিবৰ কাৰণে ভাল ছল পালে। এই মানুহ-বিলাকক চাকৰি দিবৰ কাৰণে আৰু সকলো কাৰণত চাকৰি গলে যে ভৱিষ্যতলৈ জমিদাৰৰ সকলো গুপ্ত কথা ব্যক্ত কৰি দি বিশেষ অশান্তি ঘটাব পাৰে তাক তেওঁ প্ৰমাণ কৰিলে। ফল এই হ'ল যে ছাগলীয়ে ঘোলা কৰা পানী উজাই যোৱাৰ নিচিনা কাৰণ উলিয়াই দেৱানে বিনা দোষত দেশীয় মহৰিবিলাকক চাকৰিৰপৰা খেদিবলৈ ধৰিলে। আৰু সেই ঠাইত তেওঁৰ নিজ জিলাৰ জনাশুনা বিশ্বাসী মহৰি দুগুণ বেতন দি নিযুক্ত কৰিবলৈ ধৰিলে। ইফালে সভাৰ

গুৰিয়াল ( কাৰ্য্যাধ্যক্ষ ) সেই আমোলা গবাকীক ধৰিবলৈ বৰকান্দাজ, লাঠিয়াল আদি নিযুক্ত কৰা হ'ল। এইবোৰ কামৰ সময়ত জমিদাৰ অলপ আঁতৰি থকা ভাল বুলি পৰামৰ্শ দি তেওঁক কলিকতালৈ পঠাই দিলে।

কাৰ্য্যাধ্যক্ষ গৰাকীয়ে ভয়ত তত নাপাই জমিদাৰৰ মাটি এৰি গুচি গ'ল। ধৰা পৰিল সহকাৰী অৰ্থাৎ দফাদাৰ। জমিদাৰ ৰ'ল বিদেশত। দেৱানৰ হুকুমত ধৰা হ'ল। দেৱানেই বিচাৰক। ফল কি হ'ল তাক নকলেও চলে। কথাতে কয়, কোম্পানীৰ আইন জমিদাৰৰ আইন। দুজন হিন্দুস্থানী বৰকান্দাজে অনবৰত নাগৰা জোতাৰে মানুহজনক কোবাবলৈ ধৰিলে। তাৰ নাকেমুখে তেজ ওলাল। কাপোৰে-কানিয়ে মলমূত্ৰ ত্যাগ কৰিলে। যেতিয়া সি অজ্ঞান হৈ পৰিল তেতিয়া চৰকাৰী ডাক্তৰৰ হাতত তাৰ ভাৰ দিলে। জীৱনটো কোনোমতে ৰক্ষা পৰিল।

ডাক্তৰে পাৰিশ্ৰমিক পালে চাৰিশ টকা। থানাৰ ডাৰোগাই পালে পঞ্চাশ টকা ৰূপ। সৎপৰামৰ্শ দাতা জিলাৰ উকীল-মোক্তাৰো বাদ নপৰিল। কোনোৱে পঞ্চাশ, কোনোৱে পঁচিছ, কোনোৱে কুৰি টকাকৈ পালে—যাতে কোনেও তেওঁৰ বিৰুদ্ধে মোকৰ্দ্দমা নলয়। এনেকৈ মুঠ বাৰশ টকা ৰূপ খৰচ হ'ল। জমিদাৰী খৰচৰ বহীত লিখা হ'ল। দুই হাজাৰ পাঁচশ টকা ৰূপ—অতিথি-সৎকাৰ আৰু গ্ৰাম্য দেৱতাৰ পূজাৰ বাবদ খৰচ।

ঘটনা দেখি ৰায়তে ভয়তে খাজনা দিবলৈ ধৰিলে আৰু কিছুমানে আমোলাবিলাকৰ ওপৰত পোতক তুলিবৰ বাবে সাজু হৈ থাকিল। জমিদাৰ ডাঙৰীয়া সৰ্ব্ববিলাসৰ উচ্চস্থান কলিৰ স্বৰ্গ কলিকতাত। কৰ্ম্মচাৰী-প্ৰধানৰ কৌশল আৰু সতৰ্কতাত বিদ্ৰোহী প্ৰজা দমন হ'ল। মেহেবাৰ শালৰ বেচ, হেমিল্টন কোম্পানী আৰু ৰায় বাহাদুৰৰ দোকানৰ অলংকাৰৰ বিল, কুকু কোম্পানীৰ লেণ্ডো গাড়ীৰ ভাড়া প্ৰভৃতি দিয়াত বেছি পলম নহ'ব বুলি জানি মহা



ৰং পালে। দহ হাজাৰ টকা পঠিয়াবলৈ দেৱানলৈ টেলিগ্ৰাম কৰিলে।

চৰকাৰৰ বৰ্ত্তমান হুকুমে উদক ভেটাৰথীয়া পাতি দিয়া হ'ল। মফচলৰ জমিদাৰৰ নিমিত্তে পুলিচ অলপ ঠাণ্ডা থাকে। আকৌ পুলিচৰ কাৰণে জমিদাৰৰ আমোলাই অলপ নৰম হৈ চলে। এই হুকুমত দুয়োফালৰ যোগ ঘটিবৰ এটা মহা সুযোগ উপস্থিত হ'ল। দাৰোগাই ওপৰৱালাৰ হুকুমমতে দেৱানৰ ওচৰত হাজিৰ হ'ল। ভাবী ধৰি দিব লাগে বুলি শুনি দেৱানে দাৰোগাৰ লগত পৰামৰ্শ কৰি তথাকথিত বিদ্ৰোহী ৰায়তক ধৰিবলৈ কেইজনমান বৰকান্দাজ আৰু কেইজনমান কনিষ্টবলক উপযুক্ত পৰামৰ্শ দি পঠিয়াই দিলে।

পুৱা উঠি যেতিয়া মানুহে সিহঁতৰ পথাৰত খেতিৰ কামত ধৰিছিল সেই সময়ত গাঁৱত কেইজনমান ৰঙা আৰু মাটীয়া পাগুৰি মৰা চিপাহী হঠাতে হাবিৰপৰা ওলাই সকলোকে আগুৰি পেলালে। ভূতৰ ওপৰতে দানহ—অকল যমদূতেই নহয়, যমদূত-কালদূত একে লগে ওলাইছিলহি। সকলোৰে ভয়ত অণ্ঠকণ্ঠ শুকাই গ'ল। গাঁৱৰ তিৰোতাবিলাকেও ভয়ত পেঁপুৱা লাগিল।

যুদ্ধৰ বন্দীৰ নিচিনাকৈ আগে-পাছে কনিষ্টবল আৰু বৰকান্দাজ-বিলাকে আগুৰি গাঁৱৰ বুঢ়া-ডেকা সকলোকে লৈ জমিদাৰৰ কাছাৰীৰ ফালে ৰাওনা হ'ল!

শায়নী বুঢ়ীৰ সৰু আৰু ডাঙৰ দুই পুতেক আজি মাথোঁ দুমাহমানৰ ভিতৰতে অগাপিছাকৈ কলাজ্বৰৰ কবাল গ্ৰাসত পৰি যমৰ ঘৰলৈ গৈছিল। এতিয়া মাজু লৰাটোৱে বিধবাৰ এক মাত্ৰ জীৱন সম্বল। তাইৰ ভগা বুকু জোৰা দিবলৈ তাৰ বাহিৰে কেওঁ নাই। আকৌ সিয়েই তাইৰ ভাত-কাপোৰৰ গৰাকী। কাপোৰখিনি অৱশ্যে তাই নিজে যোগান ধৰে। বৰ্ত্তমানে লৰাটোৰ বয়স মাত্ৰ পোন্ধৰ ষোলমান। আন মানুহৰ লগত সিও পথাৰলৈ

গৈছিল। তাতেই সি বন্দী হ'ল দেখি স্নেহময়ী মাকে সহি থাকিব নোৱাৰিলে। তাই ভয়-ভাবনা আঁতৰাই লৰ মাৰি আহি চিপাহীৰ চৰ্দ্দাৰৰ ভৰিত ধৰি লৰাটিৰ মুক্তি-প্ৰাৰ্থনা কৰিলে। ভাৰতৰ নাৰী অশিক্ষিত চিপাহীৰ আগত কুকুৰ-মেকুৰীৰ নিচিনা। তাইক গছকি ভৰিৰে আঁতৰাই দিগ্‌বিজয়ী বীৰৰ নিচিনাকৈ চিপাহী বীৰসকলে বন্দীবিলাকক লৈ যাবলৈ ধৰিলে। সকলোৰে মুখত ত্ৰাসৰ ভাব। কোনো কোনোৰ চকুলো বৈ গ'ল। গাঁৱৰ তিৰোতাবিলাকৰ মাজত কান্দোনৰ বোল উঠিল। দেখাক দেখি সৰু সৰু লৰা-ছোৱালী-বিলাকেও যোগ দিলে। গাঁৱৰ কুকুৰবোৰেও ভয়ত ভুকভুকাই অমঙ্গল-সূচক কোঢ়াল তুলিলে।

পুত্ৰ-শোকাতুৰা শায়নীয়ে এক মাত্ৰ লৰাটোৰ অপ্ৰত্যাশিত আৰু অনিশ্চিত বিপদ দেখি নিৰুপায় হৈ নিজৰ আপদ-বিপদ, মান-অভিমানলৈ মন নকৰি কান্দি কান্দি চিপাহীৰ পাছ ধৰিলে।

সকলো বন্দীকে এটা ডাঙৰৰ ঘৰৰ ভিতৰত সুমুৱাই থৈছিল দেখি শায়নীয়ে এজন জমিদাৰৰ আমোলাৰ পৰামৰ্শ মতে দেৱানৰ ভৰিত দীঘল দি পৰিলগৈ। ওচৰতে দাৰোগাও বহি আছিল। তাইৰ মুখত সৰু ল'ৰা বুলি শুনি দেৱানে এজন আৰ্ডালিক সেই ল'ৰাটোক বিচাৰি আনিবলৈ কলে।

বলিৰ পঠাৰ দৰে কঁপি কপি লৰাটোৱে তেওঁলোক বহি থকা ঠাইত হাজিৰ হ'লহি। দুয়ো দেখিলে, বিধৱাৰ কথা সঁচা। চৰকাৰী হুকুম ওঠৰ বছৰৰপৰা ছকুৰি বছৰলৈ মানুহ লাগে। তথাপি দেৱানৰ হুকুমত মুঞ্চিয়ে এবাৰ লৰাটোক সুধিলে—"তোৰ বয়স কিমান?"

বয়সৰ হিচাপ গাঁৱলীয়া ল'ৰাই কি দিব? বুঢ়ীয়েও নাজানে। সি একো নামাতি প্ৰশ্ন কৰোঁতাৰ ফালে চাই বল। মাকে কলে—"হ'ল দেউতা কেৰা গণ্ডামান। সৌবাৰ হুৰ্কা বানপানীৰ বছৰত ডাঙৰ লৰাটো জন্মিছিল। ই হৈছিল যিবাৰ আমাৰ চোতালত বান



উঠিছিল সেই বাৰ? আৰু যেতিয়া আমাৰ বুঢ়া ঢুকায় তেতিয়াই উমলি ফুৰা।"

বয়সৰ হিচাপ শুনি উপস্থিত সকলোৱে হাঁহিলে। পঞ্চায়তৰ মেম্বৰ এজন চৰকাৰী কিবা নতুন হুকুম আছে নেকি জানিবৰ বাবে তাত উপস্থিত আছিল। তেওঁ ধেমালি কৰি তাইক কলে, "দেৱানজীক দহ টকা আৰু দাৰোগা বাবুক দহ টকা নজৰ দিলেহে তোৰ লৰাই খালাচ পাব।"

দেৱান আৰু দাৰোগাৰ ভিতৰত দৃষ্টিৰ বিনিময় হ'ল। পিছত দাৰোগাই এটা হাঁহি মাৰি কলে—"শুনিছ নহয় বুঢ়ী? যা, টকা লৈ আহগৈ।"

শায়নীয়ে বজাৰত থকা মাৰোৱাৰী মহাজনৰ ওচৰ চাপিলগৈ। কাৰণ, সেই ঠাইত দুই চাৰিজন ধনী মানুহে তেজাবতি কাৰবাৰ কৰিলেও লাগ বোলোঁতে টকা উলিয়াই দিব পৰা কোনো মানুহ নাছিল বুলিলেও বেছি কোৱা নহয়। কাৰণ দেশী মহাজনৰ দস্তুৰ কেইদিনমান ঘূৰা পকা নকৰিলে অভাৱগ্ৰস্তলৈ কৃপা-দৃষ্টি বেগতে নপৰে। সেই বাবে ম্যাৰোৱাৰী মহাজনৰ বাহিৰে গতি নাই। দেশৰ ধন লুটিপুটি থাকক, লাগে মানুহৰ ডিঙিতে কটাৰী বহুৱাই টকা আৰ্জ্জক, তেওঁলোক নাথাকিলে দেশৰ বহুতৰে অৱস্থা কি যে হ'লহেঁতেন তাক বহলাই নকলেও চলে।

মহাজনে কলে—"বুঢ়ী তোৰ গিৰিয়েৰৰ ধাৰ বাবদ এতিয়াও তিনিকুৰি টকা পাবলগীয়া আছে। সুতে-মূলে প্ৰায় এক শ টকা হৈছে। যোৱা বছৰত যিখিনি সৰিয়হ দিবৰ কথা আছিল তাৰ আধাহে দিছে। আকৌ সূতা-লোণ পঞ্চাশ টকাৰ ওপৰতহে উঠিব! এতিয়া আকৌ পঁচিশ টকা ৰূপ খুজিছ। তাকো দিব পাৰোঁ। কিন্তু ধান আৰু সৰিয়হ যিখিনি পাৱি বজাৰতকৈ মোনে প্ৰতি এটকা কমত মোক দিব লাগিব।"

গাঁৱলীয়া মানুহৰ ধাৰৰ হিচাপ সদায় মহাজনে ইচ্ছামতে কৰি

ৰাখে। শায়নীতো তিৰোতা মানুহ। মহাজনঘ কথাত মান্তি হৈ ৰূপ পঁচিশ টকা লৈ গৈ দেৱান আৰু দাৰোগাৰ জোতাৰ ওপৰত ৰূপ দহ টকাকৈ থৈ তাই দীঘল দি পৰিল। পৰামৰ্শদাতা আমোলাজনে আৰু মেম্বৰ গৰাকীয়েও এক টকাকৈ পালে।

তাইৰ লৰাটোৱে অৱশ্যে মুক্তি পালে। কিন্তু এই ঘটনাত দেৱান আৰু দাৰোগা দুয়োজন মহাপ্ৰভুৱে যি প্ৰলোভনত পৰিল তাতেই গোটেই পৰগণাত ত্ৰাহি ত্ৰাহি লাগিল।

গাঁওবিলাকৰপৰা ডেকা-বুঢ়া সকলো বিধৰ মানুহক নিতৌ চুপি চুপি ধৰি বাছি বাছি উপযুক্ত চাই ভাৰী ৰূপে পঠিয়াবলৈ ধৰিলে। বাকীবিলাকৰ অৱস্থা অনুসাৰে টকা আদায় কৰি এৰি দিবলৈ ধৰিলে। টকা দিব নোৱাৰা-নোখোজাসকলক নিজাকৈ চালান দিয়া ভাব দেখুৱাই আটক কৰি থোৱা বুলি প্ৰকাশ কৰিলে। প্ৰাণৰ বিনিময়ত টকা কোন চাব ?

গৰু-বাছুৰ, টকা-খাহী, হাঁহ-পাৰ, ধান-চাউল প্ৰভৃতি বেচাৰ ধুম পৰি গ'ল। কিনি খোৱা বাবুবিলাকৰ বৰ সুবিধা হ'ল। কাৰণ পঁচিশ ত্ৰিশ বছৰৰ ভিতৰত বস্তু-বেহানিৰ এনে সস্তা হোৱা বুলি কাৰো মনত নপৰে। ইফালে শই শই টকা আদায় হবলৈ ধৰিলে। চাৰিওফালে হাহাকাৰ লাগি পৰিল।

এই গ'ল বিদ্ৰোহী ডিহিৰ গাঁওবিলাকৰ অৱস্থা। আনফালে ওচৰৰ দুই এখন গাঁওতো অত্যাচাৰ চলিল। কিন্তু দূৰৈৰ গাঁও-বিলাকৰ অৱস্থা অলপ আন বিধৰ হ'ল। কাৰণ, ইয়াৰ ভিতৰতে যুদ্ধলৈ মানুহ ধৰি পঠোৱা খবৰ বিকৃত হৈ বিয়পি পৰিল। সকলোৱে সজাগ হৈ থাকিল। কেতিয়া কাৰ কি হয় ?

এদিন আবেলি আলিবাটত কেতবোৰ মাটিকটা ধেঙৰক দেখি কোনোবাই লৰি গাঁৱত খবৰ দিলে। তেতিয়াই গাঁৱত মতা-তিৰোতা সকলোৱে হাবিলৈ বুলি লৰ ধৰিলে। যিবোৰ অলপ বুদ্ধি-মান আৰু সাহসী আছিল সিবোৰ চিৰা-চাউল লৈ ওলাল। কিন্তু



ৰান্ধে কেনেকৈ ? অৱশ্যে মলা চৰু নহলেও হাবিত বাঁহৰ চুঙাতে সিজাই ভাত খাব পাৰি। কিন্তু জুই জ্বলাব কেনেকৈ ? ধোঁৱা দেখিলেই যে গৱৰ্ণমেণ্ট আৰু জমিদাৰৰ মানুহ আহি পাব। ভয় আৰু চিন্তাৰ বাহিৰেও ভোক-পিয়াহত সকলো মানুহ অস্থিৰ হৈ পৰিল। যি অলপ সান্দহ আছিল তাকে সৰু সৰু লৰাছোৱালীবিলাকক খুৱালে। তাকৰ বস্তুৰে সিহঁতৰো পেট নভৰিল। আকৌ সিহঁতে কান্দিবলৈ ধৰিলে। অৱশেষত কেঁচা চাউলকে খুৱালে। কিন্তু তাৰো নাটনি পৰাত প্ৰমাদ গণিলে। ভয়ত সকলোৱে কোঁচমোচ খালে। জানোচা লৰা-ছোৱালীৰ কান্দোন শুনি চিপাহী ওলায়হি। সিহঁতে যাতে কান্দিব নোৱাৰে, তাৰ বাবে মুখত সোপা দি ডাঠ হাবিত ওৰে ৰাতি সোমাল। সকলোৰে বিষম দুৰৱস্থা হ'ল। এনেভাৱে ওৰে ৰাতি আৰু পিছ দিনা কটাই মাজ নিশা কেইজনমান সাহিয়াল ডেকা এখোজ দুখোজকৈ গাঁও ওলালহি। সিহঁতে ভয় ভয়কৈ চাৰিওফালে চালে, কোনোবা কৰবাত আছে নে নাই। দেখিলে কোনো নাই। তেতিয়া গৈ সকলোকে মাতি লৈ আহিল। অৱস্থা প্ৰায় সকলোৰে সমান হৈছিল। ঘৰলৈ আহি কাৰো শান্তি নাই। জানোবা আকৌ সোপাধৰা আহি মুখত সোপা দি মানুহ ধৰি লৈ যায়। যুদ্ধ জয়ৰ নিমিত্তে ৰণচণ্ডীৰ ওচৰত নৰবলি দিবৰ বাবে আৰু যুদ্ধ কৰিবলৈ বোলে বহুত মানুহৰ দৰকাৰ।

কেতিয়াবা কোনো মানুহ ভাত খাবলৈ বহিছে, এনেতে খবৰ আহিল—মানুহ ধৰা আহিছে। তেতিয়াই সকলোৱে লৰ ধৰিলে। সেই দিনা কাৰো খোৱা নহ'ল। কোনোবাই গা ধুবলৈ ধৰিছে, এনেতে 'সোপাধৰা, সোপাধৰা' খলক লাগিল। আৰু উপায় কি ? তিতা কাপোৰেৰে লৰ মাৰি ওৰে দিনটো হাবিতে কটালে। কাৰো কতো শান্তি নাই। অৱশেষত মতা মানুহবিলাকে পাল পাতি খাপৰ যাঠি লৈ গছত উঠি পহৰা দিয়াৰ ব্যৱস্থা কৰিলে।

বিশ্বনাথ দাস সেই দিনা গাঁৱত আহি সোমাল। তাক দূৰৰপৰা

দেখি গাঁৱত সঙ্কেত দিয়া হ'ল। আৰু খাবৰ বাবে চিবামুৰি লগত লৈ গাঁৱৰ মানুহবিলাক ওচৰৰ হাবিত সোমালগৈ। বিশ্বনাথৰ পৰিয়ালেও লৰ দিছিল। সি ঘৰলৈ আহি দেখিলে কোনো কতো নাই। পথাৰ উদং পৰি আছে। খেতিবাতিৰ কোনো চিনচাব নাই। কিন্তু ঘৰত যে মানুহ আছিল আৰু গাঁও এৰি কোনো নতুন ঠাইলৈ গৈ বসতি কৰা নাই তাৰ প্ৰমাণ বহুতো আছে।

বিশ্বনাথে প্ৰতি ঘৰ মানুহৰ দুৱাৰমুখলৈকে গৈ গিৰিহঁতৰ নাম ধৰি মাতিলে। কোনো নাই, গাঁৱৰ চাৰিওফালে চিঞৰি চিঞৰি গাঁৱৰ মানুহবিলাকক নাম ধৰি মাতিবলৈ ধৰিলে। কিন্তু উত্তৰ দিওঁতা কোনো নোলাল। পিছত গছত উঠি চাৰিওফালে চালে। নাই। কোনো চিন নাই। সি দুশ্চিন্তাত পৰিল। এতিয়া কি উপায় হব? ই যেন কোনো এক সাধুকথাৰ মায়াপুৰী! ঘৰত সোমাই দেখিলে, খোৱাবস্তুৰ একো অভাৱ নাই। কিন্তু দুশ্চিন্তাত একো কৰিবলৈ তাৰ মন নগ'ল। লৰা-ছোৱালীৰ বাবে সি মিঠাই আদি যি যি বস্তু লগত লৈ আহিছিল তাৰে অলপমান মুখত দি এক ঘটি পানী খাই শেষত বিচনাত পৰি থাকিল।

হাবিৰপৰা মানুহে গছত উঠি দেখিলে কোনো সোপাধৰা অহা নাই। তত্ৰাচ গধূলিৰ আগত কাৰো গাঁও বুলি আগবাঢ়িবৰ সাহ নহ'ল। সন্ধিয়া পৰত সকলোৱে আহি দেখিলে এজন মানুহ। তেতিয়া আকৌ সকলোৱে হাবিলৈ বুলি লৰ মাৰিছিল। এনেতে বিশ্বনাথে চিঞৰি চিঞৰি কবলৈ ধৰিলে—"ভয় নাই ঐ, মই বিশ্বনাথ আহিছোঁ।"

তেতিয়াহে সকলোৰে মুখলৈ পানী আহিল। চিনি পালে, ই সোপাধৰা নহয় বিশ্বনাথহে।

বিশ্বনাথক দেখি ঘৈণীয়েকে কান্দি পেলালে। বাটত মানুহধৰাই পাই তাক যে ধৰি লৈ যোৱা নাই সেই নিমিত্তে গুৰু আৰু ইষ্ট



দেৱতাক সেৱা জনাবলৈ ধৰিলে। পিছত ভাত বহাই লৰালৰিকৈ গিৰিয়েক আৰু লৰা-ছোৱালীবিলাকক খুৱাই-বুৱাই আৰু নিজেও চাৰিটা খাই আহি সংসাৰৰ সুখ-দুখৰ কথা পাতিলে।

বিশ্বনাথে বুজিব নোৱাৰিলে, ঘৈণীয়েকে কোন বিধৰ সোপাধৰাৰ কথা সুধিছে। উবাবাতৰি মতে সোপাধৰাবিলাকে বোলে হাবিত, ঘৰৰ পাছ ফালে, নৈৰ ঘাটত নাইবা আন কোনো ঠাইত চুপি থাকি অকলে ফুৰা লৰাক লগ পালে তাক ধৰি পোনেই দুই গালত বোবা খুটাবে চৰ মাৰে; তাতেই সেই লৰাটো বোবা অৰ্থাৎ মাতিব নোৱাৰা হয়। পিছত তাক মুখত সোপা দি এটা ডাঙৰ ঠৈলাত ভৰাই লৈ গুচি যায়। ক'ৰবাত দলং সাজিব লাগিলে নাইবা কোনো পৰ্ব্বতীয়া দেৱদেৱীক পূজিবলৈ বিশেষকৈ কেঁচাইখাইতী গোসাঁনীক পূজিব লাগিলে এনেকৈ ধৰি নি ল'ৰা বলি দিয়া হয়। গৱৰ্ণমেণ্টে যাতে এই বলিৰ খবৰ নাপায় আৰু লৰাৰ মাক-বাপেকে পুত্ৰহন্তাৰ প্ৰতিশোধ লব নোৱাৰে সেই নিমিত্তেই এই ব্যৱস্থা। কিন্তু 'ধাৰাৰ' কাৰণে ই কেনে সোপাধৰা নামিছে কব পৰা নাযায়। গাঁৱৰ মতা-তিৰোতা আটায়ে হাবিত আশ্ৰয় লবলৈ বাধ্য হৈছে। ঘৈণীয়েকে সঠিক একো কব নোৱাৰিলে। গাঁৱৰ আন আন মানুহ আহি তাৰ তাত বহিল। সিবিলাকেও বিতং বিৱৰণ নাজানে। কেৱল পলাব লাগে পলায়।

পিছ দিনা পুৱা বিশ্বনাথ সকলো কথা খৰচি মাৰি জানিবলৈ জমিদাৰৰ সদৰ কাছাৰীলৈ যাওঁ বুলি ওলাল। গাঁৱৰ দুই এজন মানুহকো লগত ওলাবলৈ ধৰিলে; কিন্তু কোনেও যাবলৈ সাহ নকৰিলে। বাধ্য হৈ সি অকলে বাওনা হ'ল।

জমিদাৰৰ কাছাৰীৰ আমোলা-মহৰি প্ৰায় সকলোটি নতুন আৰু বিদেশী। পুৰণি যি কেইজন আছে সেই কেইজন বিদেশী আৰু বেছি দৰমহা পোৱা আমোলা। বিশ্বনাথে কাকো একো কথা সুধিবই নোৱাৰিলে। যি দুই চাৰিজন দেশীমহৰিয়ে চাকৰি যায় নে থাকে অনিশ্চিয়তাৰ দুলনিত দুলিবলৈ ধৰিছিল তেওঁলোকৰ ওচৰ

চাপি সোপাধৰাৰ বিৱৰণ জানিবলৈ চেষ্টা ধৰিলে। তেওঁলোকৰ ওপৰত হুকুম আছিল কোনো কথা যেন প্ৰকাশ 'নাপায়। এনেতে কোনেও আচল কথা নকৈ তাক দেৱানৰ ওচৰলৈ যাবলৈ কলে।

দেৱানে বিশ্বনাথক দেখি ভ্ৰূকুঞ্চিত কৰিলে। এইবোৰ স্থানীয় কৰ্ম্মচাৰী। তেওঁৰ নানা কামৰ প্ৰতিবন্ধক স্বৰূপ। এই মানুহ বিলাকৰপৰা জমিদাৰীৰ প্ৰকৃত ঘটনা মালিকসকলৰ কাণলৈ যায়। কছাৰীৰ আমোলা হলে অনায়াসে খেদিব পৰা গ'লহেঁতেন। কিন্তু বিশ্বনাথ জমিদাৰৰ নিজা অৰ্থাৎ পাৰ্চনেল ষ্টাফৰ মানুহ। তাৰ ওপৰত দেৱানৰ কোনো হাত নাই। সি যি নহওক এই ষ্টাফৰ লগত কাছাৰীৰ কোনো কামৰ কোনো সম্পৰ্ক নথকাত সকলো বিষয়ে ইবিলাকৰ জানিবৰ সুবিধা হৈ নুঠে। তাৰ বাহিৰেও ইবিলাক সৰহ ভাগেই অল্পশিক্ষিত। দেৱানে সুধিলে—"বিশ্বনাথ দেখোন? কেতিয়া আহিলি?" বিশ্বনাথে যথাবিধি নমস্কাৰ কৰি উত্তৰ দিলে—"আজ্ঞা, কালি আহি পাইছোঁ।"

দেৱান—কলিকতাৰ খবৰ কি কচোন?

বিশ্বনাথ—ভগৱানৰ কৃপাত সকলোটি ভাল। মই ছুটীলৈ আহিলোঁ ঘৰৰপৰা এখন চিঠি পাই। ৰণলৈ ধৰি নিবৰ বাবে বোলে সোপাধৰা নামিছে। মতা-তিৰোতা, বুঢ়া-ডেকা, লৰা-তিৰোতা আটাই বিলাকক ধৰি লৈ যাব ধৰিছে। গৱৰ্ণমেণ্টে আৰু জমিদাৰৰ মানুহে লগ লাগি বোলে মানুহ ধৰিছে। কথাটোনো কি? আজ্ঞা মোৰ আগত কওকচোন।

দেৱানে গম্ভীৰভাৱে কবলৈ ধৰিলে—কথাটো সাংঘাতিক। নিজে যি শুনিছ সি নহয়। এতিয়া এক মাথোঁ উপায় আছে—জিলাৰ বৰচাহাবক সন্তুষ্ট কৰি নিজৰ গাঁওখন, নিজৰ পৰিয়ালটোক ৰক্ষা কৰিব পাৰ।"

বিশ্বনাথে উপায়টো জানিবৰ কাৰণে ব্যস্ত হল। গুণ ধৰিছে দেখি সুযোগ বুজি তেওঁ তাৰ কাণে কাণে ক'লে যে গাঁৱৰ সকলো মানুহ



লগ লাগি পাঁচশ টকা আদায় কৰি দিব পাৰিলে তেওঁ নিজে গৈ বৰ-চাহাকক কাকুতি-মিনতিৰে বুজাই ক্ষান্ত কৰিবলৈ চেষ্টা কৰিব।

বিশ্বনাথে দেখিলে, সিফালেও একো সুবিধা নাই। কাৰণ গাঁৱত মাথোন তেৰ চৈধ্যঘৰ মানুহ। সিহঁতৰ ভাতৰ দুখ নাই সঁচা; কিন্তু টকা ক'ত? টকা নহলে যে মুক্তি নাই, তাক দেৱানৰ কথাৰপৰা ভালদৰে বুজিছে। সি বৰ চিন্তাত পৰিল। "ভাল আজ্ঞা গাঁৱৰ মানুহবিলাকৰ লগত পৰামৰ্শ কৈ চাওঁ" বুলি কৈ ঘৰমুৱা হ'ল।

বিশ্বনাথে গাঁৱৰ সকলোৰে লগত পৰামৰ্শ কৰি দেখিলে কোনোমতে তিনিশ টকা ৰূপ সংগ্ৰহ হ'ব পাৰে। আকৌ সেইখিনিও মাৰোৱাৰী মহাজনৰ গোলাৰপৰা ধাৰে ললেহে। কিন্তু দেৱানে যিমান টকাৰ কথা কৈছে, ঘৰবাৰী বেচিলেও সিমানখিনি কোনোমতে নোলায়। সকলোৱে মহা চিন্তাত পৰিল। এতিয়া উপায় কি? অৱশেষত সকলোৱে ঠিক কৰিলে সম্প্ৰতি সেই খিনিলৈয়ে দেৱানৰ কাষ চপা হ'ব। যদি তেওঁ নিতান্ত মান্তি নহয়, তেন্তে পিছত যি হয় কৰা হ'ব।

দেৱানে তিনিশ টকা পাই মনত বং পালেও বাহিৰত সেই ভাব প্ৰকাশ নকৰি গহীনভাৱে কলে—"বিশ্বনাথ, ই তোৰ মোৰ ভিতৰৰ কথা নহয়। জিলাৰ বৰচাহাব আৰু তাৰ লগে লগে কমিছনাৰ চাহাব লাটচাহাব আছেই। বাৰু থৈ যা, চাওঁচোন কি এটা উপায় কৰিব পাৰোঁনে নোৱাৰোঁ। বৰচাহাবে বা কি কয়?"

অলপ পিছত দেৱানে আকৌ কবলৈ ধৰিলে,—"এটা কাম কৰিব পাৰ, তোক এই খিনিতে ৰেহাই দিব বুলি আশা দিব পাৰোঁ।"

তিনিশ টকাতে ৰক্ষাৰ উপায় আছে শুনিবলৈ পাই বিশ্বনাথে পানীত পৰা মানুহে খেৰকুটাতে আশ্ৰয় পোৱাদি পালে। মানুহৰ অসাধ্য নহ'লে প্ৰাণপণ কৰিও ৰক্ষা কৰিব বুলি তেওঁ প্ৰতিশ্ৰুতি দিলে।

দেৱানে লাহে লাহে বুজাই দিলে যে সকলো কাম ৰাজ-প্ৰতিনিধি বৰলাটৰ হুকুমমতেহে কৰা হৈছে, পোন প্ৰথমে এটা ডিহিৰ গাঁওৰ

মানুহ পঠোৱা হ'ল। এতিয়া আন আন ডিহিৰপৰা মানুহ ধৰিব লাগিব। পাছে যদি কোনো ডিহিৰ বা গাঁওৰ আটাইবোৰ ৰায়তে যাৰ যিমানখিনি খাজনা সিমানখিনিকৈ দিব পাৰে, তেনেহলে সেই ডিহিৰ প্ৰজাক নপাঠিয়াব। এয়ে হ'ল ওপৰৱালাৰ হুকুম। যুদ্ধলৈ গৈ জীয়াই থকা নিতান্ত সৌভাগ্যৰ কথা। ৰায়তসকলৰ এনেবিধ অকাল মৃত্যু তেওঁ সহিব নোৱাৰে। গতিকে বিশ্বনাথক বিশেষকৈ কোৱা হৈছে—যেনে তেনে এই কামখিনি কৰি দি দেশ ৰক্ষা কৰিব লাগে।

এই হিত কথাত বিশ্বনাথৰ অবিশ্বাস কৰিবলগীয়া একো নাই। তাৰ বাহিৰেও সি এতিয়া পানীত উটি যোৱা অৱস্থাত পৰিছে। সকল সেয়ে নহয়, দেৱানৰ কথা অনুসৰি কাম নকৰিলে তেওঁৰ কোপত পৰিব লাগিব; তেতিয়া আৰু ৰক্ষা নাথাকিব। বিশ্বনাথ তেওঁৰ তলতীয়া নহলেও দেৱানে গৰাকীৰ মন ঘূৰাওঁতে বেছি পলম নালাগিব। কিয়নো এই দেশী মানুহবোৰ যে কোনো কামৰ বাবে উপযুক্ত নহয়। সিহঁত অসভ্য-বৰ্ব্বৰ সেই কথা তেওঁ জমিদাৰক ভালদৰে বুজাই দিছিল। এনেকি জমিদাৰৰ মিতিৰ-কুটুম পৰ্য্যন্তৰ এই একে দশা। জমিদাৰ ডাঙৰীয়াই দুখ কৰি অমায়িকতা জনাই কৈছিল,—"আপুনি ঠিক কৈছে। এই দেশীয় মানুহ অৰ্থাৎ আমি নিতান্ত নিৰ্ব্বোধ। এই নিমিত্তে এই দেশখন ননৰেগুলেটড্ প্ৰভিঞ্চ হৈ আছে।" দেৱানে শুনি গোঁফৰ তলত হাঁহিছিল। তাৰ পিছত দুখ কৰি কৈছিল—"আপুনি যদি নিজকে বঙালী নহয় বুলি ভাৱে সেইটো বৰ দুখ আৰু লাজৰ কথা।"

বৰ্ত্তমানে জমিদাৰ ডাঙৰীয়াই ভালকৈ বুজিব পাৰিছে, তেওঁৰ প্ৰজা, তেওঁৰ আত্মীয়-স্বজন সকলো অসমীয়া। তেওঁ কেৱল বঙালী। তাৰ প্ৰমাণ বঙলা দেশত জমিদাৰ পতা সময়ত তেওঁৰ পূৰ্ব্ব-পুৰুষকো জমিদাৰ পাতিছিল। তেতিয়াৰেপৰা দেশীয় মানুহৰ প্ৰতি তেওঁৰ টান কমি আহিছে।



সি যি নহওক বিশ্বনাথে তাৰ নিজৰ ডিহিৰ টকা তোলা কামৰ ভাৰ ললে। দেৱান বৰ সন্তুষ্ট হ'ল। কাৰণ, বৰ্ত্তমানে গাঁওবোৰৰ অৱস্থা এনে হৈছে যে বৰকান্দাজে কোনো মানুহকে লগ নাপায়। মানুহ যোৱাৰ আগতে সকলো হাবিলৈ পলায়। এনেকি খাজনা সধা মহা দিগ্‌দাৰী হৈ পৰিছিল। হাট-বজাৰ সকলো বন্ধ হবৰ উপক্ৰম হৈছে। এনে অৱস্থাত তৃতীয় এজনৰ দ্বাৰা যদি সহজে ভেটীৰ টকা আদায় হয়, তেনেহলে দেশ এৰি বিদেশত পৰি থকা সাৰ্থক হৈ পৰে।

যুদ্ধৰ গোলমালৰ বাবে আৰু কলিকতাৰ আনন্দ-সাগৰত ভাহি থকা জমিদাৰ ডাঙৰীয়াৰ বিলাসৰ খৰচৰ নিমিত্তে যথা নিয়মে টকা-পইচা নোপোৱা হ'ল। মহলত আদায় নাই। নায়েব তহচিল-দাৰেই বা কি কৰিব আৰু দেৱানেই বা কি কৰিব? তাতে আকৌ সোপাধৰাৰ আমদানী হোৱাত আদায় তহছিল সম্পূৰ্ণ বন্ধ হৈছিল। দেৱানৰ মনৰ নৈতিক অৱস্থা জানিব পাৰি নায়েব আদি তেওঁৰ তলতীয়া কৰ্ম্মচাৰীবিলাকে ৰায়তৰপৰা দুই এটকা আদায় কৰি নিজৰ মোনাত ভৰাই 'আদায় নহয়' বুলি সদৰত ৰিপোৰ্ট দিবলৈ ধৰিলে। সংসাৰ অচল হোৱা দেখি জমিদাৰ বাহাদুৰ ডাঙৰীয়াই ৰঙা ডাকটিকটৰ ওপৰত দস্তকতৰ জোৰত ইফালে সিফালে দুই চাৰিজন মহাজনৰ দুই চাৰিশকৈ টকা আনি খৰচ কৰিবলৈ ধৰিলে। লাহে লাহে সেইখিনিও বন্ধ হ'ল। আনফালে কিন্তু এটা ঘটনাত তেওঁৰ কলিকতাৰ খৰচ বহুত বাঢ়ি গল। এটা প্ৰসিদ্ধ থিয়েটাৰ চাবলৈ গৈ এজন বঙালী জমিদাৰৰ লগত তেওঁৰ আলাপ পৰিচয় হয়। লাহে লাহে সেই চা-চিনাকি বন্ধুত্বত পৰিণত হৈ উঠে। এদিন সেই বঙালী জমিদাৰজনে বিদেশী বন্ধুক সন্তোষ দিবলৈ এটা গাৰ্ডেন পাৰ্টি দিয়ে। তেতিয়া কলিকতাবাসীৰ ডাঙৰ আভিজাত্যৰ লক্ষণ বা দস্তুৰ আছিল ডাঙৰ গাড়ী আৰু বাৰী কৰা আৰু অতি কম পক্ষেও এজনী সঙ্গীত বিখ্যাত পাৰ্গত গায়িকা পোহা। তেওঁ

নিজৰ বাগিছাত বাই-খেমটা আদি নাচ দেখুৱাৰ ব্যৱস্থা কৰিছিল। তাবে ওভতনি বা প্ৰতিদান নিদিলে মান নাথাকে। সমাজত থাকিলে সামাজিকতা, লৌকিকতা প্ৰভৃতি ৰক্ষা কৰিবই লাগিব। তাৰ বাহিৰেও জমিদাৰসকলৰ স্বাভাৱিক ধৰ্ম্ম—তেওঁলোকৰ জমিদাৰি আনতকৈ সৰু নাইবা ডাঙৰ হ'ক, অৱস্থা ভাল নাইবা বেয়াই হ'ক, কোনো বিষয়ত সৰু দেখুৱাৰ নোখোজে। এতেকে সমাৰোহেৰে বাই-খেমটা-যাত্ৰা প্ৰভৃতি গীত-যাত্ৰা-বাদ্যৰ ব্যৱস্থা কৰি বন্ধুক নিমন্ত্ৰণ কৰিবলৈ ধৰিলে। দিন ভাল হলে দেশলৈ গৈ লৈ আহি চিকাৰ কৰি বাঘ মাৰি আমোদ দিব বুলিও আশা দিলে। লাহে লাহে নানা মোচাহেবৰ দলে ওচৰ চাপিল। দুয়ো বন্ধুৰ মাজত মিতিৰালি বাঢ়ি যোৱাৰ লগে লগে ডাঙৰ মানুহৰ প্ৰথামতে প্ৰতিযোগিতাৰ ভাবো দেখা দিলে। তাৰ ফলত টকা-পইচাৰ বিষম টান পৰিল।

'বুদ্ধিৰ্যস্য বলং তস্য।' জমিদাৰক অকল টকা লাগে। কিন্তু এই অসময়ত ধাৰ পাবলৈও নাই। এতেকে দেৱানে বহু কষ্টেৰে নিজৰ দেশৰ এক মহাজন ঠিক কৰি দিলে। সেই ধনী আন কোনো নহয় দেৱানৰ শাহুৰেক। তিৰোতাৰ টকা গতিকে সোৱাদ অলপ সৰহ। আৰু টকা ঠিক কৈ দিয়াজনক দালালি দিব লাগিব শতকৰা তিনি টকাকৈ। সি যি নহওক এই অৰ্থসঙ্কটৰ দিনত যে টকা ধাৰলৈ পোৱা গ'ল এয়ে বহুত। যথাবিধি খতপত্ৰ কৰি ৰূপ পঁচিশ হাজাৰ টকা ধাৰ কৰা হ'ল। কিছুমানে কোৱাকুই কৰিবলৈ ধৰিলে, দেৱানৰ শাহুৱেকে ইমান টকা ক'ত পালে? তেওঁৰ যি অলপ অচৰপ আছিল জীয়েকৰ বিয়া দিওঁতেই দেখোন তলি উদং হৈছে। এতিয়া তেওঁ এক প্ৰকাৰ দেৱানৰ আশ্ৰিতা। এই টকা দেৱানৰ, শাহুৱেক মাথোঁ নামতহে।

সি যি নহওক গৰাকীৰ তমছুকখন পাই দেৱানে ৰক্ষা-কবচ হাতত পালে। জমিদাৰে তেওঁক কামৰপৰা এৰকেই বা



খেদকেই। একেলগে এই পঁচিশ হাজাৰ টকা দিয়াটো টান। তাৰ ওপৰত তিনি বছৰৰ অন্তৰে অন্তৰে সুতৰ টকাবোৰ মূলত পৰিণত হৈ দিনক দিনে বাঢ়ি যাব।

দেৱান বিজয়কৃষ্ণ বাবুৰ আজি চাৰিওফালে জয়জয় ময়ময় জমিদাৰ তেওঁৰ হাতৰ মুঠিৰ ভিতৰত। পুলিচ তেওঁৰ মহা মিত্ৰ। কোৰ্টৰ উকীল-মোক্তিয়াৰ প্ৰায় সকলোৱে তেওঁৰ দেশৰ ভাই। এই দেশত জনচেৰেক মুক্তিয়াৰ বা কাচিৎ দুই এজন জুনিয়ৰ উকীল আছে, সিবিলাকো আশাধাৰী। আজিলৈকে তেওঁ-লোকৰ ভাগ্যত জমিদাৰৰ ফালৰপৰা কোনো সহায় নহলেও ভৱিষ্যতলৈ আশা ৰাখিছে। গতিকে কোনেও যে দেৱানৰ বিৰুদ্ধাচৰণ নকৰিব ই নিশ্চিত। এনে অৱস্থাত দেৱানৰ পাপৰ সীমা নাইকিয়া হৈ উঠিল। তেওঁ ব্যৱহাৰৰ দ্বাৰা স্থানীয় মানুহক বুজাই দিবলৈ ধৰিলে যে এই দেশৰ মানুহৰ জাতি নাই, সমাজ নাই, শিক্ষাতো নায়েই। এনেকি ইবিলাক মানুহ নামৰ যোগ্যও নহয়, তেওঁলোকৰ সমান খাপৰ হোৱাতো দূৰৰে কথা। এই বিষয়ে বিদেশী আন আন কৰ্ম্মচাৰী, বিলাকেও তেওঁৰ লগত একমত। দেশৰ বহুতে অকাৰণত আৰু সময় অসময়ত অপমানিত হৈ সময়ে অসময়ে মনে মনে থাকিল। কিন্তু সকলোৰে এটা সীমা আছে। এজন প্ৰজাই খাজনা দিব নোৱাৰাত দেৱানৰ হুকুমমতে বে-আইনীভাৱে বন্দী হোৱাত তাৰ ভায়েকে আহি স্থানীয় ভদ্ৰলোকৰ শৰণাপন্ন হ'ল। দেৱানক কোনেও ভাল নাপায়। গতিকে পৰামৰ্শ দিলে মোকৰ্দ্দমা কৰিবলৈ। ঠিক তাৰ কেইদিনমান আগতে থানাৰ দাৰোগাজনো বদলি হৈ গৈছিল। অকল সেয়ে নহয়, নতুন দাৰোগাই বিশেষকৈ জানিব পাৰিলে এই মানুহজনৰ পাছত বুদ্ধি দিওঁতা আছে। আৰু কোনে ক'ত পায়? লাগিল ঘোৰতৰ মোকৰ্দ্দমা দেৱানৰ বিপক্ষে; সাক্ষীৰ অভাৱ নহ'ল। আনফালে দেৱানৰ অহমিকাৰ বাবে হাকিমেও পেটে পেটে বেয়া পাইছিল বুলি সকলোৱে বিশ্বাস। এনে অৱস্থাত

সৰ্ব্বসাধাৰণৰ লগত আন আন জমিদাৰ দেৱানেও উৎকণ্ঠিত হৈ মোকৰ্দ্দমাৰ গতি লক্ষ্য কৰিবলৈ ধৰিলে। কাৰণ 'প্ৰেষ্টিজ' বা ইজ্জত গলে আন কোনো জমিদাৰে প্ৰজাক শাসন কৰিব নোৱাৰিব। প্ৰধান কৰ্ম্মচাৰীৰ মান চিৰকাল অস্ত পৰিব!

বিশ্বনাথে তাৰ প্ৰতিশ্ৰুতিমতে সকলো গাঁৱৰ মানুহকে একে ঠাইতে গোট খুৱাবৰ বাবে সুবিধা বুজি এক অমাৱস্যাত কালী পূজা পাতিলে। কিয়নো দেৱানৰ বিশেষ আদেশৰ কথাষাৰ যেন প্ৰকাশ নহয়। অথচ ধীৰে সুস্থিৰে কাম সমাধা হৈ যায়। নিমন্ত্ৰণৰ নিমিত্তে চাৰিওফালে মানুহ ওলাল। পূজাৰ দিন ওচৰ চাপিল দেখি বিশ্বনাথে নিজে বলিৰ বাবে পঠা ছাগলী কিনিবলৈ ই গাঁও সি গাঁওকৈ অলপ দূৰৰ এখন গাঁৱত ওলালগৈ।

আগবেলা খেতিয়কবিলাকে হাল এৰিছে। গৰখীয়াবিলাকে গৰু মেলি পথাৰলৈ নিছে, এনে সময়ত বিশ্বনাথ পথাৰ ওলাল। তাক দেখা মাত্ৰকে গৰখীয়া ল'ৰাবিলাকে "সোপা ধৰা, সোপা ধৰা" বুলি চিঞৰি চিঞৰি গাঁৱলৈ লৰি পলাবলৈ ধৰিলে। গাঁৱৰ মানুহবিলাকে তেতিয়া পথাৰৰ ভাগৰ মাৰিবৰ বাবে মদ খাবলৈ ধৰিছিল। ল'ৰা কেইজনৰ টেটু ফলা চিঞৰ শুনি খাপৰ যাঠি, তৰোৱাল, দা লৈ য'ত বিশ্বনাথ আছিল সেই পথাৰ বুলি খেদি যাবলৈ ধৰিলে। বিশ্বনাথে অৱস্থাৰ গুৰুত্ব বুজিব পাৰি তাৰপৰা ওচৰৰ হাবি এটাত সোমালগৈ। কিন্তু ৰক্ষা ক'তো নাই। মানুহবিলাকে পহুমৰা জালেৰে বেঢ়ি তাক আগফালৰ পৰা খেদিবলৈ ধৰিলে। ঠায়ে ঠায়ে জুই লগাই দিলে নিৰুপায় হৈ সি লৰ মাৰি জালত পৰিলগৈ। আৰু পায় ক'ত? পহু মৰাদি সকলোৱে খাপৰ যাঠিৰে খুচিবলৈ ধৰিলে। তথাপি প্ৰাণৰ মায়াত চিঞৰি সি কবলৈ ধৰিলে—"মোক নামাৰিবি মোৰ বাপ ঐ! মই সোপাধৰা নহওঁ। মোক তহঁতৰ মণ্ডলে (গাঁওবুঢ়া) চিনি পায়। এই কথা শুনি কেইজনমানে সকলোকে থমাই জাল-জৰীৰে



সৈতে ভাৰ বান্ধি গাঁৱলৈ আহিবলৈ ধৰিলে। এজন মানুহে গাঁওবুঢ়াক খবৰ দিবলৈ বেগাই আগবাঢ়ি গ'ল। গাঁওবুঢ়া তেতিয়া লাওপানী খাই বিভোৰ হৈ আছিল। মানুহজনৰ মুখত বিৱৰণ শুনি—"মই সোপাধৰাক চিনি পাওঁ। ক'ত সি?" বুলি ঢলং পলং কৰি ওলাল।

বিশ্বনাথক পানী খুৱাবৰ কাৰণে সৰু ডোং এটাৰ ওপৰত থমাই জালৰপৰা মুকলি কৰি থৈ দিছিল। গাঁওবুঢ়াই আহি একো কথা সোধপোছ নকৰাকৈ পোনেই বিশ্বনাথৰ মূৰটোত ধৰি ডিঙি মুছৰি টিপ্লীং টিপ্লীংকৈ থকা জীউটো উলিয়াই তাৰ ইহলীলা শেষ কৰি দিলে।

বুৰঞ্জীৰ পাঠকে জানে মণিপুৰৰ যুদ্ধ বৰ বেছি দিন চলা নাছিল। যুদ্ধৰ আৰম্ভণিতে আত্ম-কলহৰ উপস্থিত হৈ বিশৃঙ্খলা জন্মিছিল। কৰ লাগিলে বিনা যুদ্ধতে মণিপুৰ দখললৈ আহিল। ভাবী অৰ্থাৎ কুলী ৰূপে যিবিলাক মানুহ গৈছিল সকলোৱে ঘৰলৈ উভতিল। সেই সময়ত দৰমহাৰ হাৰ তাকৰ আছিল। মাহিলি ৩।৪ টকাৰ বেছি নাছিল। কিন্তু যুদ্ধলৈ যোৱাৰ সময়ত গৱৰ্ণমেণ্টে যি হাৰে দৰমহা দিছিল তাতে দুপইচা আৰ্জিব পৰিছে দেখি মিতিৰ-কুটুমে সন্তোষৰ ওপৰত সন্তোষ পালে। ইফালে মানুহৰ সোপাধৰাৰ ভয় গুচিল। সিফালে চৰকাৰী কৰ্ম্মচাৰীৰ উপৰুৱা উপাৰ্জ্জনৰ উপায়ৰো মুদা মৰিল।

বিশ্বনাথে যে সেই কালীপূজাৰ পঠা কিনিবলৈ ঘৰৰপৰা ওলাই গ'ল তাৰপৰা উভতি নাহিল। গাঁৱৰপৰা বিশ্বনাথ কলৈ গৈছিল মানুহক সুধি সুধি এখন গাঁৱৰপৰা ওলাই আন এখন গাঁৱলৈ বুলিযে ওলাইছিল তাৰ খবৰ পালে সচাঁ; কিন্তু সেই গাঁৱৰ মানুহক সুধি একো জানিব নোৱাৰিলে। সকলোৱে কলে, "সিফালে যোৱা নাই। তেনেহলে গ'ল কলৈ? নিশ্চয় সেই ঠাইতে কিবা হ'ল।" এনে সময়তে এজন মানুহৰ গাত পিন্ধা চোলা দেখি সেইটো বিশ্বনাথৰ বুলি সন্দেহ হ'ল। পিছত এজন মানুহক কিছু টকা দি আৰু প্ৰলোভন দেখুৱাই প্ৰকৃত কথা উলিয়াই লৈ মনে মনে এজাহাৰ দি পুলিচ লৈ

আহি মানুহজাকক গ্ৰেপ্তাৰ কৰালে। তাৰ মুখত সকলো বিৱৰণ শুনি মৰাশটো পানীৰ তলৰপৰা তুলিলে। সকলোকে চালান দিয়া হ'ল। দোষীবিলাকৰ ছমাহৰপৰা তুবছৰলৈ শাস্তি হ'ল।

এই মোকৰ্দ্দমাত প্ৰমাণ হৈ গ'ল—জমিদাৰ বা গৱৰ্ণমেণ্টৰ মানুহৰ ওপৰত সাধাৰণ এটা আক্ৰোশ জন্মিছিল সোপাধৰা লগোৱাৰ দৰে। দেৱান বাহাতুৰৰ ওপৰত মোকৰ্দ্দমাও যে সেই একে কাৰণে তাক সাক্ষী আৰু উকীলে ভালদৰে বুজাই দিলে। হাকিমে বুজি পাই দেৱানক মুক্তি দি দেশত পুনৰ শান্তি স্থাপন কৰিলে।

# ভিক্টোৰিয়া ক্ৰছ

নাম আছিল তাৰ আহিনা। বয়স তিনি কুৰিৰ কম নহয়। পানী কলৰ সৰু পাহাৰখনিৰ গাত লুইত। পাৰত বাটৰ কাষতে আছিল ভগা পঁজাটি। দিনৰ কাম-বন অঁতাই গধূলি তুৱাৰমুখত বহি নৈৰ ফালে চাই সি কিযে ভাবে কোনে তাৰ ভু লব? সন্ধিয়াৰ ৰাঙলি আভাত বঞ্জিত হৈ ডাঙৰ সৰু ঢৌ তুলি খৰকৈ নৈখন বৈ গৈছে। উমানন্দৰপৰা সন্ধ্যা আৰতিৰ গহীন ধ্বনি ক্ষীণ হৈ আহি সোঁতৰ খলকনিৰ লগত মিলি শূন্যত বিলীন হৈ যায়। বুঢ়াই সকলোৰে ওপৰত থকাজনৰ উদ্দেশ্যে কাৰোবাৰ কল্যাণ কামনা কৰি সেৱা কৰে। নিশাৰ আন্ধাৰ আহি লাহে লাহে সকলো আগুৰি পেলায়।

স্কুল-কলেজৰ লৰাবিলাক পানীকললৈ ফুৰিবলৈ যায়। আহিনাক দেখি কোনোৱে হাঁহে, কোনোৱে পেংলাই কৰে আৰু কোনোৱে কয়, "Oh poor hermit! তুমি কোন লৰ্ডৰ প্ৰেমত পৰি ইয়াত তপস্যা কৰিছা? তুমি বুজা নাই নে যে Love is but an empty dream?" আকৌ সকলোৱে হাঁহে। বুঢ়াই সকলো কথা নুবুজে। কাৰো ফালে মুখ তুলিও নাচায়। কিছুমান স্কুলৰ লৰা আহি কলেজত সোমাইছে, পাছ কৰি কামে-কাজে লাগিছে। সি কিন্তু সেই একে ঠাইতে। পুৱা উঠি পৰ্বতীয়া হাবিলৈ খৰি কাটিবলৈ যায়। ভাল ভাল শুকান চাই এভাৰমান খৰি আনি বজাৰত গৈ বেচে। যিদিনা তাৰ যিমান পইচাৰ দৰকাৰ সেই দিনা সি তিমানহে বেচ বিচাৰে। বেছিও নিবিচাৰে, কম দিলেও নিব নোখোজে। বুঢ়া অতি হোজা। এতেকে বুঢ়াৰ খৰি নেপালীতকৈ ভাল আৰু সৰহ হলেও সকলোৱে তাক নিচেই কম দামহে দিব খোজে। নিদিওঁ নিদিওঁ বুলি বাৰচেৰেক ঘূৰি ঘূৰি ফুৰি আহিনাই শেষত মান্তি হবলৈ বাধ্য হয়। সেই দিনা তাৰ খাবলৈ নাটে।

বুঢ়া আজি তিনি দিন জ্বৰত পৰি আছে। নাই তাৰ মুখত এটোপা পানী দিবলৈ কোনো মানুহ। গুৱাহাটী নগৰ মানুহে নধৰে। জজ কমিছনাৰৰ আমোলা-মহৰি, মহাজন, কুলী-মুটিয়া, চিপাহী-চন্তৰী, দোকানী-পোহাৰী কিহৰ অভাব? জাৰত পূজাৰ নামত নিলাম জুৰা চলিছে। কিন্তু নবিয়াত পৰা ভাটী বয়সীয়া আহিনাৰ পিয়াহত পানী এটুপি দিওঁতা কোনো নাছিল।

আজি অলপমান গা ভাল পাই সি হাবিৰ পৰা খৰি কাটি আনি বজাৰলৈ যাব ধৰিছিল। বহাগৰ ভীষণ ধুমুহাই বিকট হাঁহিৰে মহা তাণ্ডৱ নৃত্য কৰিবলৈ ধৰিলে। নৈৰ কাষৰ আলিবাটৰ আঁহত গছ কেইজোপাৰ ডাঙৰ ডাঙৰ ডাল ভাঙি পৰিবলৈ ধৰিলে। ধূলি-বালি উৰি চাৰিওফালে আন্ধাৰ কৰি পেলালে। চকু মেলে কাৰ সাধ্য? বুঢ়াৰ শক্তি নাই যে খৰি লৈ লৰ মাৰে। আকৌ খৰি-খিনি পেলাবও নোৱাৰে। তাৰ ঘৰত খাবলৈ একো নাই। ইয়াক বেচিলেহে চাউল হ'ব। ওচৰতে এগৰাকী বামুণৰ ঘৰৰ দুৱাৰমুখত গৈ সি থিয় হ'ল। বামুণ-বামুণীয়ে কাণিতুৰবীকৈ বৰদৈচিলাৰ ৰাক্ষসী লীলা চাই আছিল। এনেতে সি আহি খৰিৰ ভাৰ নমালে। দুখীয়া বামুণে দুখীয়াৰ দুখ নুবুজা নহয়; কিন্তু ঘৰত তাৰ বাবে ঠাই ক'ত? একে ঘৰতে খায়, একে ঘৰতে শোৱে। তাতে এই সৰু জাতৰ মানুহটোক সোমাব দিলে মলাচৰু, কলহ-টেকেলি সকলো পেলাব লাগিব। শান্তি স্বস্ত্যয়ন কৰি ঘৰ শুচি কৰিব লাগিব। বামুণে সুধিলে—"কি লাগে?" আহিনাই তাৰ নিজৰ অৱস্থা ভালকৈয়ে জানে। হিন্দুৰ ঘৰত মেকুৰী-ছাগলীবো ঠাই আছে। ঠাই নাই কেৱল হীন জাতৰ মানুহৰ। সেই বাবে সি বামুণৰ ঘৰত সোমাবলৈ বুলি আশা কৰিও অহা নাই। সি কলে —"খৰি লবি নেকি? যিমান খুচি দিবি।"

বামুণে কলে—"ভাৰত দুঅনা দিব পাৰোঁ দে" বুলি বুঢ়াই হাত পাতিলে।



বামুণৰ মনত মহা আনন্দ। বজাৰত দহ অনাৰ কমে এই খৰি কেতিয়াও নাপায়। বামুণীৰ মনত কিন্তু দয়া হ'ল। সুধিলে—"বুঢ়া, ঘৰত চাউল আছে?" নাই বুলি কোৱাত তেওঁ তাক আদসেৰমান চাউল দিলে। আহিনা বৰষুণত তিতিবুৰি কঁপি কঁপি ঘৰমুৱা হ'ল।

সি আজি বহুত দিনৰ কথা। কিন্তু আহিনাৰ মনত হৈছে যেন কালিৰ কথা। তেতিয়া তাৰ কি নাছিল? বকোৰ ওচৰত তাৰ ঘৰ। এহাল গৰু, তিনিপুৰা মাটি, ভাত খোৱা কাঁহী দুখন, লাও-পানী সিজোৱা 'জোভা' তিনিটা, পিতলৰ ঘটি এটা, কাপোৰ-কানি, গামোচা, তাঁত-শাল, গৰালৰ ঢাৰি, কঠ, পহুৰ ছাল, কেইটামান গাহৰি, কুকুৰা সকলো আছিল। তাৰ বাহিৰেও তাৰ সোণৰ সংসাৰত শান্তিৰ প্ৰতিমূৰ্ত্তি ঘৈণীয়েক আৰু মাক, বাপেকৰ নয়ন জুৰোৱা ডেৰ বছৰীয়া ল'ৰা এটা। আহিনাই যিখিনি খেতি কৰে, তাৰে সিহঁতক খাবলৈ আটে। আকৌ বিলত মাছ, হাবিত পহু, গছত চৰাই আছে। ভুঁয়ে-বাৰীয়ে শাক-পাচলি আছে। একোৰে অভাৱ নাই। আহিনাৰ দিন আনন্দৰ মাজেদি পাৰ হৈ গৈ আছে। এই অফুৰন্ত আনন্দৰ ভিতৰত দিনৰ বনকাম শেষ কৰি গধূলি পৰত বাঁহীটো লৈ আহিনাই মনোমোহা সুৰ তোলে। "অ" গৰখীয়া গৰু মেল গৰু মেল। আহিন-কাতিৰ ভোকতে গৰু মৰে লগতে, গৰু মেল গৰু মেল।"

নিশা গৰু মেলিবৰ কোনো সম্ভাৱনা নাই; কিন্তু এই গোসেৰাৰ ওপৰতে যে খেতিয়কৰ জীৱনৰ সকলো আশা-ভাৰসা। ইহঁতৰ বহুতৰ ভাগ্যত গৰুৱে নাথাকে। বছৰি ভাগিয়া কৰি খেতি কৰিবলৈ গৰু লাগে। এই গৰু মেলাৰ লগত যে কি মাধুৰী পোট খাই আছে তাক তেনে ভাৱৰ ভাবুক নহ'লে আন কোনে বুজিব! কোনে কব কোন গাঁৱলীয়া কবিয়ে অপৰিস্ফুট ছন্দত গৰুৰ যত্ন লবৰ নিমিত্তে গঞা-সকলক উপদেশ দিবলৈ এনে গাঁৱলীয়া গীত ৰচিছিল? এই সুৰ আকাশ-বতাহ ছানি গ'ল। বনৰীয়া ফুলৰ মধুৰ গোন্ধৰ লগত ওচৰৰ

পৰ্বতৰপৰা সেই সুৰৰ প্ৰতিধ্বনি গিহলি হৈ যেন কৈ ফুৰে—"অ' গৰখীয়া! গৰু মেল, গৰু মেল।" চাৰুহাসিনী ঘৈণীয়েকে ল'ৰাটিৰে সৈতে আপোনবিভোৰ আহিনাৰ ওচৰত বহি তাইৰ মন ভুলোৱা কোমল মাতেৰে গাবলৈ ধৰে—"অ' গৰখীয়া, গৰু মেল।" লৰাটিয়ে বাঁহীত টানে আৰু কয়—"গৌ মেল"।

দিন কাৰো সমানে নেযায়। আহিনাৰ এই আনন্দৰ সংসাৰত উঠিল এক প্ৰলয়ৰ ধুমুহা। তাতে তাৰ সুখৰ সংসাৰ ছেদেলি-ভেদেলি হৈ গল। আজি তিনি বছৰমানৰপৰা তাৰ ধানখেতি গাঁৱৰ সকলোৰে খেতিতকৈ ভাল হবলৈ ধৰিলে। কিন্তু আন আন মানুহৰ ধানবোৰ ঘটনাক্ৰমে আজি কেইবছৰৰ মানৰপৰা বেয়া হবলৈ ধৰিলে। সেই বাবে গাঁৱৰ সকলোৰে মনত ঘোৰ সন্দেহ হ'ল, এনেকুৱা বৈষম্যৰ কাৰণ কি?

মঙ্গল চোৱাৰ প্ৰয়োজন হ'ল। নিজৰাৰ ওচৰতে 'প্ৰভুদেৱ'ৰ থান। গাঁৱৰ সকলোৱে তাত গোট খাই জিজি আৰু জিখৌ দুয়ো ভায়েক-ভনীয়েকক দেওধনী তুলিলে। সিহঁতে কঁপি কঁপি চুলিমেলি জপিয়াব ধৰিলে। পিন্ধা কাপোৰ সোলোকাই সকলোকে স্তম্ভিত কৰি জুইৰ মাজত খোজ কাঢ়িব ধৰিলে। পিছত দুয়ো দুটা পাৰ চবাই লৈ ডিঙি মূছৰি চিঙি কেচাঁ তেজ পি কলে—"আহিনাৰ ঘৈণীয়েক "জিগাঙ ডাইনী", তাইৰ দৃষ্টিত ধান খেতি শুকাই গৈছে। তাই গাঁৱৰ লৰা-ছোৱালীৰ মৃত্যুৰ কাৰণ। তাই সকলোৰে কলিজা খাই পেলায়।"

আহিনাই শুনি আচৰিত হ'ল। এনে নিখুত যাৰ স্বভাৱ, এনে প্ৰগাঢ় যাৰ প্ৰীতি, যাৰ অকৃত্ৰিম সেৱাপৰায়ণতাত তাৰ পৰিশ্ৰমৰ সকলো ক্লান্তি এক মুহূৰ্ত্তেত নাইকিয়া হৈ যায়, তাই কেনেকৈ ডাইনী হব পাৰে? কিন্তু আনফালে দেওধনীৰ কথা কেতিয়াবা মিছা হৈছে নে? মহা সমস্যা! জিগাঙে চিঞৰি কবলৈ ধৰিলে—"মই নহং ডাইনী।"



গাঁওবুঢ়াই কলে—"ভাল কথা। তই গা ধুই আহি প্ৰভুদেৱৰ আগত শপত খা, ডাইনী নহং বুলি।" সকলোৱে গৰ্জ্জিবলৈ ধৰিলে—"ডাইনীক কাট, জুইত পোৰ।" জিগাঙ বিস্মৃত হবলৈ ধৰিলে। তাইৰ মনত নানা সন্দেহ, নানা ভয় সোমাবলৈ ধৰিলে। গা ধুই উঠি ভয়ত কঁপিবলৈ ধৰিলে। কঁপি কঁপি প্ৰভুৰ স্থানত হাত দি অজ্ঞান হৈ পৰিল।—একো কব নোৱাৰিলে।

আৰু ৰক্ষা নাই। 'মাৰ মাৰ' বুলি চাৰিওফালৰপৰা সকলোৱে জিগাঙৰ ওপৰত আহি পৰিল। সকলোৱে কিল, ভুকু, চৰ আদি মাৰিবলৈ ধৰিলে। আহিনা হতবুধি হল। মুহূৰ্ত্তৰ পিছতে তাৰ চেতনা হ'ল। কোলাৰ লৰাটোক পেলাই দি হাতত দাখন লৈ ঘৈণীয়েকক ৰক্ষাৰ কাৰণে ৰুদ্ৰমূৰ্ত্তি ধৰি হুঙ্কাৰ মাৰি আগবাঢ়িল। এনেতে গাঁওবুঢ়াই সকলোকে থমাই কলে—"খুন হব। খুন হলে মহা মস্কিল হ'ব।"

সেই নিশা জিগাঙৰ বৰ জ্বৰ উঠিল। গাঁৱৰ সকলো মানুহে পঞ্চায়ত কৰি আহিনাক আদেশ দিলে, পুৱা উঠি তাইক গাঁৱৰপৰা খেদিব লাগিব। কি কৰে উপায় নেদেখি আহিনাই জিগাঙক তাইৰ মাকৰ গাঁৱলৈ লৈ গ'ল। কিন্তু ঘটনা শুনি মাকেও জীয়েকক ৰাখিব নোৱাৰিলে। কাৰণ ডাইনী হওক বা নহওক কথা যেতিয়া উঠিছে তেতিয়া তাইক আশ্ৰয় দিয়া মানে নিজে খেদা খোৱা। ছোৱালীক উপদেশ দিলে—"ইবোৰ বেয়া কি শিকিছ। পাহৰি পেলা।"

নিৰুপায় হৈ বাজত আলিবাটৰ কাষত এডাল বৰ গছৰ তলত সিহঁতে আশ্ৰয় ললে। জিগাঙৰ আৰু ফুৰিবৰ শক্তি নাছিল। ওৰে গায়ে বিষ, প্ৰবল জ্বৰ, চকু দুটা ৰঙা হৈছে। তৃতীয় দিনা তাইৰ অৱস্থা আৰু বেয়া হৈ উঠিল। মাতিলে একো উত্তৰ নিদিয়ে। কেৱল কয়, ডাইনীয়ে খালে। আকৌ কেতিয়াবা চিঞৰি উঠে—"মই ডাইনী নহং" বুলি। গাঁৱৰ ওজাজনক মাতিবলৈ খুজিছিল। কিন্তু আহিনাৰ প্ৰবৃত্তি নহ'ল। কাৰণ সিহঁতত বিশ্বাস নাই, হিতে বিপৰীত

হব পাৰে। নিষ্ঠুৰ গঞাহঁতে জিগাঙক অকল খুন্দা মৰা নাই। তাইলৈ সিহঁতে শিলগুটিও দলিয়াইছিল। তাইৰ গা এতিয়াও ক'লা পৰি উখহি আছে। লৰাটোৱে ভোকত কান্দিছে। ঘৈণীয়েকৰ দুখকাতৰ মুখ দেখি আৰু যন্ত্ৰণাব্যঞ্জক শব্দ শুনি আহিনা অস্থিৰ হৈ উঠিল। প্ৰভুদেৱলৈ কিমান মানস কৰিলে কিন্তু একো ফল নহ'ল। সংসাৰৰ সকলো মায়ামমতা এৰি জিগাঙে চিৰকাললৈ চকু মুদিলে। তাইৰ সকলো যন্ত্ৰণাৰ ওৰ পৰিল।

আহিনাই লৰাটো লৈ আকৌ গাঁৱলৈ উলটি গ'ল। আজি তাৰ ঘৰ শূন্য। যি ফালে চায়, সেই ফালেই যেন এক নিস্তব্ধতাৰ করুণ দৃশ্য তাৰ চকুত পৰে। আজি বতাহত যেন কাৰোবাৰ বিপদৰ ওপত হুমুনিয়াহ মিলি গৈছে। গছবিলাক যেন আত্মীয় বিয়োগ ব্যাথাত ব্যাকুল হৈ তবধ মানিছে। কাউৰীবিলাকে যেন কাৰোবাক নেদেখি কৰ্কশ কা কা মাতেৰে কাণ জ্বলাকলা কৰিছে। গাহৰি-কুকুৰাবোৰে যেন ঘূৰি পকি জিগাঙক বিচাৰি ফুৰিছে। গছৰ শুকান ডালত বহি কপৌৱে করুণ মাতেৰে বিয়োগবিধুৰা প্ৰকৃতিক করুণতৰ কৰি তুলিছে। আজি এক মাত্ৰ জিগাঙৰ অবিহনে সকলো ম্লান, সকলো দুঃখ কাতৰ।

আহিনা সকলোতকৈ দুখ আৰু চিন্তাত পৰিল লৰাটিৰ কান্দোন দেখি। আইতাকক নেদেখি সি কান্দিবলৈ ধৰিলে। একোতে নিচুকাব নোৱাৰি। কেচুৱাক কেনেকৈ পতি কৰিব লাগে মতা মানুহে তাক ভালদৰে নাজানে। ডাইনীৰ ল'ৰা দেখি গাঁৱৰ সকলো তিৰোতা নাহিলেও দুই এগৰাকী সিহঁতৰ খবৰ লবলৈ আহিছিল। কিন্তু আহিনাৰ মন তাইহঁতৰ ওপৰত তিতা হৈ গৈছে। সকলোকে খেদি দিলে।

কালৰ সোঁতে আহিনাৰ দুখ উটুৱাই লৈ গলেও তাৰ স্মৃতি মচি পেলাব পৰা নাই। মানুহে আত্মীয় বিয়োগত যি দুখ পায়, সি স্থায়ী হোৱা হলে বলিয়া হলহেঁতেন। এতিয়া আহিনাৰ পুতেক পোন্ধৰ



বছৰীয়া। কিন্তু দেখাত যেন সি ১৮।১৯ বছৰীয়া। মঙলবাৰে তাৰ জন্ম হৈছিল কাৰণে তাৰ নাম মঙলা। সি অলপ দিনৰ ভিতৰতে ডাঙৰ দীঘল হৈ উঠিল। মঙলাই লৰ মাৰি গৈ আন ল'ৰাতকৈ ঘপকৈ গছত উঠে। চাই চাই আনন্দত আহিনাৰ চকুলৈ পানী আহে। ফান্দ পাতি চৰাই ধৰি আনে। বাপেকে ভাবে, আজি তাৰ মাক জীয়াই থকা হলে কেনে ৰং পালেহেঁতেন। ঘৈণীয়েকৰ অন্তিম কালৰ কথা মনত পৰি তাৰ অন্তৰ কান্দি উঠে, চকুৰেদি পানী ওলায়। সিদিনা কাৰবাৰ এটা ছাগলীক কুকুৰ-নেছীয়া বাঘে মাৰিছিল। মঙলাই বাঘটো মাৰিবলৈ গছত উঠি খাপৰ লৈ চোপা দি বহি আছিল। সুবিধা বুজি সি খাপৰৰ একে খোচতে বাঘটোক মাৰি পেলালে। যেতিয়া মৰা বাঘটোক পিঠিত তুলি লৈ আহে তেতিয়া গাঁৱৰ সকলোৰে মহা আনন্দ। আহিনাই আকাশৰ ফালে চাই আৰু ভাবে, তাই লৰাৰ এইবোৰ বীৰত্ব দেখা পায় নে নেপায়। অতীতৰ কথা সুঁৱৰি সি দীঘল হুমুনিয়াহ কাঢ়ে।

লৰাটি আহিনাৰ চকুৰ মণি। তাক কতো একদণ্ডও নেৰে। চেনেহৰ আৱৰণে তাক সকলো আপদৰপৰা আগুৰি ৰাখিবলৈ খোজে। সিয়ে তাৰ তেজ-মঙহ, তদুপৰি ঘৈণীয়েকৰ জীৱন্ত সোঁৱৰণী। তাৰ ওপৰত যে মাক-বাপেক দুয়োৰো কৰ্ত্তব্য পৰিছে; কৰ্ত্তব্যৰ লগত স্নেহ দুনাই বাঢ়িছে। মঙলাই ক'ত কি দেখিছে, কি কি খেলিছে, আহি হাঁহি হাঁহি যেতিয়া বাপেকৰ আগত অঙ্গিভঙ্গীৰে বৰ্ণাবলৈ ধৰে তেতিয়া তাতে যে কি নিৰ্ম্মল আনন্দ উথলি উঠে। তাৰ সংসাৰৰ সকলো দুখ, সকলো চিন্তা এক নিমিষতে আঁতৰি যায়। যেন এই মধুৰ আনন্দ অসীম অনন্ত। ইয়াৰ তুলনা জগতত নাই। ই স্বৰ্গীয়।

মঙলা সেই দিনা কিবা এটা কামৰ নিমিত্তে গুৱাহাটীলৈ গৈছিল। বাপেকে এৰি নিদিওঁ বুলি পিছত যাবলৈ দি বৰ দুৰ্ভাৱনাত পৰিল। ল'ৰাৰ যাতে কোনো বিঘিনি নহয় এই নিমিত্তে মনে মনে সকলো

পৰ্বতীয়া দেৱতাক চিন্তিলে। সিফালে চহৰলৈ গৈ পুতেকে দেখিলে, বাটে বাটে কেতবোৰ চিপাহীয়ে কান্ধত বন্দুক লৈ বেণ্ড বজাই তালে তালে কুচকাৱাজ কৰি ফুৰিছে। বাটৰ কাষত থিয় হৈ বহুতে ৰং চাই আছে। মঙলায়ো চাবলৈ ধৰিলে। তাৰ বলিষ্ঠ দেহৰ প্ৰতি চিপাহী-বোৰৰ লগত থকা চাহাব এজনৰ চকু পৰিল। দলৰ এজন হাবিলদাৰক কিবা ইঙ্গিত কৰিলত সি আহি মঙলাৰ হাতত ধৰি সুধিলে—"চিপাহী হবি ?" মঙলাই চিপাহীৰ জাকজমক দেখি বৰ ৰং পাইছিল। সি "হ'ম" বুলি কলে।

তাৰ নাম-ঠিকনা তেতিয়াই লিখি যথা সময়ত বিক্ৰুইটিং ছেণ্টাৰত আহি হাজিৰ হবলৈ কৈ হাবিলদাৰ গুচি গ'ল। মঙলাই এই শুভ-সংবাদ তাৰ বাপেকৰ আগত দিবৰ কাৰণে লৰালৰিকৈ ঘৰলৈ উভতি গ'ল। চিপাহী হবৰ আনন্দত তাৰ মুখত হাঁহি নধৰা হৈছে। আহিনাৰ আগত সি সকলো কথা কলে আৰু চিপাহীয়ে কেনেকৈ খোজকাঢ়ে, কেনেকৈ হাবিলদাৰে হুকুম দিয়ে সকলোবোৰ ভাও দেখুৱাবলৈ ধৰিলে।

বাপেকে কিন্তু এই কথাত ৰং নাপালে। একমাত্ৰ কণাৰ লাখুটি এই পুত্ৰৰ বিৰহ-কল্পনাত তাৰ অন্তৰ কঁপি উঠিল। পুতেকৰ মুখত মৰমেৰে চুমা খাই কলে—"নালাগে বাছা তই চিপাহী হ'ব—তই মোক এৰি গলে খাবৰ সময়ত এখন কাঁহীয়ে কান্দিব নহয়।"

"নাযাওঁ তেনেহলে" বুলি মঙলা মনে মনে থাকিল।

আহিনা আৰু মঙলাই নাজানে যে সি নাযাওঁ বুলিলেও যাব লাগিব। য়ুৰোপত তেতিয়া যি থৈয়ানথৈয়া ৰণ লাগিছিল, তাত মহাশক্তি পূজাৰ যি অনুষ্ঠান হৈছিল তাত দিনে পতি এহেজাৰ নৰবলিৰ আৱশ্যক। ইয়াত অপাৰগ হলে শক্তি বিমুখ হ'ব। সেই বাবে নিৰ্দ্দিষ্ট সময়ত মঙলা বিক্ৰুটিং অফিচত হাজিৰ নোহোৱাত কনিষ্টবল আহি তাক ধৰি লৈ গ'ল। আহিনায়ে তাৰ লগতে গুৱাহাটীৰ বাট ধৰিলে।



উকীল, মুক্তিয়াৰ, কেৰাণী, মহৰীয়ে দুই চাৰি টকাকৈ খালে; কিন্তু মঙলাক উদ্ধাৰ কৰিব নোৱাৰিলে। চাহাবে কলে, "কিছু ভয় নাই আছে। তুমি যাব পাৰে। পিছত কেৰাণী এজনক কলে— "Well, Babu, explain to him that his son with all the sepoys will be honoured by allowing them to stand shoulder to shoulder with the European Soldiers to fight with the devil Germans." বাবু গৱাকীয়ে কলে, "বুঢ়া চাহাবে কৈছে, তোমাৰ পুতেৰাক আন আন গোৰা চিপাহীৰ লগত কান্ধে কান্ধে লগাই জাৰ্মান ৰাক্ষসৰ লগত যুঁজ কৰিব দিয়া সম্মান দেখুৱা হব। এইটো ভাৰতীয়ৰ পক্ষে কম লাভৰ কথা নহয়। বুজিছা ? ভয় নাই, তুমি নিচিন্ত মনে গুচি যোৱা।" আন আন বহুতে বুজালে বোলে "পুৰুষ মৰে ৰণত আৰু তিৰী মৰে পিয়নত। কেলেই ভাবিছা ?" আহিনাৰ মনে হলে প্ৰবোধ নামানে। তাৰ বুকুৰ ভিতৰত কিহবাই যেন খামোছ মাৰি ধৰিছে। কলৈ যাব, কলৈ নাযাব চাৰিওফালে ডিঙি কটা কুকুৰৰ দৰে ছট্ ফটাবলৈ ধৰিলে। তাৰ ঘৰলৈ যোৱা নহ'ল। সি গুৱাহাটীতে থাকিল। টোপনিত পুৱঁতি নিশা সি এটা সপোন দেখিলে যেন ঘৈণীয়েকে আহি তাক কবলৈ ধৰিছে—"মোৰ পোনাটোক কিয় এৰিলি ?" আহিনা সাৰ পাই ধহ্ মহ্ কৰি উঠিল।

আজি নতুন চিপাহীবিলাক যুঁজলৈ যাব। সি কোনোবা অজান দেশ। কোনোৱে কয়, আমাৰ দাঁতিতে—গোলোকগঞ্জৰ সিফালে। সকলোৱে মিতিৰ-কুটুমক বিদায় দিবলৈ আহিছে। বেণ্ড বাজিব ধৰিছে। এনে সময়ত বিউগিল বাজি উঠিল। 'ফল ইন্'। গিৰিপ্ কৰে সকলো থিয় হ'ল। উজান বজাৰৰ জাহাজ ঘাটৰ ফালে সকলো বাওনা হ'ল। লগে লগে আত্মীয়, কুটুম, দৰ্শক সকলো যাবলৈ ধৰিলে। আহিনাই মঙলাক ঘূৰি ঘূৰি মাত লগাই যাবলৈ ধৰিলে। জাহাজ ঠিক হৈ আছে। সকলো উঠিল। সময় হ'ল।

সকুলোৱে জাহাজৰপৰা নামিলে। বুঢ়াই কিন্তু নামিব নোখোজে। জাহাজৰ চিৰি উঠিছে। অকল এটা মাত্ৰ আছে। সি পুতেকক সাবোট মাৰি ধৰি থাকিল। বেলি হোৱাত হাবিলদাৰে আহিনাক গুচি যাবলৈ ক'লে। কিন্তু সি তাৰ কথা নুশুনে। সি ক'লে—"মঙলাৰ বদলি মই যাওঁ।" তাৰ কথা শুনি মানুহবিলাকে হাঁহিলে। অহিনাই হাবিলদাৰৰ ভৰিত ধৰি কলে, "মঙলা ল'ৰা, সি যাব নোৱাৰিব। মই তাৰ বদলি ৰণলৈ যাম। তাক এৰি দিয়ক, মোক নিয়ক।" হাবিলদাৰে হাঁহি কলে, "তই বুঢ়া হৈছ, পাৰিবি জানো?"

"কিয় নোৱাৰিম? মৌজাদাৰক, বৰচাহাবক আৰু আন চৰকাৰী কামত বেগাৰ লাগিলে মইহে খাটো।"

"বুঢ়া, ই তোমাৰ বেগাৰ নহয়। ই ৰণ, জীৱন-মৰণৰ খেলা।"

আহিনাৰ বুকুখন কঁপি উঠিল। কলে, "হয় দেউতা, এই নিমিত্তে মইহে মৰিব খুজিছোঁ। সি ল'ৰা মানুহ, তাক জীয়াই থাকিবলৈ দিয়ক। মই পাৰিম। সিদিনা মৌজাদাৰক কান্ধত তুলি পৰ্ব্বত এখন পাৰ কৰাই দিলো। পাৰিম, মই পাৰিম।"

জাহাজে উকী দিলে। দুজন খালাচীয়ে জোৰ কৰি আহিনাক জাহাজৰপৰা নমাই দিলে। ভোঁ ভোঁ কৰে দুই উকি মাৰি জাহাজ এৰিলে। আহিনাই চাই ৰ'ল যিমানলৈকে চকুৰে জাহাজ দেখা যায়। জাহাজ অদৃশ্য হ'লত সি এটা দীঘল হুমুনিয়াহ কাঢ়ি আকাশৰ ফালে চাই প্ৰণাম কৰিলে।

তেতিয়াৰপৰা পানীকলৰ বাবুৰ অনুগ্ৰহত আহিনাই আলিৰ দাঁতিত এটি সৰু পজা সাজি লৈ তাতে আছে। ঘৰৰ দুৱাৰ মুখত বহি পুৱা-গধূলি নিতৌ সি দীৰ্ঘেশ্বৰী দেৱালয় আৰু উমানন্দৰ ফালে চাই পুতেকৰ মঙ্গল কামনা কৰে।

সেই দিনা খৰি কাটিবলৈ গৈ অলপ ভাগৰ লগাত সি গছৰ তলতে অলপ জিৰণি লৈছিল আৰু তাতে তাৰ টোপনি আহিছিল। কোনোবাই 'ওবা বাও' বুলি মতা শুনি সাৰ পালে। সি চকু



মেলি চাই দেখে, চিপাহী বেশেৰে তাৰ মৰমৰ পুতেক মঙলা; কিন্তু একো মাত—বোল নিদি সি গছৰ ফালে যোৱা যেন দেখি চকু-মুখ মোহাৰি মোহাৰি খৰ ধৰ কৰি উঠি গছৰ চাৰিওফালে চাই দেখে কোনেও কতো নাই। এই মাত্ৰ সি আহিল, এই মাত্ৰ কলৈ গ'ল? সি "মইনা মইনা" বুলি চিঞৰিবলৈ ধৰিলে। পৰ্ব্বতত ঠেকা খাই প্ৰতিধ্বনি এটিয়ে মাথোন আহিনাক উত্তৰ দিলে "মইনা মইনা"। তাৰ আৰু খৰি কটা নহ'ল। মনটো ভাল লগা নাই। সি কি ছায়াময়া দেখিলে? যিখিনি খৰি কাটিছে তাকে লৈ আহিনা বজাৰলৈ গ'ল।

ইফালে আহিনাৰ নামে এখন তাঁৰ আহিছে। "Mangala won Victoria Cross passed away like a hero." অৰ্থাৎ 'মঙলাই ভিক্টোৰিয়া ক্ৰছ পাইছে আৰু বীৰৰ দৰে সি প্ৰাণ এৰিছে।' তাৰ ঘৰৰ ঠিকনাত খবৰ গৈছিল। পিছে আহিনা ক'ত থাকে সেই কথা কোনেও নাজানে।

বাতৰি-কাকতত পিছদিনা মঙলাই অকল ভিক্টোৰিয়া ক্ৰছ পোৱাৰ কথা প্ৰকাশ হ'ল। পানীকলৰ বাবুয়ে দয়া কৰি সেই খবৰটো আহিনাক দিলে। সি বুজিলে, ভিক্টোৰিয়া ক্ৰছ পাই পুতেকৰ কিবা এটা ডাঙৰ লাভ হ'ল। সি ভালে ভালে জীয়াই থাকক, এদিন আহিব বুলি চকু মুদি দেৱতাৰ উদ্দেশ্যে সি প্ৰণাম কৰিলে। আহিনাই নাজানে যে কালে তাৰ প্ৰতি অলক্ষ্যে এটা বিদ্ৰূপৰ হাঁহি হাঁহিলে।

যুঁজ শেষ হৈছে। ঘৰে ঘৰে আনন্দৰ চাকি জ্বলিল। আহিনাই ভাবে মঙলাৰ আৰু উভতিবলৈ পলম নাই। যেতিয়াই যি জাহাজ আহে বুঢ়াই তাতে পুতেকৰ আগমন আশা কৰে। এনেকৈ আশা কৰি কৰি সি দুবছৰ কটালে।

আহিনাই বতাহ-বৰষুণত তিনি গৈ দেখে, তাৰ সৰু পঁজাটি ভগা নাই। কিন্তু সকলো বস্তু তিতিছে। দুৰ্ব্বল শৰীৰত পানী

পৰি বতাহ লাগি তাৰ গা আকৌ বেয়া হ'ল। ৰাতি তাৰ একো খোৱা নহ'ল। পুৱা উঠি সি জানিবলৈ পালে, আমাৰ ৰজাৰ জয় হৈছে। অৰ্থাৎ ৰজাৰ লাভ হৈছে আৰু বৰ্ণলৈ যোৱা চিপাহীবিলাক আজি হেনো উভতি আহিব। লৰা লৰিকৈ তেতিয়াৰপৰাই সি জাহাজ ঘাটত গৈ বহি থাকিল।

ছুইমান বজাত আমিনগাঁৱৰপৰা তেজপুৰৰ ডাক-জাহাজ আহি পালে। বহুতেই আহিছে। নাই অহা আহিনাৰ চকুৰ মণি মঙলা। সি চিপাহীবিলাকক মাতি সুধিলে, "বোপাহঁত, মোৰ মঙলা কেতিয়া আহিব?"

এজন চিপাহীৰ লগত মঙলাৰ বন্ধুত্ব হৈছিল। এই সুদীৰ্ঘ ছুবছৰৰ পিছত তাৰ স্মৃতি পাহৰাৰ নিচিনা হৈছিল। আহিনাৰ কথাত মনত পৰি সি উত্তৰ দিলে, "মঙলা? তই মঙলাৰ কি হৱ?"

"মই তাৰ বাপেক হওঁ। কোৱা, কেতিয়া সি আহিব? সি বোলে কিবা ভিক্টোৰিয়া ক্ৰছ আনিব।" চিপাহীয়ে এটি সৰু হুমুনিয়াহ কাঢ়ি কলে, "সি নাই। সি আৰু উলটি নাহে।"

কথা শুনি আহিনা চমক্ খাই উঠিল। অলপ পিছতে সি চকু জুৰি বিস্ফাৰিত কৰি নৈৰ ফালে আঙুলিয়াই কবলৈ ধৰিলে—"নহয় তোমালোকে মিছা মাতিছা। ধেমালি কৰিছা। সৌৱা, সি আহিছে। সেইটো তাৰ ভিক্টোৰিয়া ক্ৰছ। আহ মোৰ পোনা! কোলাত লওঁ আহ।" কথাৰ লগে লগে সি নৈলৈ লৰ মাৰিলে।

# টুনী

ভৈয়ামত গৰু মেলি' দি নিজৰাৰ কুলু কুলু মাতত সুৰ মিলাই টুনীয়ে যেতিয়া আপোন মনে গীত গাই পানীবোৰ নাচি নাচি আৰু শিলৰ গাত আচাৰ খাই গুচি যোৱা চাবলৈ ধৰিছিল, তেতিয়া পাছফালৰপৰা বাংখঙে আহি তাইৰ ছুই চকু ঢাকি ধৰিলে। তাই তাৰ হাতত ধৰি ভুল নাম কলে "থাংৰিং"।

শুনি বাংখঙৰ মুখখন ক'লা পৰিল। টুনীৰ চকু এৰি দিলে। থাংৰিং যে তাৰ প্ৰেমৰ প্ৰতিদ্বন্দ্বী। তাইক আপোন কৰি লোৱাৰ পক্ষে ঘোৰতৰ অন্তৰায়। সি একো নামাতিলে। চকু খোলা পাই টুনীয়ে দেখিলে থাংৰিং নহয় বাংখংহে। হাঁহি কলে—"মইহে, কিয় আহিছ?"

বাংখঙে এটা হুমুনিয়াহ পেলাই কলে, "কিয় আহিছো, তোক কেনেকৈ বুজাম টুনী? এই বুকুখন ফালি চা টুনী?"

কথাষাৰ শেষ নৌহওঁতেই টুনীয়ে মুখখন বেঁকা কৰি কলে, "কিনো সদায় একে কথাকে কৈ থাক অ', ভাল নালাগে। বহি এটা গীতকে গা।"

বাংখং তাইৰ ওচৰতে বহিল। তাইৰ মুখৰ ফালে চাই কলে, "তয়ে গাচোন বাৰু কি গাইছিলি। টুনীয়ে মিচিকিয়া হাঁহি এটা মাৰি কব খুজিছিল, এনেতে থাংৰিঙক দেখি কলে—"সৌৱা থাংৰিং আহিছে।"

থাংৰিঙৰ হাতত এথোপা ফুল। ওচৰলৈ আহি টুনীক ফুলথোপা উপহাৰ দিলে। তাই মহাৰঙেৰে খোপাত গুজিলে, কাণত পিন্ধিলে আৰু কেইটিমান হাতত লৈ সুঙিবলৈ ধৰিলে।

তাকে দেখি বাংখঙৰ অন্তৰ পোৰা যেন লাগিল। অলপ পৰ থাকি সি কলে, "এইবোৰ ফুলৰ গোন্ধ ভাল নহয়। মই ভাল ফুল লৈ আহোঁগৈ।"

কথাৰ লগে লগে সি উঠি পৰ্ব্বতৰ ওপৰলৈ গ'ল। কিবা এবিধ ফুলৰ গছত উঠিবলৈ গৈ মেৰেত কৰি ডাল ভাঙি পৰিল। পবাৰ শব্দৰ লগত অঁ আঁ শব্দ উঠিল। টুনীয়ে "আ ঐ দেহি কিবা হ'ল ঐ" বুলি শব্দ অনুসৰি লৰ মাৰিলে।

ওচৰলৈ গৈ তাই দেখিবলৈ পালে বাংখং অজ্ঞান হৈ পৰি আছে। থাংবিঙে সৈতে দুয়ো ধৰাধৰিকৈ তাক নিজৰাৰ ওচৰলৈ আনি তাৰ মূৰত পানী দিবলৈ ধৰিলে। কিছু পৰৰ মূৰত তাৰ জ্ঞানৰ সঞ্চাৰ হ'ল। দেখি টুনীয়ে বং পালে। তাইৰ কাৰণে ফুল আনিবলৈ গৈ এই কাণ্ড।

বাংখঙৰ হাতত ধৰি টুনীয়ে কলে—"ক'ত দুখ পাইছ অ?" বাংখঙে তাইৰ হাতখন ধৰি টানি নি নিজৰ বাওঁ পাঞ্জৰত দেখুৱাই দিলে। পিছত তাইৰ হাতখন নিজৰ বুকুত লৈ ধৰি থাকিল। টুনীয়ে আন হাতেৰে তাৰ কপালত আউলি-বাউলী হৈ থকা চুলি-বোৰ গুচাই দিবলৈ ধৰিলে। বাংখঙৰ সকলো যন্ত্ৰণাৰ ভিতৰত টুনীৰ এনে মৰমিয়াল হাতৰ স্পৰ্শত দুই চকুৰে আনন্দৰ অশ্ৰু কেই-টুপিমান পৰিল।

এই দৃশ্য থাংবিঙৰ ভাল নালাগিল। সি টুনীক মাতি দেখুৱালে, "সৌৱা চা, তোৰ গৰুবোৰ কোন ফাললৈ যাব ধৰিছে?" টুনীয়ে চাই কলে—"তয়ে যা, ঘূৰাই লৈ আহগৈ।"

থাংবিঙে ভাবিছিল তাই বাংখঙক এৰি তাৰ লগতে গৰু ঘূৰাবলৈ যাব; কিন্তু সেইটো হৈ নুঠিল। মনত দুখ কৰি বৈয়ামলৈ নামি গ'ল।......

আজি আকৌ টুনী আৰু থাংবিঙৰ গৰু চৰোৱাৰ পাল পৰিছে। বৰ গছৰ তলত গৰু-বাথান। দুপৰীয়া গৰুবোৰ ছাঁত লৈ গৈ দুয়ো বৰগছৰ ছাঁতে বহিল। সুযোগ পাই থাংবিঙে আৰম্ভ কৰিলে, "টুনী, তোক পালে মোক আৰু একো নালাগে। কিন্তু তই মোৰ দুখ নুবুজ।"



টুনীয়ে অলপ ব্যগ্ৰ হৈ সুধিলে, "মই তোৰ কোনো দুখ নুবুজো?"

থাংবিং—বাংখঙৰ লগত তই ফুৰ কিয়? তেনেকৈ ফুৰা দেখিলে মোৰ বৰ বেয়া লাগে।

টুনী—ফুৰিলেনো কি হ'ব? তাত বেয়া পাবৰ কি কাৰণ আছে?

থাংবিং—তাত কাৰণ থাকক বা নাথাকক, তই তেনেকৈ নফুৰিবি দে।

টুনী—কিয় নুফুৰিম? লাগক তোৰ বেয়া।

টুনীৰ কথা শুনি থাংবিঙৰ চকুজুৰি চল্ চলীয়া হ'ল। সি এটা হুমুনিয়াহ পেলালে। দেখি টুনীয়ে তাৰ হাতত ধৰি কলে—"কিয় তেনেখন কৰিছ তই? ক, কি কৰিলে তোৰ ভাল লাগে, মই তাকেই কৰিম। নুফুৰো আৰু তাৰ লগত।

টুনীৰ কথা শুনি থাংবিং সুস্থ হল। মনৰ আনন্দত তাৰ ক'লা পৰা মুখত আকৌ হাঁহি বিৰিঙিল। তাইৰ হাত দুখনত ধৰি প্ৰেমত ভৰপূৰ অন্তৰৰ এটি স্নিগ্ধ দৃষ্টিৰে তাইৰ মুখৰ ফালে চাই ৰ'ল।" তাকে দেখি টুনীয়ে হাঁহি মাতি কলে—"সদায় মুখৰ ফাললৈকে এনেদৰে চাই থাকিলে কিনো ভাল পাবি? তাতকৈ নহয় গীত এটাকে গা নাইবা বাহীটোকে বজা।"

থাংবিং—"মই বাঁহী বজাওঁ তই গা।" ইয়াকে কৈ পাছফালে কঁকালত গুজি থোৱা বাঁহীটো উলিয়াই মুখ হলাই হলাই বজাবলৈ ধৰিলে। প্ৰকৃতি প্ৰসন্ন হ'ল। প্ৰাণ ভৰপূৰ। নানাবিধ পৰ্ব্বতীয়া চৰাইৰ সুললিত মাতত দিগন্ত মুখৰিত। নিজৰাৰ জিৰ্ জিৰ্ শব্দৰ লগত দেৱঘণ্টাৰ (এবিধ পোক) টিং টিং ৰিং ৰিং ধ্বনি উঠি এটি স্বৰ্গীয় মাধুৰী আহি মৰ্ত্ত্যত মিলিছে। এনেতে এটি বিঘিনি উপস্থিত হোৱাত সকলো উলটি গ'ল। এটা নাহৰফুটুকি বাঘ আহি পালৰ মাজৰপৰা দামুৰী এটাক ধৰিলে। বাঘৰ গাজনি, দামুৰীটোৰ চিঞৰ বাখৰ আৰু গৰু-পালৰ বিপদসূচক এক অদ্ভুত বিননিয়ে যেন এটা মহা প্ৰলয়ৰ সৃষ্টি কৰিলে। থাংবিং আৰু টুনীয়ে 'হউ হউ' বুলি

বাঘ খেদিবলৈ ধৰিলে। বাঘে কিন্তু একোলৈকে গ্ৰাহ্য নকৰি দামুৰীটো লৈ হাবিৰ মাজত সোমালগৈ। থাংৰিঙে আতঙ্কত লৰি ফুৰা গৰুবিলাকক খেদি এঠাইত থুপ কৰিবলৈ ধৰিলে। এই কামত পলম হলে বাঘৰ ভয়ত গৰুবিলাক যেনিয়ে তেনিয়ে হাবিত সোমাব আৰু তেতিয়া এটা বাঘেই এদিনতে বহুত গৰু মাৰিবলৈ সুচল পাব।

বাংখঙে বিলত মাছ মাৰিবলৈ বুলি যাব ধৰিছিল। বাটতে টুনীক এনে ব্যস্ত হৈ আহিবলৈ ধৰা দেখি কাৰণ কি সুধিলে। টুনীৰ মুখত বাঘে গৰু ধৰাৰ কথা শুনি হাতত থকা শিঙাটো শঙ্খ বজোৱাৰ দৰে টুটু টুটু টুটু কৰি বজাবলৈ ধৰিলে। সেই শব্দ শুনা মাত্ৰকে গঞাসকলে নিজ নিজ খাপৰ যাঠি, জোং আদি লৈ লৰ দিলে। টুনী আৰু বাংখঙো আগবাঢ়ি গ'ল। সিহঁতৰ মুখত ঘটনাৰ বিবৰণ শুনি সকলোৱে জাল-জৰী লৈ বাঘ থকা হাবিৰ চাৰিওফালে জাল দি বেঢ়িলে। আন আন মানুহৰ লগত টুনীও বাঘ খেদিবলৈ হাবিত সোমাল। তাইৰ লগে লগে থাকিল বাংখং।

বাঘ মৰা পৰিল। বাংখং আৰু টুনীয়ে আন আন মানুহৰ লগতে হাবিৰ মাজৰপৰা ওলাই আহিল। যিবিলাক অলপ আঁতৰত আছিল সিবিলাকক ছুয়ো বাঘৰ চিঞৰ আৰু বনৰ মূৰত মৰণ-কামোৰ দিয়া কথা বিবৰি কবলৈ ধৰিলে।

থাংৰিঙে দেখিলে এই সুযোগতে বাংখঙে টুনীৰ ওচৰে ওচৰে ফুৰিছে। তাৰ বৰ খং উঠিল। সি কিমানবাৰ টুনীক বাংখঙৰ-পৰা আঁতৰ হবলৈ চকুৰে ইঙ্গিত কৰিলে; কিন্তু টুনীয়ে তালৈ লক্ষ্য কৰা দূৰৰ কথা তাৰ ফাললৈ নোচোৱাই হ'ল।

থাংৰিঙে এই ঘটনাৰপৰা অন্তৰত বৰ আঘাত পালে। পোন প্ৰথমে তাৰ বৰ খং উঠিছিল। কিন্তু প্ৰতিশোধ লব নোৱাৰা খং ক্ৰমে দুখ-বেজাৰত পৰিণত হ'ল। এবাৰ মনে মনে ঠিক কৰিলে



সি আৰু তাইৰ লগত কোনো সম্বন্ধ নাৰাখিব; কিন্তু ডেকা-কলীয়া প্ৰবৃত্তিয়ে তাইক পাবৰ আগ্ৰহ বঢ়াই তুলিলে।

টুনী যেতিয়া গৰু ন্নিবলৈ পথাৰত ওলাল তেতিয়া বাংখং তাইৰ লগত অহা দেখি থাংৰিঙৰ অন্তৰত প্ৰতিহিংসাৰ জুই জ্বলিবলৈ ধৰিলে। টুনীয়ে একোলৈকে লক্ষ্য নকৰি থাংৰিঙক মাতিবলৈ ধৰিলে। কিন্তু সি নিৰুত্তৰ। তাইৰ ওপৰত অভিমানে তাৰ মুখখন ডাৱৰে ঢকা বতৰৰ দৰে ক'লামলা কৰিলে। টুনীয়ে সেইবোৰৰ একো তত ধৰিব নোৱাৰি আগৰ নিচিনাকৈ তাক মাতি কলে— "সৌ গৰুজনী ঘূৰাই লৈ আহগৈ।"

থাংৰিং নগ'ল দেখি টুনীয়ে বাংখঙৰ মুখৰ পিনে চালে। তাৰ গৰু চৰোৱাৰ পাল নহ'লেও টুনীৰ মনৰ ভাব বুজিব পাৰি গৰু ঘূৰাবলৈ লৰ মাৰিলে। থাংৰিঙে আৰু সহি থাকিব নোৱাৰি চিঞৰি কলে, "নাযাবি, তোৰ গৰু ৰখাৰ পাল নহয়।" কিন্তু বাংখঙে সেই কথালৈ মন নিদিলে। তাকে দেখি থাংৰিঙেও সেই ফাললৈ লৰ দিলে। গৰুজনীৰ ওচৰ পাই একো মাত-বোল নকৰাকৈ বাংখঙৰ মূৰত মাৰি ডালেৰে দিলে একোব বহুৱাই। ভাগ্য ভাল আছিল মূৰ আঁতৰাই দিলে। নহলে তাৰ মূৰ ফালি গ'লহেঁতেন। হঠাৎ আক্ৰান্ত বাংখং মস্কিলত পৰিল। থাংৰিঙে আৰু বাংখঙক কোবাবলৈ মাৰিডাল তোলোতে সি লৰ মাৰি আঁতৰি গৈ পথাৰত পৰি থকা কাঠ এডোখৰ তুলি লৈ দলি মাৰিবলৈ সাজু হ'ল।

টুনীয়ে থাংৰিঙক লৰ মৰা দেখি গৰু ঘূৰাবলৈ যায় বুলি ভাবিছিল। কিন্তু গৰু এৰি বাংখঙক কোবোৱা দেখি আচৰিত হ'ল। তাই লৰি গৈ বাংখঙৰ কাষ চাপি থাংৰিঙক গালি পাৰিবলৈ ধৰিলে। কাৰণ আজি থাংৰিঙৰ অবাধ্যতাৰ বাবে আৰু তাইক সহায় কৰোঁতাক অন্যায় অপমান কৰা দেখি তাৰ ওপৰত টুনীৰ খং উঠিছিল।

বাংখঙৰ হাতত কাঠৰ দলি দেখি থাংৰিঙৰ আৰু আগ বাঢ়িবলৈ সাহ ন'হ'ল।

তিনিও গৰু লৈ ঘৰমুৱা হ'ল। বাটত কোনেও কাকো নামাতিলে।

বাংখঙে এটি টুনী চৰাইৰ পোৱালি আনি টুনীক উপহাৰ দিলে। পোৱালিটিয়ে একোকে নাখায়। দুয়ো ফৰিং ধৰি খুৱাবৰ চেষ্টা কৰিছে। ভাল ভাল চাই ফুল আনি তাৰ মৌ উলিয়াই চৰাই পোৱালীটোৰ মুখ মেলি খুৱাই দিবলৈ ধৰিছে। মুখৰ ভিতৰত আহাৰ সুমাই দিয়াত অৱশ্যে সি গিলে; কিন্তু খাবৰ বৰ আগ্ৰহ নেদেখি টুনী বৰ অস্থিৰ হৈ উঠিল। মাতৃত্ব তিৰোতা জাতিৰ স্বভাৱজ গুণ বুলিয়েই হ'ক নাইবা আন কোনো কাৰণতেই হ'ক টুনীয়ে চৰাই পোৱালিটোক এবাৰ বুকুত এবাৰ হাতত লৈ নচুৱাবলৈ ধৰিলে। আৰু নানা মৰমিয়াল মাতেৰে চৰাইটোৰ গাত হাত বুলাই দিবলৈ ধৰিলে। পোৱালিটোৱে কিন্তু চকু মুদি কান্দে মাথোন। এই মৰমৰ জীৱটোক জীয়াই ৰাখিবলৈ তাইৰ সহায়কাৰী বাংখঙৰ ওপৰত নিৰ্ভৰ কৰিব লগীয়া হ'ল। বাংখং যিফালে যায় তায়ো তাৰ পাছে পাছে ঘুৰিবলৈ ধৰিলে। আকৌ সিও ঘূৰি-পকি টুনীৰ ওচৰ চাপিবলৈ ধৰিলে।

থাংৰিঙে সকলো দেখিলে। টুনী আজি কি কাৰণত তাৰ ওপৰত বিমুখ সি একো বুজিব নোৱাৰিলে। মনৰ দুখত সি শুই পৰিল। অলপ পৰৰ পিছত আকৌ উঠিল। হাবিৰপৰা বুলবুলী চৰাইৰ পোৱালি ধৰি আনি টুনী আৰু বাংখং বহি থকা ঠাইৰপৰা অলপ আঁতৰত বহি ফৰিং খুৱাবলৈ ধৰিলে। টুনীয়ে দেখিলে। কিন্তু তাই নিজৰ চৰাইৰ পোৱালিক লৈ বৰ ব্যস্ত আছিল। সেইফালে মন দিব নোৱাৰিলে। থাংৰিঙে সুধিলে, "কাক লাগে চৰাইৰ পোৱালী ?"

এইবাৰো কোনেও একো উত্তৰ নিদিয়া দেখি থাংৰিঙে তাৰ



পৰা অলপ আঁতৰলৈ গৈ গছৰ তলত বহি বাঁহীত তাৰ বিষাদ-পূৰ্ণ কৰুণ সুৰ তুলিলে। কিন্তু আজি টুনীৰ হৃদয়ৰ তাঁৰ অলপ বেসুৰীয়া হৈছিল। গতিকে তাত অকণো কঁপনি নুঠিল। থাংৰিঙে আৰু কি কৰিব ? লাহে লাহে চৰাইৰ পোৱালিটো লৈ ঘৰমুৱা হ'ল।

বহুত চেষ্টাতো চৰাইৰ পোৱালিটোক জীয়াব নোৱাৰি টুনীয়ে চকুলো টুকিলে। তেতিয়া গধূলি। বাংখঙে কলে—"নাকান্দিবি ঐ, মই কাইলৈ আনি এটা পোৱালি আনি দিম।" টুনীৰ ইমান পলম কৰিবৰ ইচ্ছা নাই। তাইৰ উদ্বেলিত মৰমে এটা অৱলম্বন বিচাৰে। টুনীয়ে বাংখঙক এৰি থাংৰিংহঁতৰ ঘৰ বুলি লৰ দিলে। দুৱাৰ মুখলৈ গৈ মাতিলে—"থাংৰিং, অ থাংৰিং। চৰাইৰ পোৱালি দিবি বোলে। দে মোক, মই পুহিম।"

হেৰোৱা ধন আকৌ পাই থাংৰিঙৰ গাত তত আহিল। কিন্তু অভিমানে তাক আগুৰি পেলালে। সি একো নামাতিলে। টুনীয়ে একো উত্তৰ নাপাই আকৌ সুধিলে, "অ থাংৰিং, পোৱালি কাক লাগে বুলি সুধিছিলি দেখোন ? দিয় যদি দে ?"

এইবাৰো অভিমানী ডেকা নিৰুত্তৰ। টুনীয়ে বুজি পালে থাংৰিঙে খং কৰিছে। তাইক পোৱালিটো নিদিয়ে। কাৰণ তাই আজি ওৰে দিনটো তাৰ বাধা নামানি বাংখঙৰ লগত ফুৰিছে। নিশ্চিতভাৱে পাবৰ আশাত নিৰাশ হৈ তাই মনে মনে লাজ পাই ঘৰলৈ যাবলৈ ধৰিলে। তাইক গুচি যোৱা দেখি থাংৰিঙৰ হুচ হ'ল। হাতৰ মুঠিত পোৱা ধন আকৌ হেৰায় হবলা। সি বেগাই ঘৰৰপৰা ওলাই গৈ মাজ বাটত টুনীৰ হাতত ধৰিলে। টুনী থিয় হ'ল। কিন্তু মাত নিদিয়াকৈ হাত জোকাৰিলে। পিছত কলে, "হাতত ধৰিব আহিছ কিয় ?"

থাংৰিঙে উত্তৰ দিয়াৰ আগতে বাংখং আহি আন ফালৰপৰা এখন হাতত টানি ধৰিলে। তাকে দেখি আকৌ থাংৰিঙেও আন

খন হাতত টানিবলৈ ধৰিলে। তাই খং কৰি দুয়োকে "এৰি দে এৰি দে" বুলি গালি পাৰিবলৈ ধৰিলে। এনেতে ভন্দৰা চিপাহী আহি তাত উপস্থিত হৈ দুই ডেকাৰ কাণ্ড দেখি ধমক দিলে। বাধ্য হৈ দুয়ো টুনীৰ হাত এৰি দিলে।

ভন্দৰা চিপাহী গাঁৱৰে এজন ডেকা। তুৰা পাহাৰত সামৰিক পুলিচৰ কাম কৰে। এমাহৰ ছুটী লৈ ঘৰলৈ আহিছে। তাক পাই গাঁৱৰ ডেকা-বুঢ়া, লৰা-ছোৱালী সকলোৰে মহা আনন্দ। চিপাহীৰ চাকৰি ইইঁতৰ ভিতৰত এটি লোভনীয় বস্তু। চিপাহীৰ গাঁৱৰ ভিতৰত মান-সন্মান বহুত। তাৰ বাহিৰেও ভন্দৰাই নানা ঠাই ফুৰা, নানা বাবু নানা চাহাবৰ কথা, ৰেলগাড়ী, জাহাজ প্ৰভৃতিৰ কথা সঁচাই মিছাই এনেভাৱে বৰ্ণনা কৰিব পৰিছিল যে সকলোৱে অবাক হৈ মুখ মেলি তাৰ কথা অতি আগ্ৰহৰে শুনে।

টুনীৰ কথা ক'বই নালাগে। ওৰে দিনটো তায়ো এই ভন্দৰাৰ লগতে।

দেখি শুনি থাংবিং আৰু বাংখং দুয়োৰে অন্তৰ দেইপুৰি ছাই হ'বলৈ ধৰিলে। দুয়ো হতাশ অন্তৰেৰে একে ঠাইতে বহি চিপাহী চাকৰিৰ প্ৰয়োজনীয়তা সম্বন্ধে আলোচনা কৰিবলৈ ধৰিলে। দুয়ো ঠিক কৰিলে মাক-বাপেকে নিদিলেও সিহঁত পলাই চিপাহীৰ চাকৰি কৰিবলৈ যাব।

থাংবিঙৰ বাপেকে দেখিলে পুতেকৰ মন মৰা হৈ বৈছে। অনুমানতে বুজিলে টুনীৰ নিমিত্তেই তাৰ এই দশা। পলম নকৰি তাইক বোৱাৰী-ৰূপে পাবৰ কাৰণে সিহঁতৰ জাতীয় প্ৰথামতে কেইজনমান মানুহ লৈ জোৰকৈ ছোৱালীজনীৰ মূৰত তেলপানী দিলে। সেই মুহূৰ্ত্ততে দুয়োদলৰ মাজত ভীষণ মৰা-মৰি লাগিল। কাৰো হাত ভাঙিল, কাৰো ভৰি ভাঙিল, কাৰো দাঁত। কাৰো বা নাক ফাটি তেজ ওলাবলৈ ধৰিলে। এনেতে ভন্দৰা চিপাহী মাজত সোমাই যুঁজ থমাই দিলে। দৰা-পক্ষই কবলৈ ধৰিলে, "ছোৱালীৰ মূৰত তেল দিয়া হৈছে যেতিয়া থাংবিঙৰ লগত বিয়া দিবই লাগিব। বাংখঙৰ দেউতাকে নিজ পুতেকৰ মন বুজি কইনাৰ পক্ষ লৈ জবাব দিলে—"ছোৱালী দিয়া নহ'ব।" বৰ-পক্ষই আপত্তি কৰিলে—"তেনেহলে এনেই মাৰ খোৱা হ'ল নেকি?"



ভন্দৰাই মধ্যস্থ হৈ কলে, "আজি সেই পুৰণি নিয়ম নচলিব। মাক-বাপেক আৰু ছোৱালীক সুধিব লাগিব—এই বিষয়ত মত আছ নে নাই। জোৰ জুলুম নচলিব। বৰ্ত্তমানৰ সকলো কিল খোৱাৰ কষ্ট এনেয়ো গ'ল।"

গাঁৱৰ সকলো মানুহ আৰু গাঁওবুঢ়াৰ ওপৰতো ভন্দৰাৰ আধিপত্য দেখি অকল টুনীয়ে নহয় গাঁৱৰ তিৰোতা মাত্ৰৰে ভন্দৰা সন্মানৰ পাত্ৰ হৈ উঠিল। টুনীয়ো মাকৰ আগত কলে—বাংখং আৰু থাংবিঙৰ ভিতৰত যেয়ে এই ভন্দৰাৰ দৰে চিপাহী হৈ আহিব পাৰিব তাই তাৰ লগতহে বিয়াত বহিব।

চিপাহী চাকৰিৰ কাৰণে বাংখং আৰু থাংবিঙে আগৰপৰাই ভাবি আছিল। টুনীৰ মনৰ কথা জানিব পাৰি দুয়ো ঘৰৰ-পৰা গুচি গ'ল। যোৱাৰ আগতে দুয়ো বেলেগে বেলেগে টুনীক লগ ধৰি উভতি নহালৈকে তাই যেন কাকো বিয়া নকৰায় বুলি শপত দি বিদায় ললে।

টুনীয়ো তাইৰ ছোৱালী-কালৰ দুই লগৰীয়াক চিপাহী হ'বলৈ যোৱা দেখি বং পালে। ঘৰৰ কোনেও একো নজনাকৈ দুয়োজনাকে তাইৰ নিজ হাতে বোৱা একোখনকৈ ফুলাম গামোছা আনি দিলে। সিহঁতৰ বিদায় পৰত চকুপানী দেখি টুনীৰো চকুলো বৈ পৰিল। মনটো তাইৰ কেনেবা কেনেবা কৰিবলৈ ধৰিলে। ঘৰলৈ গৈ চাৰি-পাটীত পৰি থাকিল।

আজি গাঁৱৰ উছৱত ছোৱালীবিলাকে নাচিবৰ কথা। সকলো আহি উপস্থিত। আই ওলোৱা আই অকল প্ৰধান নাচনী টুনী। কেইজনীমান ছোৱালীয়ে মাতি আনিবলৈ গৈ দেখিলে

টুনীয়ে কান্দিছে। তাইৰ গা ভাল নহয় বুলি ছোৱালীহঁতক বিদায় দিলে।

উৎসৱৰ অনুষ্ঠাতা ভন্দৰা চিপাহীয়ে দেখিলে, টুনীয়ে নেনাচিলে তাৰ টকা-পইচা অথলে যাব। তাইৰ সদায় হাঁহি থকা মুখখনি, ভৰপূৰ গা, সুঠাম হাত দুখনি আৰু ক্ষীণ কঁকালখনিৰে হালিজালি যেতিয়া এহাতেৰে ঢাল আৰু আন হাতেৰে তৰোৱাল লৈ নাচিব তেতিয়া যে মৰ্ত্ত্যত পাৰিজাত ফুলিব, মন্দাকিনী বব। ভন্দৰাই নিজে তাইক মাতিবলৈ আহিল। মাত শুনি তাই চকু মোহাৰি ঘৰৰপৰা ওলাল আৰু পলম নকৰি তাৰ লগতে নাচৰ ঠাইত গৈ হাজিৰ হ'ল।

মাদল, শিঙা, বাঁহীৰ বোল উঠিছে। সকলো তিৰোতাই ঢাল-তৰোৱাল লৈ নাচিব লাগিছে। টুনীৰ অন্তৰত তাৰ লয় আৰু তালে মত্ততা আনি দিলে। থাংৰিং আৰু বাংখঙৰ বিদায়-কাতৰ মুখৰ স্মৃতি ক'ৰবাত লোপ পালে। ঢাল-তৰোৱাল লৈ সকলো তিৰোতাৰ আগত গৈ থিয় হ'ল। স্নেহৰ প্ৰতিমূৰ্ত্তি এই সুঠাম নাৰীৰ হাতত চোকা ধাৰৰ তৰোৱাল কোমল-কঠিনৰ সমাবেশ হৈ এক অপূৰ্ব্ব দৃশ্য। ভন্দৰাই প্ৰাণ ভৰি তাইৰ নাচৰ ললিত দৃশ্য চাবলৈ ধৰিলে। মনত ভাব আহিল এই ৰমণী-ৰত্ন যাৰ অঙ্কশায়িনী হ'ব সি কিমান ভাগ্যবান!

নাচ বন্ধ হ'ল। ভন্দৰাই গৈ এক "বেৰেক" (লাও টোকোৰা) মদ টুনীৰ হাতত দিলে। তাই আকণ্ঠ পান কৰি মধুৰ কটাক্ষপাত কৰি ভন্দৰাক ধন্য কৰিলে। ভন্দৰাই থিৰেৰে থাকিব নোৱাৰি তাইৰ হাতত ধৰি কলে—"তোত মোৰ মন খাইছে।"

টুনীয়ে লাহেকৈ হাত গুচাই লৈ মিচিকিয়া হাঁহিৰে উত্তৰ দিলে, "মিছা কৈছ, কিয় মোত মন খাব?"

ডেকা চিপাহীয়ে অতি কাতৰ হৈ কলে—"মিছা নহয়, ওপৰত ভগৱান আছে। মই শপত খাই কৈছো, মই তোক পালে বিয়া কৰাম।"



টুনীৰ মুখখন ৰঙা পৰি উঠিল। কিন্তু তাই একো নামাতিলে।

সকলোৰে মতে লৈ ভন্দৰা আৰু টুনীৰ বিয়াৰ ঠিক হ'ল। এই বিয়াৰ প্ৰস্তাৱত গাঁৱৰ সকলোৱে চাগৈ ভাল পালে। টুনীয়ে যেন উলাহতে নাচি ফুৰিছে। গাঁৱৰ আন আন গাভৰু-ছোৱালীবিলাকৰ মনত হিংসা হবলৈ ধৰিলে।

দুইদিন পিছতে এখন হাট বহিব। সেই হাটলৈ গৈ বিয়াৰ বস্তু-বাহানি কিনি আনিলে তাৰ পাছত বিয়া। চাউল সিজাই ডাঙৰ ডাঙৰ "জোঙা" ভৰাই মদ পতা হৈছে। টুনীয়ে তাইৰ পিন্ধা পাতনি বৈ অতাইছে। আন সকলো ঠিক।

হাটৰপৰা যি অলপ-আচৰপ বস্তু আনিব লগীয়া আছিল তাক আনিবলৈ দুয়ো পক্ষৰে মানুহ গৈছে। গাঁৱৰ বিটৰ ডাকোৱালে টুনীৰ বাপেকক লগ পাই তাৰ কেয়াৰত বাংখঙে টুনীৰ নামে পঠোৱা এটা পাৰ্চেল দি গ'ল।

টুনীয়ে খুলি চালে। এখন ৰুমাল আৰু এচিছা গোন্ধ তেল। তাইৰ মহা আনন্দ। সকলোকে দেখুৱাই ফুৰিলে। যেতিয়া বিয়াৰ বাজনা বাজিলে তেতিয়াহে তাইৰ হুচ হল। তাই যে কি সৰ্ব্বনাস কৰিব ধৰিছে! মাকৰ আগত কলে—"আইতা মই ভন্দৰাক বিয়া নকৰাওঁ।"

মাক-বাপেক দুয়ো শুনি আচৰিত! দুয়ো খং কৰি ক'বলৈ ধৰিলে, "তোৰ ইচ্ছাই ইচ্ছা নেকি? বিয়া নকৰাহে যদি আগেয়ে মান্তি হৈছিলি কিয়?"

ভন্দৰাই শুনি ভয় দেখুৱালে—ইমান আগবাঢ়ি বিয়া বন্ধ কৰিলে গোটেই গোষ্ঠীকে সি ফাটেকত দিব। জোৰ কৰি বিয়াও কৰাব।

টুনীয়ে এতিয়াহে অৱস্থাৰ গুৰুত্ব বুজি পালে। হায় হায়! তাই কিয় ভন্দৰাৰ কথাত মান্তি হৈছিল? ইটো থাংৰিং বা বাংখং নহয় যে যিহকে ইচ্ছা তাকে কৰিব। অকল সেয়ে নহয়, তাইযে শপত খাইছিল বাংখংহঁতৰ নিমিত্তে বাট চাই থাকিব বুলি। এতিয়া উপায় কি?

কেইজনীমান ছোৱালীয়ে চিপাহী দৰা বিচাৰিবৰ বাবে জিলালৈ যাবলৈ কথাবাৰ্ত্তা চলাইছে। টুনীয়েও গৈ সিহঁতৰ লগত যোগ দিলে। আৰু পাৰে যদি আজি ৰাতিতে ঘৰ এৰিলে ভাল বুলি কলে।

টুনীক লগ পাই গাভৰু কেইজনীয়ে ভাল পালে। কাৰণ লগৰীয়া বাঢ়িল। আকৌ টুনীৰ বাবে বাংখঙৰ ওচৰত আশ্ৰয় পাবও পাৰে।

ৰাতি যেতিয়া সকলো টোপনিত অচেতন তেতিয়া ছোৱালীহঁত হাতত সাৰে ভৰিত সাৰে ঘৰৰপৰা ওলাই গৈ নিৰ্দ্দিষ্ট ঠাইত গোট খালে। টুনীৰ ওলোৱাত অলপ পলম হ'ল। কাৰণ বিয়াৰ ঘৰত কাম-বনৰ অলপ পলম হয়। তাই যেতিয়া নিৰ্দ্দিষ্ট ঠাইত উপস্থিত হলগৈ তেতিয়া হঠাৎ থাংবিঙো আহি আগতে ওলাল। সি টুনীৰ বিৰহ সহিব নোৱাৰি জিলাৰপৰা গুচি আহি গধূলি পৰত ঘৰ পাইছিলহি। টুনীৰ বিয়াৰ কথা শুনি তাইক এবাৰ লুকাই লগ পাবলৈ তাইৰ ঘৰৰ ওচৰত এই ৰাতি উপস্থিত হৈছিল। টুনী টালি-টোপলা লৈ ওলোৱা দেখি কাণ্ড কি তাক চাবৰ কাৰণে সি লুকাই আছিল। পাছে পাছে আহি সি তাইক লগ ধৰিলে। তাকে দেখি টুনীয়ে যেন হাত মেলি স্বৰগ ঢুকি পালে।

সকলোৱে ৰাওনা হব। এনেতে পাছৰপৰা কোনোবাই মাতিলে 'হল্ট হুকুমদাৰ!' সকলোৱে আচৰিত হ'ল। 'ই ভন্দৰা চিপাহী! নিজ অভ্যাস মতে সি চৰকাৰী বুলি ধৰিলে। এটা অফুট শব্দ কৰি ছোৱালীবিলাকে যেয়ে যিফালে পালে লৰ দিলে। টুনীয়ে চিঞৰি উঠি থাংবিঙক সাবটি ধৰি অজ্ঞান হ'ল।

# প্ৰতিশোধ নে প্ৰতিদান

দেহিবামৰ মৃত্যুৰ লগে লগে তাৰ ঘৈণীয়েক চম্পাৰ অৱস্থাও বৰ শোচনীয় হৈ পৰিল। একমাত্ৰ স্নেহৰ পুতলি পাঁচ বছৰীয়া লৰা বাঁহীৰামক কেনেকৈ তুলিতালি ডাঙৰ কৰে সেই চিন্তাত অকালতে তাই জৰাগ্ৰস্ত হবৰ উপক্ৰম হ'ল। মাটি-বাৰী যিখিনি আছিল তাক ভাগুৱা কৰি খাবলৈ ধৰিলে। তাৰে যেনে তেনে প্ৰকাৰে পেট প্ৰৱৰ্ত্তাব পাৰিলেহেঁতেন; পিছে চৰকাৰী খাজনাখিনি লৈহে দিগদাৰি হ'ল। ধান আদায়ৰ সময়ত ভালকৈ চকু দিব পৰা হলে ভাগত কেইপুৰামান বেছিকৈ পালেহেঁতেন; কিন্তু চম্পা গাঁৱলীয়া তিকতা, গিৰিয়েকৰ তত্বাৱধানতে ইমান দিন কটাই আহিছিল। এতিয়া হঠাৎ সংসাৰৰ সকলো আওভাও বুজি তাইৰ নিজৰ অংশ কড়াই-গণ্ডাই হিচাপ কৰাৰ শক্তি কেনেকৈ হ'ব? সেইবাবেহে আন মানুহৰ পক্ষে তাইক পদে পদে ঠগোৱা বৰ সহজ হৈছিল।

আনলৈ আশা কৰিলে পেট নভৰে। সেইবাবে মাটিৰ গৰাকীয়ে মাটিখিনি আনক লগাবলৈ বাধ্য হ'ল। উপায়ান্তৰ হৈ চম্পাই তাঁত শালত মন দিলে। তাতো ধনৰ আৱশ্যক। কি খাই তাই কাপোৰ বয়? অৱশেষত তাই শাকপাচলি গোটাই হাটত বেচি কোনো প্ৰকাৰে পেট পুহিবলৈ দিহা কৰিলে। চম্পাই অকলে নহয় গাঁৱৰ আন দুজনী ভাটীবয়সৰ তিৰোতায়ো এনে উপায়েৰেই পেটৰ ভাত উলিয়াইছে।

এদিন গাঁৱৰ মেল্‌কী সীতাৰাম মেধিয়ে তাইহঁতক মাতি আনি কলে—"তহঁত আৰু হাট-বজাৰলৈ যাব নোৱাৰ।" সেই কথা শুনি তিকতা তিনিজনীয়ে আচৰিত মানিলে—এইবোৰ কি কথা? কি বাবে হাট-বজাৰলৈ যাব নোৱাৰি? এজনীয়ে সাহসত ভৰ দি সুধিলে—"কি কাৰণে হাটলৈ যাব নেলাগে? আমাৰ কোন আছে, কোনে বজাৰ কৰি দিব—কোনে আমাক খুৱাব?"

সীতাৰামৰ লগত আন্ তিনিজন গাঁৱৰ মানুহ বহি আছিল। এজনে কলে, "শুনা, মই কৈছিলোৱেই নহয়।"

মেলকি সীতাৰামে কলে, "হেৰ, ভাল কথা কওঁ শুন। তিৰোতা হাট-বজাৰলৈ যোৱা বৰ নিন্দাৰ কথা। কোন ভাল মানুহৰ মাজত এনে নিয়ম আছে ক'চোন? এজন পণ্ডিতে লিখি থৈ দিছে—'আমি ক্ষত্রিয়।' আৰু ক্ষত্রিয় তিৰুতা ঘৰৰ বাহিৰলৈ ওলালে বেয়া দেখি। তহঁতৰ মান-ইজ্জত নাইনে?"

বুঢ়ীজনীয়ে কলে, "কিহৰ মান-ইজ্জত? যাৰ পেটত ভাত নাই, গাত কাপোৰ নাই, তাৰ কিহৰ মান-ইজ্জত, কিহৰ লাজ?"

আন এজনী তিৰুতাই কলে, "আমি সদায় গৈ আছোঁ এতিয়া নেযাম কিয়? কোননো হাটলৈ যোৱা নাই? তোমাৰ ভনীয়েৰা লীলাক দেখো হাটলৈ যাওঁতে বলিয়া কুকুৰে কামুৰিছিল, তাতে ঢুকাল। আজি ক'ৰপৰা ক্ষত্রিয়টো ওলালাহি?"

ইমান পৰে চম্পাই একো মতা নাছিল। তাইৰ নাম ধৰি মাতি সীতাৰামে চম্পাৰ মতামত সুধিলে। চম্পাই কলে, "আমি জানো হাটলৈ যাবলৈ ভাল পাওঁ? নগলে বৰ্তিবৰ উপায় নাই বুলিহে যাওঁ। তোমালোক দহজনে মিলি আমাৰ ভাত-পানীৰ কিবা এটা দিহা কৰিলে আমি ভালহে পাওঁ।"

গাঁৱৰ মানুহ কেইজনে কলে, "সেই কথা পিছত হ'ব। এতিয়া তোমালোকক হাক দিয়া হ'ল। নিজৰ ভাল বিচাৰা যদি আমাৰ হাক-বচন শুনিবা।"

তিৰুতা তিনিজনীয়ে "চাওঁচোন বাৰু" বুলি কৈ গুচি গ'ল।

জাতীয় উন্নতিৰ প্ৰথম সোপানৰ চানেকীখন চাই আনে নহলেও চম্পাই প্ৰমাদ গণিলে। গ্ৰাম্য শাসননো কি তাক গাঁৱলীয়া মানুহে ভালকৈ জানে। কিন্তু আন দুজনী তিৰুতাই চম্পাক সাহ দিবলৈ ধৰিলে—"কিহৰ ভয়? গাঁৱৰ মানুহহেনো আমাৰ কি কামটো কৰি দিছে? তই দেখোন গেন্ধেলাৰ ঘৰলৈ নোযোৱাৰ বাবে সি মিছাকৈ



গালি পৰা বুলি বদনাম দিলে। সেইবাবে আজিকালি তোক কোনেও বিয়া-বাৰু বা কৰম খাবলৈকে নেমাতে। পহু মাৰিলে দেখোঁ এডোখৰ মঙহকে নিদিয়ে।"

"এই বাবেই সিহঁতলৈ ভয় লাগে, জানোচা আকৌ কিবাখন কৰে!" বুঢ়ীজনীয়ে কলে, "ইয়ে ভয় নকৰিবিচোন—ইয়াত নোৱাৰো যদি নগৰলৈ গুচি যামগৈ।"

চম্পাই একো নেমাতিলে। গিৰিয়েকৰ ভেটি এৰি তাইৰ কলৈকো যাবলৈ মন নাই। সৰু ল'ৰাটিলৈহে তাইৰ চিন্তা; অকলশৰীয়া হলেও বেলেগ কথা আছিল। সি যিকি নহওক, তিনিজনীয়ে পৰামৰ্শ কৰি ঠিক কৰিলে—সম্প্ৰতি চোৰা যাওক ক'ৰ পানী কলৈ যায়। হাটলৈ যাবলৈ এৰিব নোৱাৰি; কিয়নো তেতিয়া আত্মহত্যা কৰাৰ উপায়হে চিন্তা কৰা হ'ব।

গাঁৱৰপৰা দুমাইলমান দূৰত এখন হাট। পিছদিনাই তিনিওজনীয়ে শাক-পাচলি আৰু এৰীকাপোৰ লৈ তালৈ গৈ বস্তু বেচাকিনা কৰিলে। এই বেচাকিনাৰ ওপৰতে সিহঁতৰ পেটৰ ভাতমুঠিৰ দিহা। তাৰ ওপৰত সমাজৰ বিচাৰ দেখি তাইহঁতৰ বৰ খং উঠিছিল। নানা কথাৰ ছলেৰে হাটৰ মাজত ইফালে সিফালে ঘূৰি গাঁৱৰ মানুহক দেখুৱালে যে তাইহঁত সিহঁতৰ কথা মানিবলৈ বাধ্য নহয়।

নতুন সভ্যতাৰ আদৰ্শ অগ্ৰাহ্য কৰাত বিশেষকৈ গঞাৰ হাক-বচন নমনাত, গাঁৱৰ মানুহবিলাকে বৰ লাজ পালে। হাটৰ মাজতে সকলোৱে গোটখাই আলোচনা কৰিলে, এতিয়া কৰ্ত্তব্য কি?

আন আন গাঁৱৰ দুই এজন স্বজাতিৰ মানুহ আহি আলোচনাত যোগ দিছে। স্থিৰ হ'ল এনেকৈ নহ'ব। দহ বাৰখন গাঁৱৰ মানুহ আহি গোটখাই এই তিৰুতা কেইজনীৰ বিচাৰ কৰিব লাগিব। তেতিয়া প্ৰত্যেক গাঁৱৰে মেলকীবিলাকক নিৰ্দ্দিষ্ট দিনত গোট খাবলৈ মুখে মুখে জাননী দিয়া হ'ল। জাতিৰ অপমানকাৰিণীবিলাকৰ ওপৰত সকলোৰে প্ৰতিহিংসাৰ জুই বনপোৰা হাবিৰ জুইৰ দৰে

দপ্‌দপাই জ্বলি উঠিল। যি সমাজত পৰ্দ্দা নাই তেনে সমাজত জনম লোৱাৰ বাবে বহুতে মনে মনে অদৃষ্টক ধিক্কাৰ দিবলৈ ধৰিলে। এইবাৰ মৰিলে যেন আন সমাজত জন্ম হয়, সেইবাবে ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিলে।

পুহমহীয়া ৰাতি সকলো মেলকীয়ে সীতাৰাম মেধিৰ গাঁৱত আহি গোট খালে। মেলকীসকলে বহি সীতাৰামকে সমাজৰ শিৰোমণি পাতিলে। সকলোৱে আগচোতালত একুৰা জুই জ্বলাই ভাং হুপিবলৈ ধৰিলে আৰু হাটলৈ যোৱা তিৰুতা তিনিজনীক মাতিবলৈ এজন পাচনী পঠিয়ালে। এজনী বুঢ়ী আৰু চম্পাই ল'ৰাটি কোলাত লৈ সীতাৰামৰ ঘৰলৈ আহিল। কিন্তু আনজনী "বাৰু তহঁত আগবাঢ় মই গৈছো" বুলি নাহিল। পলম হোৱা দেখি আকৌ পাচনী পঠিওৱা হ'ল। কিন্তু ঘৰত সোমাই চাই সি দেখিলে যে তাই ঘৰত নাই। দুৱাৰ বন্ধ কৰি ক'ৰবালৈ গৈছে। পাচনীজনে বহু পৰ বাট চাই থাকি তাইক চিঞঁৰি চিঞঁৰি মাতিলে; কিন্তু উত্তৰ দিব কোনে? মেলকীবিলাকে এই কথা জানিব পাৰি আদেশ দিলে, "বেটীৰ ঘৰত জুই লগাই দেগৈ"। আদেশ মাত্ৰকে কাম হ'ল। গাঁও পোহৰ কৰি বুঢ়ীৰ ভগা পঁজাটো পুৰিবলৈ ধৰিলে। এই দৃশ্য দেখি বাঁহতলত লুকাই থকা বুঢ়ীবো গাঁৱৰ প্ৰতি শেষ মায়া পুৰি ছাই হৈ গ'ল। চকুলো টুকিটুকি তাই লাহে লাহে নগৰৰ ফালে খোজ ললে।

এইবোৰ বিষম কাণ্ড দেখি চম্পা আৰু তাইৰ লগত যোৱা বুঢ়ীজনীৰো বুকু কঁপিবলৈ ধৰিলে। সীতাৰামে গহীন মাতেৰে সুধিলে, "তহঁতক হাটলৈ যাবলৈ হাক দিছিলো নহয়, শুনা নাই?" বুঢ়ীজনীয়ে সাহ কৰি কলে, "নগৈনো কি কৰিম? নগলে আমি পেট পুহিম কেনেকৈ?" আন মেলকীবিলাকে গিৰ্জ্জনি মাৰি উঠি কলে, "চা, চা নিলাজীহঁতৰ কথা শুন। সমাজক অপমান কৰিবলৈ অলপো ভয় নাই।"



বুঢ়ীয়ে খং কৰি কলে, "কি সমাজ সমাজ কৰিছা, দেউতাসকল? সমাজে আমাক কেতিয়াবা খুৱাইছে নে পিন্ধাইছে নাইবা আগলৈ খুৱাব নে পিন্ধাব? হাটলৈ গলেনো কি হয়?"

সীতাৰামে কলে, "হাটলৈ গলে কি হয় নাজান? এতিয়াই জানিবি। চম্পাৰ কি কথা?"

চম্পাই সীতাৰামৰ ভৰিত ধৰি কলে, "মোক এৰি দিয়ক। বুকুৰ পোনাটি আছে, তাৰ বাবে পোহাৰখন লৈ হাটলৈ গৈ কোনো মতে মোৰ বাছাৰ পেটত এমুঠি ভাত দিছো। মই কাইলৈয়ে এই গাঁও এৰি আন ঠাইলৈ গুচি যামগৈ।"

মেধিয়ে খঙত অগ্নিশৰ্ম্মা হৈ কলে, "এই নিলাজীৰ কথা শুনা। তাই আন ঠাইলৈ গৈ গাঁৱৰ নিন্দা কৰিব। ধৰ দুয়োকে। দুয়োৰে মূৰত এশ কলহকৈ পানী ঢাল আৰু দুয়োকো বিচনীৰে বিচ।"

সেইমতে আগৰপৰা ঠিক হৈ আছিল। মেধিৰ মুখৰপৰা ৰায় ওলোৱা মাত্ৰকে দুজন দুজনকৈ গাঁৱৰ মানুহে চম্পা আৰু বুঢ়ীৰ হাত দুখন মেলি ধৰিলে। এজনে আহি চম্পাৰ কোলাৰপৰা লৰাটো টান মাৰি লৈ আঁতৰ হ'ল। অকস্মাতে টান মাৰি নিয়াত বাঁহীৰামে চিঞৰি উঠিল। তাকে শুনি মাক চম্পাই চিঞৰিবলৈ ধৰিলে। মেলকীবিলাকে কলে, "মুখত সোপা দে।" এজন মানুহে তাকে কৰিলে। গাঁৱৰ গাওঁবুঢ়াও তাতে আছিল। সি কলে, "যি কৰিছে চাৰিওপিনে চাই চিতি কৰিব।" সীতাৰামে তাকে শুনি কলে, "সঁচ কথা। কিন্তু তুমি গাওঁবুঢ়া যেতিয়া সমাজৰ মানুহ। তুমি থাকোঁতে আমাৰ কালৈ ভয়?"

দুজন মানুহে নাদৰপৰা অনবৰত পানী তুলিবলৈ ধৰিলে। আন দুজনে তিৰুতা দুজনীৰ মূৰত পানী ঢালিবলৈ আৰম্ভ কৰিলে। ইফালে দুজনে বিচনীৰে বিচিবলৈ লাগি গ'ল। এনেই পুহমহীয়া জাৰ, তাৰ ওপৰত এনেবোৰ অত্যাচাৰত পঞ্চাশ-ষাঠী কলহমান পানী ঢালোতেই দুয়োজনী অজ্ঞান হৈ পৰিল। সিহঁত মৰিল বুলি

সকলোৱে অলপ চিন্তিত হ'ল। কিন্তু সকলো গাঁৱৰ মানুহেই একে লগ যেতিয়া আন কোনে কি কৰিব পাৰে? যি নহ'ক পানী ঢালিবলৈ এৰি মেলকীবিলাকে বহি থকা জুইৰ ওচৰত ছুয়োকো সেকিবলৈ ধৰিলে। প্ৰায় এঘণ্টামানৰ পিচতহে ছুয়োৰে জ্ঞান চাপিল।

এই অমানুষিক শাস্তিৰ পিছৰপৰাই বুঢ়ীৰ গা ক্ৰমে বেয়া হৈ যাবলৈ ধৰিলে। কফ আৰু বাতৰ নৰিয়াত প্ৰায় ২৫ দিনৰ পিছত তাই ইহলীলা শেষ কৰি উদ্ধাৰ পালে। সংসাৰৰ লেলাট ভোগ কৰিবলৈ জীয়াই থাকিল অকল চম্পা। তাই হাট-বজাৰলৈ যাব নোৱাৰে, ঘৰতো ভাতৰ দিহা নাই। এযোৰ এৰী-কাপোৰ বেচিবলৈ তাই গাঁৱৰ এজন ডেকাক দিছিল; কিন্তু সিদিনা বেচিব নোৱাৰাত বাধ্য হৈ সি সেই কাপোৰযোৰ সীতাৰামৰ ঘৰত বন্ধক থৈ ৰূপ পাঁচ টকা আনিছিল। তাৰে ছুটকাৰে এমোন ধান আৰু তিনি টকাৰে সূতা কিনিলে। তাই হেনো গামোচা বই বজাৰত বেচি কেইটামান পইচা পাব ধৰিলে। কিন্তু নিজে বেচিলে যেনে সুবিধা দামত বেচিব পাৰিলেহেঁতেন লোকৰ দ্বাৰা সেই আশা কম। যি নহ'ক কেইমাহমান টানিটুনি হলেও ভালে ভালে চলিল। কিন্তু দিন কাৰো সমানে নেযায়। চম্পা নৰিয়াত পৰিল। মেধিয়ে আন ছটা টকা ধাৰলৈ দি কিবা কিবি সূতাৰ হিচাপ দেখুৱাই এৰী চাদৰ যোৰ নিজত হস্তগত কৰিলে। সূতা কিনিবৰ মূলখিনি বহি বহি খালে। কাঁহী-বাটি যি আছিল বহুদিন আগতে গৈছে। এতিয়া লোকৰ ঘৰলৈ গৈ খাই, ঢেকীশালত ধান বানি দি, কেতিয়াবা আকৌ ভিক্ষা কৰি পেট প্ৰবৰ্ত্তাবলৈ ধৰিলে। গাঁৱৰ মানুহে প্ৰথমে কেই-দিনমান খুজিলে দিছিল; পিছত সকলোৱে পহুলি মুখৰপৰাই খেদি দিয়া হ'ল। চম্পাৰ আৰু দিন নাপায়, ৰাতি নুপুৰায়। সৰু ল'ৰা বাঁহীৰাম ভোকতে কান্দি-কাটি শুকাই খীণাই যাবলৈ ধৰিলে। তাই বাধ্য হৈ গেণ্ডেলাৰ ধেমনী হবলৈ বুলি ঠিক কৰি এদিন



ল'ৰাটোক কোচত লৈ তাৰ ঘৰলৈ গ'ল। পিছে গেণ্ডেলা এতিয়া ক্ষত্ৰিয় হৈছে। সমাজে হাক দিছে এতিয়াৰপৰা আৰু কোনেও বিধবা বিয়া কৰাব নোৱাৰে; কিন্তু এনেয়ে ৰাখিব পাৰে। অৱশ্যে যিবোৰ এনে বিয়া আগতে হৈ গৈছে সেইবোৰ তেনেভাৱে থাকিব। কোনো কোনোৱে তেনে বিয়াৰ তিৰোতাকো এৰিবৰ প্ৰস্তাৱ দিছিল; কিন্তু মেধিৰ ঘৈণীয়েক বিধবা আছিল, সেইবাবে সেই প্ৰস্তাব নৰজিল।

এইবোৰ কথা শুনি চম্পাই খং কৰি থুই পেলালে। লাজে-দুখে তাই উভতি আহিল। এতিয়া উপায় কি?

সমাজৰ মুখ চাই তাই ল'ৰাটো হত্যা কৰিব নোৱাৰে। এদিন ৰাতিপুৱা তাই ল'ৰাটোক বোকোচাত লৈ নগৰৰ ফালে ওলাল। বাট-ঘাট তাইৰ অচিনা নহয়। নগৰত তাই এজন বামুণ মানুহৰ ঘৰত বান্দী হৈ থাকিল গৈ। সেই গৃহস্থজনৰ নাম বাপুৰাম।

এদিন আবেলি সেই গৃহস্থৰ ঘৰত কেইগৰাকীমান ভদ্ৰমহিলাই চাহ-জলপান খাবলৈ ধৰিছে। তেওঁলোকৰ লগত সৰু সৰু কেইটিমান ল'ৰা-ছোৱালীও আছে। ল'ৰা-ছোৱালী কেইটাও খাবলৈ বহিছে। তেতিয়া চম্পাই চোতালতে কিবা বন কৰি আছিল। ল'ৰা কেইটাই খাবলৈ ধৰা দেখি তাইৰ ল'ৰাটিয়ো মাকক সাবট মাৰি ধৰি কলে, "আইতা, মোকো দিয়া পিঠা।"

মাকে বাঁহীৰামক উমলিলৈ কলে। তাই জানে দুখীয়াৰ ল'ৰাৰ বাবে এইবোৰ খোৱা বস্তু নহয়। অদৃষ্ট নিতান্ত সুপ্ৰসন্ন হলে সকলোৱে খোৱাৰ পিছত যদি এক আধডোখৰ কিবা থাকে তেনেহলে চুৰা কাহীবাঁটী মাজিবৰ সময়ত তাকে পাব পাৰে। অকণমানি ল'ৰাটোৱে কিন্তু মাকৰ কথা নুশুনিলে। সি "মোক পিঠা দিয়া" বুলি কান্দিবলৈ ধৰিলে। মাকে মনৰ দুখত খং কৰি ল'ৰাৰ পিঠিত এটা চাপৰ মাৰি তাক দূৰলৈ ঠেল্‌া মাৰি দিলে। ল'ৰাই চিঞৰি আকৌ লৰ মাৰি মাকক সাবটি ধৰিলে। ইয়াকে দেখি

গৃহস্থনীয়ে খং কৰি কলে, "ল'ৰাটোৰ কি অভ্যাস কৰিছে চোৰাচোন। যাকে যি খোৱা দেখিব তাকেই যাবলৈ খুজিব ৰাক্ষসটোৱে! বামুণ-সজ্জনক দিয়াৰ আগেয়ে তাক দিব লাগে। ল'ৰাও বহুত দেখিছো, মাকো বহুত দেখিছো। কিন্তু এনে ৰাক্ষস ল'ৰা কেতিয়াও দেখা নাই দেও।"

এই কথা শুনি চম্পাৰ চকুৰেদি কেইটোপামান পানী ওলাই চোতালত পৰি ধূলাৰ লগত মিলি গ'ল। পুতেকক ঢকা এটা মাৰি মাটিত পেলাই দিলে। সি কান্দিবলৈ ধৰিলে। তাৰে এজনী ছোৱালীয়ে তাইৰ কাঁহীৰপৰা দুখন লুচি আনি লৰ মাৰি লৰাটোক দিলেগৈ। তাকে দেখি খাই থকা তিৰোতা কেইগৰাকীয়ে হাহাকাৰ কৰি উঠিল। কি সৰ্ব্বনাশ হ'ল। খোৱা মুখেৰে গৈ ছোৱালীজনীয়ে যে নীহকুলীয়া ল'ৰা এটাক চুই দিলেগৈ। এতিয়া তাই সিহঁতৰ জাত মাৰিব। সকলোৱে খাবলৈ এৰিলে। বামুণনী গৃহস্থনীৰ চম্পাৰ ওপৰত বৰ খং উঠিল; কিয়নো তাইৰ ৰাক্ষস ল'ৰাটোৰ নিমিত্তেই এই অঘটন ঘটিল।

চম্পাই ভাবিলে আনে খাব নোৱাৰি পেলাই দিয়ে; কিন্তু তাইৰ ল'ৰাৰ ভাগ্যত এখন লুচিও নাই। সৰু ল'ৰা এটাই কি বুজে? আনে খোৱা দেখিলে সি খাব খুজিবই। তাত আৰু আচৰিত কথা কি? কিন্তু তাইৰ গৃহস্থনীৰ কি কাঠচিতীয়া প্ৰাণ! এই ঘৰত থাকিলে সদায় এই যন্ত্ৰণা ভোগ কৰিবই লাগিব। পিছে নেথাকি আন উপায় কি? যলৈকে যাব তাতেই এজনৰ নহয় এজনৰ বান্দী হবই লাগিব।

চাওঁতে চাওঁতে দুটা বছৰ দুখ-কষ্টৰ মাজেদি পাৰ হৈ গ'ল। চম্পাৰ দিন সেই দৰেই চলি গৈছে। তাইৰ ল'ৰাৰ নিমিত্তে নিতৌ দুটা কথা শুনি শুনি তাইৰ সেইবোৰ সহ্য হৈ গৈছে। নিতান্ত যিদিনা অসহ্য হয় সেইদিনা ল'ৰাটোক কোলাত লৈ দুখীয়াৰ সম্বল চকুলো টোকে। ইয়াৰ বাহিৰে আন একো উপায় নহলেও সকলো



অৱস্থাতে মানুহৰ আশা-আকাঙ্ক্ষা নুগুচে। আনৰ ল'ৰাক পঢ়াশালিলৈ যোৱা দেখি চম্পাৰো ইচ্ছা হ'ল—বাঁহীৰামক লিখাপঢ়া শিকাবলৈ। সিদিনা কোনোবা ল'ৰাৰপৰা এখন কিতাপ খুজি আনি সেই ল'ৰাটোৰ লগত চম্পাই তাইৰ পুতেকক পঢ়াশালিলৈ পঠিয়াই দিলে। তাকে দেখি গৃহস্থনীয়ে কলে— "চোৰা, চেং উজায় বেং উজায়, খাল্লিহা-পুঠী বোলে ময়ো উজাও।"

গৃহস্থই শুনি কলে—"এইবোৰত ল'ৰাৰ ইকুলো যাব সিকুলো যাব। বন্দী-বেটীৰ ল'ৰা, চাকৰ-গোলাম হবি, কাম-বন শিকিবি। এতিয়া তাক বাবু কৰিব খুজিছে—ইঃ কলিকাল!"

গৃহস্থনীয়ে কলে, "যি নহ'ক মই কওঁ এই হাহাকাৰৰ দিনত এটাই বন কৰিব, দুটাই খাব এনে কথা হব নোৱাৰে। চম্পা, মোৰ ঘৰৰপৰা তই গুচি যা। ইয়াত তহঁতৰ ঠাই নহব।"

দুখত চম্পাৰ চকু ফাটি পানী ওলায়। কিন্তু একোকে ক'ব নোৱাৰে। সংসাৰত মুখ গুজিবৰ আন ক'তো ঠাই তাইৰ নাই। অনাহাৰত যে কি কষ্ট তাক তাই ভালকৈয়ে জানে। বাধ্য হৈ তাই সকলো দুঃখ-কষ্ট সহি মনে মনে থাকে। ল'ৰাটোৱে যে বহি খায় তেনে নহয়, ধপাত চিলিম লগাই দিয়া, ওচৰৰপৰা সৰু সৰু চাই খৰি অনা, বজাৰলৈ অহা যোৱা কৰা, বন চিকুণোৱা আদি বহুত কাম সি কৰে। কেৱল দুপৰীয়া পঢ়াশালিলৈ যায়। সেইখিনি সময়ৰ বাবে এৰি দিব নোখোজে। সেইদিনা আছিল তাৰ পৰীক্ষা। পণ্ডিতে কৈ দিছে, সি ভাল নম্বৰ পালে চেক্ৰেটাৰীক কৈ এটা সুবিধা কৰি দিব। সি পঢ়াশালিলৈ যাবলৈ যো-জা কৰিছে এনেতে বাপুৱে আহি চম্পাক মাতিলে, "বাঁহীৰামক কলৈকে যাবলৈ নিদিবি। আজি কৰম আছে, মানুহ আহিলে ধঁপাত-তামোল দিব লাগিব।"

সেইমতে চম্পাই বাঁহীৰামক সেইদিনা পঢ়াশালিলৈ যাবলৈ হাক দিলে। বাঁহীৰামে কলে, "আজি মোৰ পৰীক্ষা, নগলে পণ্ডিতে

খং কৰিব নহয়।" চম্পাই কলে, "কি কৰিম সোণ, ঘৰত আজি কৰম। বন্ধ-বাৰী নকৰিলে কেনেকৈ হ'ব ? বাপুৱে খং কৰিব।" বাঁহীয়ে মুখখন ক'লা কৰি কিতাপ আদি থৈ দি দুৱাৰ মুখতে বহি থাকিল। ইফালে কিন্তু পঢ়াশালিত তাক নেদেখি পণ্ডিতে তাক মাতি নিবলৈ দুজন ল'ৰাক পঠিয়াই দিলে। বাঁহীৰামে সকলো কথা কৈ 'নেযাওঁ' বুলি কোৰাত ল'ৰা দুজনে কলে, "এতিয়াই গৈ আহিবি বাৰু। পণ্ডিতক কৈ ছুটী লৈ আহিব পাৰিবি।"

সেই কথা শুনি কিতাপ আদি নিনিয়াকৈ বাঁহী ল'ৰা দুজনৰ লগত ওলাই গ'ল। অলপ পিছতে গৃহস্থনীয়ে "বাঁহীৰাম বাঁহীৰাম" বুলি মাতি মাত নেপাই গিৰিয়েকক মাতি কলে, "চ'ক চম্পাৰ কাণ্ড। মই তেতিয়াই কৈছিলো নহয়, তাই কেতিয়াও আপোনাৰ কথা নুশুনে। ল'ৰাক বিদ্বান কৰি হাকিম নাইবা আন কিবাহে কৰিব।"

বাপুদেউৰ খঙে চুলিৰ আগে পালে। তেওঁ তেতিয়াই পঢ়াশালিলৈ গৈ তাৰপৰা বাঁহীৰামক কাণত ধৰি ঘৰলৈ লৈ আহিল আৰু চম্পাক দেখুৱাই তাৰ দুয়ো গালত কেইটামান চৰ বহুৱাই দিলে। পুতেকে কন্দা দেখি চম্পায়ো কান্দিলে। গৃহস্থনীয়ে চম্পাক ঘৰৰপৰা ওলাই যাবলৈ ক'লে। কিন্তু কথাষাৰ যে আন্তৰিক এনে নহয়। কিয়নো বন্দী-বেটী বহুত টকা খৰচ কৰিও পোৱা টান। তাতে তেওঁলোকৰ জনা আছিল ত্ৰিভুবনত চম্পাৰ থিয় হবলৈ ঠাই আন ক'তো নাই।

চম্পাই বহুত সহিছে, কিন্তু এইবেলি তাইৰ অসহ্য হৈ উঠিল। তাই কাপোৰ-কানি আৰু ল'ৰাটোক লৈ ঘৰৰপৰা ওলাল। বাপুয়ে দেখি কাপোৰবোৰ কাঢ়ি ললে। তেওঁৰ ঘৈণীয়েকে কলে— "পিন্ধাখনো সোলোকাই আনক। এখন ফটা গামোছা দিয়ক, তাকে পিন্ধি গুচি যাওক।" বামুণবো ইচ্ছা হৈছিল বস্ত্ৰহৰণৰ অভিনয় কৰিবলৈ। বোধ কৰো দ্ৰৌপদীৰ বস্ত্ৰহৰণৰ পৰিণামৰ কথা ভাবি তেওঁ ক্ষান্ত হ'ল। খঙত তাইৰ ডিঙিত ধৰি খুন্দা এটা মাৰি দিলে।



আজি দু'বছৰ আগত যি ছোৱালীজনীয়ে বাঁহীৰামক লুচি খাব দিছিল তাইৰ বয়স এতিয়া ছয় বছৰ—নাম অমিয়া। আলিবাটৰ ওচৰতে চম্পা আৰু পুতেকক বহি থকা দেখি সিহঁতক মাতি মাকৰ ওচৰলৈ লৈ গ'ল। অমিয়াৰ মাকে দুয়োকে আশ্ৰয় দিলে। অমিয়াই যিহকে খায় বাঁহীৰামকো তাৰ ভাগ নিদিয়াকৈ নেথাকে। বাঁহীৰামো পঢ়াশালিলৈ যায়, আন আন ডাঙৰ ল'ৰাবিলাকে বগৰি খায়, পনিয়ল খায়। তাকো দুটামান দিয়ে। সি নিজে দুটামান খায় আৰু অমিয়াৰ কাৰণে দুটামান লৈ আহে। অমিয়াই চকিতে বহি পঢ়ে, সি কাষত মাটিতে বহি কিতাপ মেলে। দুয়ো একেলগে ওমলে। যাত্ৰা-ভাওনা চাই আহি সিহঁতেও ভাওনা জুৰি দিয়ে। বাঁহীৰামে ৰজা সাজে, আমিয়াই সাজে ৰাণী। অমিয়া ৰাধা হৈ মান কৰি বহে; বাঁহীৰামে গৈ ভৰিত ধৰি মান ভঞ্জন কৰে। সকলোৱে চাই হাঁহে। এইদৰে দিনক দিনে দুয়োৰে মাজত প্ৰীতি বাঢ়ি যাবলৈ ধৰিলে। একৰ অবিহনে আনে থাকিব নোৱাৰে।

* * *

পণ্ডিতৰ মুখত বাঁহীৰামৰ প্ৰশংসা শুনি অমিয়াৰ দেউতাকে চম্পাক কলে—"হেৰ চম্পা, লৰাটোক ভালকৈ পঢ়াবি।" তাকে শুনি চম্পাই গিৰিহঁতৰ মঙ্গল কামনা কৰি ভগৱানক খাটি দুগুণ উৎসাহে কাম(-)বন কৰে। কোন কোন দুখীয়াৰ ল'ৰা ডাঙৰ মানুহ হৈছিল সেইবোৰ গল্প শুনি চম্পাৰ মনতো আশা হয়; ইচ্ছাময়ৰ উদ্দেশ্যে প্ৰণাম কৰে। মনতে ভাবে, তাইৰ ল'ৰাই ডাঙৰ চাকৰি পালে গিৰিহঁতৰ ঘৰৰ কাম সি কেনেকৈ কৰিব ? তেতিয়া সেই কাম তায়েই কৰিব লাগিব। এই নিমিত্তে এতিয়াৰপৰাই বেছি বেছিকৈ পৰিশ্ৰম কৰে। মানুহৰ ল'ৰাৰ বিয়া হয়। তাই ভাবে যেতিয়া বাঁহীৰামৰ বিয়া হ'ব তেতিয়া বোৱাৰী লৈ এই খোটালীত থাকিব। নিজে শুব ঘৰৰ বাহিৰত। ঘৰখন এতিয়াৰেপৰা চাফ-

চিকোণ কৰে। পেলাই দিয়া পুৰণি কেলেণ্ডাৰৰ ছবি ঘৰৰ বেৰাত আঁৰি হয়।

অমিয়াৰ যেতিয়া বিয়া হয় তেতিয়া তাইৰ বয়স চৈধ্য বছৰ। বামুণৰ ঘৰত সাধাৰণতে ইমান ডাঙৰ ছোৱালী অবিয়ৈ হৈ নেথাকে। কিন্তু অমিয়া মাক-বাপেকৰ অতি মৰমৰ হোৱা বাবে ইমান ডাঙৰ কৰিহে তাইৰ বিয়াখন দিলে। তেওঁলোকৰ অৱশ্যে ছোৱালীৰ শিক্ষাৰ ওপৰতো বিশেষ দৃষ্টি আছিল।

...শহুৰেকৰ ঘৰতে থাকি জোঁৱায়েকৰ কলেজত পঢ়া ঠিক হৈছে। এই ব্যৱস্থাত ঘৰৰ সকলোৰে আনন্দ। নিৰানন্দ হ'ল অকল বাঁহীৰাম। জোৱায়েক আহি যেন তাৰ প্ৰতিদ্বন্দ্বী হিছাপে থিয় হ'ল। অমিয়াই আৰু তাৰ লগত ইমান স্বাধীনভাৱে নিমিলে। সিহঁতে একেলগে বহি কথা হৈ থকা দেখিলে অমিয়াক গিৰীয়েকে বেয়া বোলে। "গোলামৰ ল'ৰাৰ লগত কি বাবে ইমান গলত ধৰাধৰি ছিঃ!"

বাঁহীৰামে আগৰ দৰে অমিয়াৰ ওচৰ চাপিলে তাই আঁতৰি যাব খোজে। বিশেষকৈ যেতিয়া গিৰীয়েক ঘৰত থাকে তেতিয়া বাঁহীৰাম ওচৰ চপা দেখিলে তাই মুখেৰে একো নেমাতিলেও অলপ যেন শঙ্কিত হৈ উঠে। বাঁহীৰাম অবুজ ল'ৰা নহয়। তাৰ অৱস্থা বুজি পালে। এদিন মাকক কলে—"আইতা আমি ইয়াত নাথাকোঁ আন ঠাইলৈ গুচি যাওঁগৈ ব'ল।"

চম্পাই ল'ৰাৰ এই ভাবান্তৰ কিছুদিনৰপৰা লক্ষ্য কৰি আছিল। আজি তাৰ মুখত এই কথা শুনি সুধিলে—"কিয় সোণ কলৈ যাব খুজিছ?"

সি এটা হুমুনিয়াহ কাঢ়ি কলে—"কব নোৱাৰো কলৈ যাম; কিন্তু আমি ইয়াৰপৰা যাব লাগে।"

মাকে বুজিলে ল'ৰাৰ অন্তৰৰ গভীৰ বেদনাৰ কথা; কিন্তু কিহৰ এই বেদনা? যাৰ আপোন বুলিবৰ কোনো নাই, যি নিৰাশ্ৰয়, তাৰ



নিমিত্তে এই আশ্ৰয়টোৱে যথেষ্ট নহয় নে? তাই যে বৰ জ্বালা, বৰ কষ্ট পাইছে। দাৰিদ্ৰ্যৰ তাড়ণাত পতি-বিয়োগৰ নিমিত্তে দুখ কৰিবৰো আজৰি হোৱা নাছিল। এই বাঁহীৰামক লৈ তাইৰ সকলো চিন্তা, সকলো ভাৱনা আছিল। নিজৰ ঘৰত বহি মূৰৰ ঘাম ভৰিত পেলাই, হাড়ভগা খাটনি খাটি প্ৰতিপাল হব ধৰিছিল। কিন্তু দুৰ্ব্বলৰ শত্ৰু সকলোৱে—তাইৰ বিপদ পদে পদে। সেই নিমিত্তে গাঁও এৰি নগৰলৈ আহিছিল; কিন্তু তাতো জানো বিপদৰ অন্ত পৰিছিল। তাৰ পিছত এই আশ্ৰয়লৈ আহি অলপ শান্তি পাইছিল। এটি উজ্জ্বল আশাৰ পোহৰ তাইৰ চকুত নাচি ফুৰিছিল ল'ৰাৰ ভৱিষ্যতে উন্নতি হ'ব। কিন্তু সেই ল'ৰাই যে মন উদাস কৰি আনফালে গুচি যাব খোজে কিহৰ বাবে?

বাঁহীৰামে মাকক বুজাব নোৱাৰিলে তাৰ কিহৰ ইমান বেজাৰ, তাৰ অন্তৰত কি বেথাৰ বাঁহী বাজিছে। নিশব্দে দুই চকুৰে টোপাটোপাকৈ পানী পৰিবলৈ ধৰিলে। তাকে দেখি মাকৰ মন অস্থিৰ হৈ উঠিল। প্ৰতিকাৰৰ একো উপায় নেদেখি মাকেও কান্দিবলৈ ধৰিলে।

তেতিয়া জোঁৱাই ল'ৰা ঘৰত নাছিল। অমিয়া কিবা কাৰণত সেইফালে আহি চম্পা আৰু বাঁহীৰামৰ চকুত পানী দেখি তাইৰ অন্তৰ গলি গ'ল। গিৰিয়েকৰ বাধা পাহৰিলে। লাহে লাহে তাই ঘৰত সোমাই সিহঁতৰ আগত থিয় হ'ল। সস্নেহে সুধিলে—কিয় কান্দিছে? বাঁহীৰামে চকু মচি অমিয়াৰ ফালে চাই ৰ'ল।

বাঁহীৰামক নিৰুত্তৰ দেখি অমিয়াই তাৰ হাতত ধৰি সুধিলে—"কিহৰ বাবে দুখ কৰিছা, কোৱা?"

বাঁহীৰামে কিবা উত্তৰ দিব খুঁজিছিল। এনেতে অমিয়াৰ গিৰিয়েক ওলালহি। তাৰ হাতত ধৰি অমিয়াক থিয় হৈ থকা দেখি তেওঁ খং কৰি কলে—"ভাল ভাল মাক-বাপেকে ভাল শিক্ষা দিছে।"

অমিয়াই শুনি বাঁহীৰামৰ হাত এৰি মুখ ঘূৰাই থিয় হ'ল।

গুৰুজনৰ কথা পেলোৱাত গিৰিয়েকৰ মুখৰ ফালে চাই আচৰিত হোঁৱা যেন হৈ ৰ'ল। একো উত্তৰ নিদিলে। আকৌ গিৰিয়েকে কবলৈ ধৰিলে—"গোলামৰ হাতত ধৰি 'প্ৰেম কৰিবলৈ লাজ লগা নাইনে ?"

আজি অমিয়াই অকণো ভয় নকৰিলে। চকু পকাই কলে—"কিহৰ গোলাম ? সি মোৰ কৰাই হয়।"

অমিয়াৰ গিৰিয়েকে বিদ্ৰূপৰ হাঁহি মাৰি ক'লে—"এই বৰ শিক্ষাহে পাইছিলা ? এই নীহকুলীয়া ল'ৰাটো হ'ল বামুণৰ ছোৱালীৰ ককাই,—নিলাজ কৰবাৰ। খাব নোপোৱা বান্দীৰ ল'ৰা গোলামটোৱেই হ'ল লগৰী-বন্ধু, অমিয়া ?"

বাঁহীৰামৰ ইচ্ছা হৈছিল কৈ দিবলৈ সিও দেখোন শহুৰেকৰ ঘৰত চপনীয়া হৈ আছে; তথাপি বৰ কথা হলে যোৱা নাই। বৰ বাব পোৱাটো।—মুখ ফুটাই সি একো নকলে।

অমিয়াই সিহঁতৰ ঘৰৰপৰা ওলাই নিজৰ শোৱা খোটালীত সোমাই দুৱাৰ মাৰি বিচনাত শুই পৰিল। তাইৰ গিৰিয়েকেও খং কৰি এজন কলেজীয়া বন্ধুৰ ঘৰলৈ গুচি গ'ল। বাঁহীৰামে মূৰত হাত দি আকাশ-পাতাল ভাবিবলৈ ধৰিলে। আৰু চম্পা—এই ঘৰ-জোঁৱায়েকৰ দ্বাৰা অনাহকত অপমান, অমিয়াৰ অদ্ভুত স্নেহ আৰু ল'ৰাৰ দুখ দেখি তাইৰ মনত নানা গোলমাল হৈ গ'ল।

সেইদিনা অমিয়াহঁতৰ ঘৰত ভাওনা হৈছিল। স্কুল-কলেজৰ ল'ৰাহঁতক বহিবৰ নিমিত্তে বেলেগ বেঞ্চি দিয়া হৈছে। লগৰ ল'ৰাবিলাকৰ লগত বাঁহীৰামক বহা দেখি চম্পাহঁতক ঘৰৰপৰা খেদি দিয়া বাপুদেউ চকিৰপৰা উঠি ঠিয় হ'ল। তেওঁ গিৰিহঁতক মাতি কলে—"এনে অপমান কৰিবৰ নিমিত্তে ভাওনা চাবলৈ মতা হৈছিল নেকি ? আচল কথা—বাঁহীৰামহঁতক হেৰুৱাই তেওঁৰ বৰ লোকচান হৈছিল। এই কাৰণে চম্পাক আশ্ৰয় দিওঁতাৰ ওপৰত তেওঁৰ হিংসা হৈছিল। সেই সময়তে অমিয়াৰ গিৰিয়েক ক'ৰবাৰপৰা



আহি বাঁহীক ঠেলা মাৰি মাটিত পেলাই দিলে। দেখি সকলো আচৰিত হ'ল। অমিয়াৰ দেউতাকেও দেখি বেয়া পালে। জোঁৱায়েকে কলে, "এজনী বান্দীৰ পুতেক আহি সমানে সমানে বেঞ্চিত বহিব। তাকে চাই থাকিম নে ? ভদ্ৰলোকৰ অপমান !"

শহুৰেকে জোঁৱায়েকৰ ঔদ্ধত্য দেখি বেজাৰ পালে। কিন্তু বেছি কথা নকৈ মাথো কলে—"সি বেঞ্চিত বহিলেনো কি দোষ হব পাৰে ?"

চিকৰ আঁৰৰপৰা অমিয়ই সকলো দেখিলে আৰু শুনিলে। আৰু দেখিলে বাঁহীৰাম তাৰপৰা উঠি তলমূৰ কৰি লাহে লাহে নিজৰ ঘৰৰ ফালে গুচি গ'ল। সেই মুহূৰ্ত্ততে তাই উঠি নিজৰ খোঁটালীত গৈ শুই থাকিলগৈ।

চম্পাই তেতিয়া মানুহক তামোল-পান দিয়াত ব্যস্ত থকাত পুতেকৰ এই অপমান চকুৰে নেদেখিলে। এবাৰ কিবা কাৰণত তাৰ শোৱা-ঘৰত সোমাই দেখিলে যে সি শুই আছে। কাৰণ একো বুজিব নোৱাৰি তাই সুধিলে—"হেৰ বোপাই, ভাওনা নেচাৱনে ? শুই আছ দেখোন ?

বাঁহীৰামে ভাবিলে—তাৰ মনৰ বেজাৰৰ সকলো কথা কলে মাকক দুখ দিয়াহে হব মাথোন; কোনো প্ৰতিকাৰ নহব। সেইবাবে সি "মোৰ গা ভাল লগা নাই ভাওনা নাচাওঁ" বুলি কৈ মাকক বিদায় দিলে।

মাক ওলাই যোৱাৰ লগে লগে আকৌ গভীৰ চিন্তাত সি মন দিলে। সি ভাবিলে—যি আছে তাৰ নিজৰ অদৃষ্টত ঘটক। সম্প্ৰতি মাকক এৰিবই লাগিব। বাঁহীৰামে অমিয়াৰ নামত এখন চিঠি লিখি তাৰ গাৰুৰ ওপৰত থৈ ঘৰৰপৰা বাহিৰ ওলাল।

বাঁহীৰাম ঘৰত নাই। ভাওনা শেষ হৈ গৈছে। সকলোৱে ঘৰাঘৰি গৈছে; কিন্তু বাঁহীৰাম তেতিয়াও নোলোৱা দেখি তাৰ মাকৰ শেষ ৰাতি টোপনি নহ'ল। বাঁহীৰাম ঘৰলৈ নাহিল। ক্ৰমে

বেলি হ'ল। তেতিয়াও পুতেকক নহা দেখি চম্পাই কথাষাৰি অমিয়াৰ মাকৰ আগত কলেগৈ। সেই কথা শুনা মাত্ৰকে অমিয়াৰ মনত সন্দেহ হ'ল। তাই গৈ বাঁহীৰামৰ শোৱা ঘৰত পোনচাটেই সোমাল লৈ। টাৰি-পাটীৰ ওপৰতে তাইৰ নামৰ চিঠিখন দেখি খুলি পঢ়িলে। তাত লিখা আছিল—

"ভনীটী মোৰ!

তোমাৰ মৰমত জীয়াই আছো আৰু তোমাৰ মৰমৰ নিমিত্তেই জীয়াই থাকিম। সেয়ে নোহোৱা হলে আজি মোৰ ফাঁচী নাইবা ফাটেক হোৱা দেখিলাহেঁতেন। দেউতা আৰু আয়েৰাক ক'বা, মই অকৃতজ্ঞৰ নিচিনাকৈ মনে মনে গুচি গলেও তেওঁলোকৰ চৰণৰ পিনে মোৰ দৃষ্টি সদায় থাকিব। আৰু মোৰ মৰমিয়াল দুখুনী আই? তেওঁৰ কথা আৰু কি কম? তুমি তেওঁক চাবা দেই। আহিম এদিন। ইতি—

তোমাৰ হতভাগা বাঁহী।"

এবাৰ দুবাৰ কৈ কেবাবাৰো চিঠিখন পঢ়িও যেন অমিয়াৰ তৃপ্তি নপলাল। চম্পাই সুধিলে—"কি লিখিছে আইদেউ?"

অমিয়াই তাইক বুজাই কলে—"তোমাক চিন্তা কৰিবলৈ হাক দিছে। অলপতে উভতি আহিব বোলে!"

চম্পাই দুখন হাতেৰে অমিয়াৰ হাতত ধৰি কান্দি কান্দি সুধিবলৈ ধৰিলে, "কলৈ গ'ল সি আইদেউ, কিয় গ'ল? তোমালোকৰ ইমান মৰম এৰি পঢ়াশালি এৰি ক'লৈ গ'ল?

অমিয়াৰ বুজিবৰ বাকী নাছিল কিয় বাঁহীৰাম গুচি গ'ল। কিন্তু সেই কথা চম্পাৰ আগত কেনেকৈ কয়? কেৱল কলে, "নাকান্দিবা, আহিব নহয়।" আৰু বেচি তাই কব নোৱাৰিলে। তাইৰো চকুপানী পৰিবলৈ ধৰিলে। আশৈশৱ যাৰ লগত উমলি-জামলি ফুৰি ইমানটো হৈছে, সি আচম্বিতে অদৃশ্য হোৱাত মন যেন শূন্যবোধ কৰিলে। বিশেষকৈ বাঁহীৰ ওপৰত গিৰিয়েকৰ অনাহক অত্যাচাৰ দেখি তাৰ দুঃখিত অন্তৰক স্নেহপ্ৰলেপ শান্তি দিবৰ নিমিত্তে অমিয়াৰ মনত



গোপনে ইচ্ছা বাঢ়ি গৈছিল আৰু লাহে লাহে আকৰ্ষণটো তলে তলে আন বিধৰ হৈ পৰিছিল। এই কথা তাই গম নেপালেও আজি বাঁহীৰ বিৰহত সংসাৰ আন্ধাৰ যেন দেখিলে। পুত্ৰশোকাতুৰা জননীৰ কান্দোন বন্ধ কৰিবলৈ গৈ অমিয়াই নিজেই কান্দি চম্পাৰ কোলাত ঢলি পৰিল।

এজন গাঁৱলীয়া ল'ৰা—সামান্য উৎসাহ আৰু সহায় পালেই সি ভৱিষ্যতত এজন মানুহ হৈ উঠিব পাৰিলেহেঁতেন। তাৰ ওপৰত গিৰিয়েকৰ অনাহক অত্যাচাৰত সেইটো হৈ উঠিব নোৱাৰিলে। গিৰিয়েকৰ সেই অন্যায় ব্যৱহাৰৰ শোধ স্বৰূপে বাঁহীক লগ নেপালেও তাৰ মাকক এই বিপদৰ সময়ত সেৱা কৰিব পাৰিলেহেঁতেন। কিন্তু সেই বাটো উজু নহয় দেখি অমিয়াই বৰ বেজাৰ পালে।

কেইদিনমানৰ মূৰত চম্পাৰ নামে অহা এখন চিঠি অমিয়াৰ গিৰীয়েকৰ হাতত পৰিল। তাতে কেইটামান কথা অমিয়ালৈও লিখা আছিল। কথা বিশেষ একো নহয়—বাঁহীৰামে কোচবেহাৰৰ এগৰাকী ভদ্ৰ মানুহৰ ঘৰত থকা ঠাই আৰু খাবৰ ব্যৱস্থা কৰি লব পাৰিছে। স্কুলৰ পঢ়া খৰচখিনি সততে সি ভিক্ষা কৰি চলাইছে। অমিয়াক অনুৰোধ কৰা হৈছে চম্পাক চাবৰ নিমিত্তে। এই চিঠি অমিয়ৰ গিৰীয়েকে লুকুৱাই থলে।

তাৰ কিছুদিন পিচত চম্পাৰ নামে পাঁচ টকা ৰূপৰ মণি অৰ্ডাৰ আহিল, লগতে লিখি পঠাইছে সি কিছু টকা আৰ্জিছে। এনেদৰে চলিলে মাকক অলপতে কোচবেহাৰলৈ লৈ যাব। এই টকা আৰু চিঠিৰ কথাও চম্পা আৰু অমিয়াই একো গম নেপালে।

তেনেকৈয়ে দিনবোৰ যায়। এটা নহয় এটা মিছা মাতি অমিয়াই চম্পাক সান্ত্বনা দিয়ে। পুতেকৰ চিন্তাত যেন চম্পাৰ দিন নাযায়, ৰাতি নুপুৱায়। এবাৰ তাই শকত নৰিয়াত পৰিল।

অমিয়াৰ বাপেকে জোৱায়েকৰ পৰামৰ্শ লৈ চম্পাক আস্পাতালত থৈ আহিলগৈ।

অমিয়াই বাধা দিবৰ চেষ্টা কৰিছিল; কিন্তু তাইৰ দেউতাকে খুঁগুনি কলে—"আমাৰ মনত বেয়া লগা নাইনে? পিছে জোঁৱায়ে বেয়া পাব। আৰু চম্পাকতো—হাবিত পেলাই দিয়া নাই? তাইৰ ভালৰ নিমিত্তেই আস্পাতালত থোৱা হৈছে। তাত চিকিৎসা, সেৱা-শুশ্রূষা সকলো ইয়াতকৈ ভাল হ'ব।"

বাঁহীয়ে স্কুলতো পঢ়ে আৰু এৰী-মুগাৰ কাপোৰৰ বেপাৰ কৰি মাহে প্রায় ২০৲।২৫৲ টকা ৰূপ আৰ্জে। মাহে মাহে মাকলৈ ৰূপ ৫৲ টকা পঠাই দিছিল। ইমান দিনৰ মূৰত তাৰ মাকৰ ভাৰ লবলৈ পাৰিব বুলি সাহ হৈছে। তাৰ উপাৰ্জ্জনেৰে বিদেশত দুজন মানুহৰ কোনোমতে চলিব।

এদিন বাঁহীৰাম আহি অমিয়াহতঁৰ ঘৰত ওলাল। হঠাৎ তাক দেখি অমিয়াৰ গিৰীয়েকৰ মুখ শুকাই গ'ল। অমিয়াৰ দেউতাকৰ লগত তাৰ দেখা হ'ল। তেওঁৰ পদধূলি লৈ বাঁহীৰামে তাৰ মাকৰ কথা সুধিলে। আজি কেই দিনমান আগতে মাকক আস্পাতাললৈ পঠোৱা হৈছে বুলি তেওঁ কলে। বাঁহীয়ে সুধিলে, "মই মনি অৰ্ডাৰ কৰি পঠোৱা টকাবোৰ কোনে ৰাখিছিল? তাৰে জানো ইয়াতে আইৰ চিকিৎসা নহ'লহেঁতেন?

অমিয়াৰ দেউতাকে বিস্ময় মানিলে। "কোনে কেতিয়া কালৈ টকা পাঠিয়াইছিল?"—তেওঁ আকৌ সুধিলে। বাঁহীৰামে সকলো কথা তেওঁক বুজাই কৈ লৰালৰিকৈ আস্পাতাললৈ গ'ল।

সেইদিনা চম্পাৰ অৱস্থা বৰ বেঁয়া আছিল। সন্ধিয়াৰ আগে আগে ডাক্তৰনীয়ে পৰীক্ষা কৰি চাই কলে—"ৰোগীৰ জীৱন-লীলা শেষ হৈছে।" ঠিক এই সময়তে বাঁহীৰাম আস্পাতালত সোমালগৈ। দুৰ্ভগীয়া সি, মাকৰ শেষ আশীৰ্বাদো লব নোৱাৰিলে। ডাক্তৰনীৰ মুখত সকলো বৃত্তান্ত কথা শুনি বাঁহীৰামে মাকৰ শ'টো সাৱটি ধৰি সৰু ল'ৰাৰ দৰে ফেঁকুৰি ফেঁকুৰি কান্দিবলৈ ধৰিলে।

পোষ্ট আফিচত সকলো খবৰ লৈ বাঁহীৰামে অমিয়াৰ



গিৰীয়েকৰ নামে মোকৰ্দ্দমা কৰিলে—সি মনিঅৰ্ডাৰ কৰি পঠোৱা টকা জাল চহী কৰি লৈ আত্মসাৎ কৰাৰ বাবে। আদালতত সেই মোকৰ্দ্দমা উঠাৰ আগ ৰাতি নিৰুপায় হৈ চুবুৰীৰ বুঢ়ী এজনীক লগত লৈ অমিয়াই বাঁহীৰামৰ থকা ঠাই পালেগৈ। তেতিয়া উকীল আৰু অন্যান্য সাক্ষী আদিৰ লগত মোকৰ্দ্দমা সম্পৰ্কে পৰামৰ্শ কৰি আহি সি ঘৰ সোমাইছে মাথোন। হঠাৎ অমিয়াই নিঃসঙ্কোচে তাৰ ঘৰত সোমোৱা দেখি বাঁহীৰামে সুধিলে, "অমিয়া তুমি আহিছা?"

"এৰা ময়ে আহিছো।"

"সকলো বুজিছো, কিন্তু মই নিৰুপায়। এতিয়া কি কৰিম কোৱা?"

"সকলো শুনিছো। কিন্তু কিবা এটা কৰিবই লাগিব—মোৰ স্বামীক তুমি এই অপমানৰপৰা ৰক্ষা কৰিবই লাগিব।"

"উপায় থাকিলে কৰিলোহেঁতেন।" বাঁহীয়ে অমিয়াৰ মুখলৈ চালে।

অমিয়া নিৰুত্তৰ। বাঁহীয়ে কলে, "পলম নকৰিবা। তুমি সোনকালে যোৱা, ইয়ালৈ অহা দেখিলে মানুহে বেয়া বুলিব।"

বাঁহীৰামৰ কথাত অমিয়া চকখাই উঠিল। তেওঁ গৰ্জ্জি উঠি কলে, "পাপীষ্ঠ? তোৰ মন ইমান সৰু হৈছে নে? ককায়েকৰ ঘৰলৈ ভনীয়েক আহিলে মানুহে বেয়া বোলে? মোৰ ভুল হৈছে, নালাগে তোৰ কোনো সাহায্য।" অমিয়া নিমিষতে ঘৰৰপৰা ওলাই গুচি গ'ল।

অমিয়া যোৱাৰ পিছত বাঁহীৰামৰ অন্তৰত বিক্ষোভৰ ঢৌ উঠিবলৈ ধৰিলে। তাৰ গত জীৱনৰ কথা মনত পৰিল। সেই সৰু কাল। যেতিয়া আশ্ৰয়ৰ অভাৱত আলিবাটত বহি আছিল তেতিয়া আশ্ৰয় দি অনাহাৰৰপৰা ৰক্ষা কৰিছিল এই অমিয়াই। আজি তাইৰ বয়স পোন্ধৰ আৰু বাঁহীৰামৰ বয়স সোতৰ বছৰ। অমিয়াক আশৈশৱ—পূজা কৰি আহি আজি এই ভৰ যৌৱনতে—

দেৱীৰ দৰে সৰ্বাঙ্গ সুন্দৰী অমিয়াৰ প্ৰতি তাৰ এনে ব্যৱহাৰ যুক্তি সঙ্গত হ'ল জানো ?

পিচদিনা আদালতত থিয় হৈ বাঁহীৰামে আছামী অমিয়াৰ গিৰীয়েক আৰু আন আন সকলোৰে সমুখত হাকিমলৈ চাই কলে—"ধৰ্ম্মাৱতাৰ এইটো মিছা মোকৰ্দ্দমা। মোক অপমান কৰি ঘৰৰ পৰা খেদি দিয়াৰ বাবে প্ৰতিশোধ লবলৈহে এই মোকৰ্দ্দমা কৰিছিলো।"

চৰ্কাৰী উকীল আৰু পুলিচে ওঁঠ কামুৰিলে। অমিয়াৰ গিৰীয়েক জীৱন্ততে মৰাৰ দৰে হৈ আছিল। বাঁহীৰামৰ কথা শুনি তেওঁ আচৰিত হৈ তাৰ মুখৰ ফালে চাই ৰ'ল। হাকিমে কলে—"বিবেচনা কৰি কথা ক'বা। ইয়াৰ পৰিণাম নেজানানে ?

বাঁহীৰামে ধীৰভাৱে কলে, "সকলো জনা আছে।"

মিছা মোকৰ্দ্দমা তৰি আনক শাস্তি দিবলৈ বিচৰা বাবে হাকিমে বাঁহীৰামক এবছৰলৈ জেল দিলে। অমিয়াই শুনি চকুলো টুকিলে।

# ৰসায়ন

ডাক্তৰ ফুকনে বিদেশত শিক্ষা শেষ কৰি আহি দেশীয় গছ-লতা, শিপা-পাত, ফল-মূল আদি লৈ নানান পৰীক্ষা জুৰি দিলে। বিশেষকৈ দেশৰ যিবোৰ বেজ, ওজা, আদিৰ দৰবৰ অদ্ভুত শক্তিৰ কথা শুনিবলৈ পোৱা গৈছিল, সেইবোৰ বান্দৰৰ গাত বেজীৰে সুমাই দি নাইবা খুৱাই সিবিলাকৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া বিশেষকৈ পৰ্য্যবেক্ষণ কৰি বহীত টুকি থবলৈ ধৰিলে।

ঠিক এনে সময়ত কাকতে-পত্ৰে প্ৰকাশ হ'ল বৃদ্ধতম হিন্দুনেতা মহামান্য মদনমোহন মালব্যদেৱৰ 'কায়কল্প' চিকিৎসাৰ কথা। অৱশ্যে মালব্যজীৰ চিকিৎসা সম্পূৰ্ণ সফলকাম হোৱা বুলি কব নোৱাৰিলেও কায়কল্প চিকিৎসাৰ দ্বাৰা বৃদ্ধৰ তৰুণ অৱস্থা আনিব পৰাৰ ব্যৱস্থা যে আয়ুৰ্ব্বেদীয় চিকিৎসা শাস্ত্ৰ মতে প্ৰচলিত আছিল তাত কোনো ভুল নাই। ৰসায়ন চিকিৎসাৰ উদ্দেশ্যই হ'ল বাৰ্দ্ধক্য নিবাৰণ। ইয়াক লৈ বৰ্ত্তমানে 'ৰিজুৱিনেশ্যন'ৰ ইমান বিজ্ঞাপন। যদিও বৈজ্ঞানিকবিলাকে ইবোৰক এটা ভুৱা বা বাজি বুলি প্ৰকাশ্যে মন্তব্য কৰিবলৈ ইতস্ততঃ নকৰে; তথাপি বান্দৰৰ গ্লেণ্ডৰ ৰস মানুহৰ গাত সুমুৱাই দি বুঢ়াক ডেকা কৰিবৰ চেষ্টাটো বিলাতত নহলেও য়ুৰোপ, আমেৰিকাত দস্তুৰমতে চলিছে। এই যৌৱন-চিকিৎসা মহাভাৰতৰ যুগতো যে আছিল তাৰ প্ৰমাণ যযাতি ৰজাৰ চিকিৎসা। তেওঁৰ পুত্ৰ পুৰুৱে পিতাকক নিজৰ যৌৱন দি নিজে অল্প বয়সতে জৰা গ্ৰহণ কৰিছিল। আকৌ কিছুকালৰ পিছত যযাতিয়ে পুৰুৰ যৌৱন ওভোতাই দিছিল।

এইবোৰ আলোচনা কৰি ডাঃ ফুকনে পৰম উৎসাহিত হৈ শাস্ত্ৰমতে 'কায়কল্প' চিকিৎসাৰ যি বিধি আছে ভাল কৰি তাৰ অনুসন্ধানত লাগি গ'ল।

ডাঃ ফুকন কোনো বিষয়তে সংস্কাৰবদ্ধ নাছিল। কিতাপত লিখা কথাৰ সকলো বিধি কণাৰ নিচিনাকৈ অনুসৰণ নকৰি তাৰে ভিতৰৰপৰা নিজৰ বিবেচনামতে নানাবিধ তাৰতম্য কৰি ঔষধ প্ৰস্তুতৰ ব্যৱস্থা কৰিলে। বহু চেষ্টাৰ ফলত আকৌ বিয়া কৰাবলৈ প্ৰবল ইচ্ছা থকা বুঢ়া বৰলা এগৰাকী সংগ্ৰহ কৰা হ'ল। ইচ্ছা প্ৰবল হলে ভগবান সহায় হয়। বুঢ়াৰো যেনেকৈ ডেকা কৰি দিয়া চিকিৎসক ওলাল, ঠিক তেনেকৈয়ে ডাঃ ফুকনৰো অভিগিৰি নামৰ এগৰাকী সন্যাসী মিলিল। তেওঁ আয়ুৰ্ব্বেদ শাস্ত্ৰৰ ৰসায়নাধিকাৰত সিদ্ধহস্ত। তাৰ উপৰিও তেওঁৰ কিছুমান অৱধৌতিক ঔষধ জনা আছে, সেইবোৰে মন্ত্ৰৰ নিচিনা কাম কৰে।

ডাঃ ফুকনে বুঢ়াক কলে—"মোক দিব নালাগে। আপোনাৰ মাটি-বাৰী, তামোল-পান আদি একোকে মোক নালাগে। আপোনাৰ যাকে ইচ্ছা তাকেই দান কৰক। কৃতকাৰ্য্য হব পৰাটোৱে মোৰ পুৰস্কাৰ হ'ব। আপুনি এতিয়া ঠিক হৈ বহকচোন। দৰৱ আনি দিয়া মাত্ৰকে পলম নকৰি গিলি ৎৰ।"

বুঢ়াই প্ৰফুল্ল অন্তৰে সত্তম হৈ বহিল। অভিগিৰি সন্যাসীয়ে দৰৱ মাৰিবলৈ ধৰিলে। ডাক্তৰে আকৌ এবাৰ পুৰণি জৰাজীৰ্ণ পুথিখনি মেলি পঢ়ি পঢ়ি বস্তুবোৰৰ ওজন কৰিবলৈ ধৰিলে। এটা বস্তুৰ নিৰ্য্যাসৰ ওজন লিখা ঠাইখিনিতে অলপ পোকে খাইছে। গতিকে ৰতি, নে মহা, নে তোলা লিখা আছিল তাক ধৰিব নোৱাৰিলে! সি যিয়ে নহ'ক, সাধাৰণ বস্তু এটাৰ ৰসৰ অলপ ইতৰ বিশেষতনো কি ক্ষতি-বৃদ্ধি হব পাৰে? ডাক্তৰে মত দিলে, —"ভয় নাই একো, দিয়ক দুই আউন্সমান।" অকল এয়ে নহয় আৰু কিছুমান বস্তুৰ সলনি 'মধ্বভাবাৎ গুড়ং দদ্যাৎ'ৰ ব্যৱস্থা কৰা হৈছিল—ঠিক এই চিকিৎসাৰ ব্যৱস্থামতে নহলেও আয়ুৰ্ব্বেদীয় দ্ৰব্যগুণ বিচাৰ ব্যৱস্থা দেখি।

দৰৱ দুটা শিলৰ বাটিত আনি মিহলাই দিয়া মাত্ৰকে ধোঁৱা



ওলাবলৈ ধৰিলে। মুখত দিয়েই বুঢ়াই মুখখন বিকটাই পেলালে। কোনোমতে তিনি ভাগমান দৰৱ খাই বাকীখিনি পেলাই দিলে। তৰল দৰৱ দৈ-গাখীৰ যেন হৈ জমা লাগি গৈছে। তাকে দেখি সন্যাসী আৰু ডাক্তৰ দুয়ো "সৰ্ব্বনাশ" বুলি চিঞৰি উঠিল। এনে পৰিশ্ৰমৰে প্ৰস্তুত মূল্যৱান দৰৱ এনেদৰে নষ্ট কৰিলে দেখি।

দৰৱ নিয়মমতে আৰু ঠিক পৰিণাম মতে খাব লাগিব, নহলে মালব্যজীৰ নিচিনা অকল কষ্টই সাৰ হব। সেইবাৰ আকৌ দৰৱ তৈয়াৰ হ'ল। সেই বেলি যে কিমান দৰৱ খাইছিল তাৰ কোনো চিন দিয়া নাছিল। অনুমানৰ ওপৰত আধা বাটিমান খোৱা বুলি ধৰি আকৌ আধা বাটিমান খুৱাই দিয়া হ'ল। কিন্তু কিছুমান দৰৱ বতিয়াই পেলালে।

পথ্য ব্যৱস্থা হ'ল অকল ফল-মূল আৰু গাখীৰ—যিমান খাব পাৰে। দৰৱ খোৱাৰেপৰা বুঢ়াৰ বতিয়াওঁ বতিয়াওঁ লাগি আছিল আৰু দিনমানে 'ৱাক ৱাক' কৰি উকিয়াই আছিল। বিশেষ একো খাব নোৱাৰিলে। পিছদিনাৰ দৰৱ খায়ো আকৌ বতিয়ালে। তাকে দেখি সন্যাসীৰ লগত পৰামৰ্শ কৰি দৰৱৰ ভাগ কিছু কম কৰি মকৰধ্বজৰ লগত খুৱাবলৈ ধৰিলে।

বুঢ়াই যে মনে মনে কানি খাইছিল সেই কথা ডাক্তৰ নাইবা সন্যাসী কোনেও নাজানিছিল। জানোচা কানীয়া বুলি জানিলে তাক খেদাই দিয়ে এই ভয়ত সি কথা গোপন কৰিছিল; কিন্তু কুঅভ্যাসটো হলে এৰিব পৰা নাছিল। সি নিয়মমতে আনে নজনাকৈ তিনিবাৰ কানি খাইছিল। তাৰ উপৰি প্ৰথম কেইদিন নিয়মমতে চলিছিল যদিও লোভী বুঢ়াই ডাঃ ফুকনৰ চাকৰক মিঠামাতেৰে আৰু পইচাৰ লোভ দেখুৱাই ইচ্ছামতে কুপথ্য খাবলৈ ধৰিলে। টেঙা আৰু খাৰ খোৱা আছিল সমূলি নিষেধ; কিন্তু বুঢ়াই তলে তলে কাঁহুদী আৰু খাৰলিৰে ভাত খাবলৈ ধৰিলে।

প্ৰথম কেইদিনমান বুঢ়াৰ বিশেষ পৰিৱৰ্ত্তন দেখা নগ'ল; অৱশ্যে

পোন্ধৰ দিনমান দৰৱ খুওৱাৰ পিছত বুঢ়াৰ শাৰীৰিক অৱস্থাৰ আশাতীত পৰিৱৰ্ত্তন দেখি সন্যাসী আৰু ডাক্তৰ দুয়ো মহা বং পালে। বুঢ়াই তাৰ নিজৰ চেহেৰাৰ পৰিৱৰ্ত্তন দেখি সন্তুষ্ট হ'ল। তাৰ সকলো গাৰ নোম, চুলি আদি সৰি পৰিছিল, মুখৰ ভিতৰত এটা দাঁতো নাছিল—এতিয়া কেঁচুৱাৰ নিচিনা সৰু সৰু দাঁত গজি ওলাইছে। গাৰ ছালৰ লোলা অৱস্থা বহুত পৰিমাণে গুচি টান হৈ উঠিছে। কোমল মাংসপেশীবোৰ আকৌ টান হবলৈ ধৰিছে। আশা হৈছে, পুনৰ যৌৱন উভতি আহিল। যৌৱন গলে উভতি নাহে বুলি যি ফকৰা আছে সি উলটি যাবৰ লক্ষণ সুস্পষ্ট দেখা গৈছে।

সন্যাসীয়ে উল্লসিত মনে ভাবিছে, এই চিকিৎসাৰ যোগেদি তেওঁৰ প্ৰতি সৰ্বসাধাৰণৰ ভক্তি বাঢ়ি যাব। ভক্ত আহি শিষ্যত্ব গ্ৰহণ কৰিব। আৰু ডাক্তৰেও ডাঙৰ এটা আবিস্কাৰৰ দোহাই দি নাম-যশ বঢ়োৱাৰ লগে লগে নোবেল বঁটা পাবৰ আশা কৰিবলৈ ধৰিলে, আৰু হেৰোৱা যৌৱন ওভতাই পোৱা বুঢ়াই অপূৰ্ণ বাসনা আৰু লালসাৰ পৰিতৃপ্তিৰ আশাত সোণালী আকাশকুসুম সৃষ্টি কৰিবলৈ ধৰিলে।

চিকিৎসা নিয়মমতে চলিবলৈ ধৰিলে। ডাঃ ফুকনে নিতৌ বুঢ়াক দেখি 'টোকা' লিখিছে আৰু প্ৰতি দিনৰ একোখন ফটো তুলি ৰাখিবলৈ ধৰিলে। চিকিৎসাৰ অন্তত এইবোৰ ফটো ডাক্তৰৰ ডায়েৰিৰ লগত ছপাই পুস্তিকাকাৰে উলিয়াব আৰু সেই 'বুকলেট' দেশ-বিদেশৰ মেডিকেল এছোছিয়েশ্যন বিলাকলৈ পঠোৱা হ'ব।

এতিয়া সন্যাসীয়ে ইমান পৰিশ্ৰম নকৰে। এজন কম্পাউণ্ডাৰ আৰু এটা লগুৱাই দৰৱ তৈয়াৰ কৰে। সন্ন্যাসীয়ে আত্মপ্ৰসাদত মত্ত হৈ গঞ্জিকা দেৱীৰ সাধনাত বিভোৰ হ'ল। দেৱীৰ অনুগ্ৰহত তেওঁ দুই চকু ৰঙা কৰি ঘন ঘনকৈ 'হৰ-হৰ—বোম্-বোম্' বুলি চিঞৰিবলৈ ধৰিলে।



দৰৱ পৰীক্ষাৰ কাম অতি গোপনে চলিছিল যদিও ওচৰ চুবুৰীয়া সকলোৱে জানিব পাৰিলে—এই ৰসায়ন চিকিৎসা আৰু তাৰ ফলাফলৰ কথা। বহুতে এই আচৰিত চিকিৎসাৰ ৰোগী বা সৌভাগ্যৱান পুৰুষক চাবৰ বাবে ডাঃ ফুকনক মিনতি কৰিবলৈ ধৰিলে; কিন্তু দেখুৱাৰপৰা বিশেষ ক্ষতিৰ কাৰণ থাকক বা নাথাকক, ডাক্তৰ আৰু অভিগিৰি সাধুৱে গহীন হৈ দেখুৱাবলৈ অক্ষম বুলি সকলোকে বিদায় দিবলৈ ধৰিলে।

চিকিৎসা শেষ হবলৈ এতিয়াও সাত দিনমান বাকী; ইয়াৰ ভিতৰতে বুঢ়াই ক্ৰমাৎ ডেকা কাল পাই অলপ শিশু কাল পাবৰো উপক্ৰম হৈছে যেন দেখা গ'ল। ডাক্তৰে তেতিয়া সন্ন্যাসীক দেখুৱাই কলে, "মোৰ মনেৰে চিকিৎসা বন্ধ কৰা উচিত; কাৰণ আমাক যৌৱন লাগে। ইয়াতকৈ আগবঢ়াই বালক কৰিবৰ সকামনো কি?"

অভিগিৰি বাবাজীয়ে বুঢ়াক ভালকৈ পৰীক্ষা কৰি চাই উত্তৰ দিলে—"এৰা, ডেকাতকৈও আগবাঢ়ি ল'ৰাকালৰপৰা জীৱন আৰম্ভ কৰিলে বেয়া নহয় অৱশ্যে, পিছে আমি বৰ্ত্তমানে সেইটো বিচৰা নাই। বাল্যকালৰ কথা মানুহে অলপ অচৰপ ভাবিলেও সকলোৱে ডেকাহে হব খোজে। এনে কি ল'ৰাইও সোনকালে ডেকা হবৰ বাবে খুৰাই খুৰাই দাড়ি উলিয়ায়। সি যিয়ে নহক, এই দৰৱৰ যে ইমান আচৰিত গুণ আৰু চিকিৎসাৰ এনে ফল ধৰিব এই কথা আশা কৰিব পৰা নাছিলো। এটা নতুন আবিষ্কাৰ হৈ গ'ল। ভালেই হ'ল।"

ডাক্তৰেও এই কথাত মহা বং পালে ; কাৰণ বুঢ়াই ডেকা নহৈ একেবেলি ল'ৰাত পৰিণত হবৰ উপক্ৰম। বাহাদুৰী চিকিৎসা! চাবাচ সন্ন্যাসী অভিগিৰি! সাৰ্থক পৰিশ্ৰম! তেওঁ কলে—"তেনেহ'লে চিকিৎসা বন্ধ কৰি দিয়াটোহে ভাল। কি কয় আপুনি?"

ছুয়ো পৰামৰ্শ কৰি দৰৰ খুওৱা বন্ধ কৰিলে অৱশ্যে ; কিন্তু বুঢ়াক তেতিয়াই এৰি নিদি কেইদিনমান তাঁতে থাকিবলৈ কলে। কাৰণ এই আচৰিত চিকিৎসা সম্বন্ধে সৰ্ব্বসাধাৰণৰ আগত প্ৰচাৰ কৰিবৰ বাবে এখন ৰাজহুৱা সভা পাতি ল'ৰাকাল পোৱা বুঢ়াক এখন ওখ মঞ্চৰ ওপৰত থিয় কৰাই বক্তৃতা দিয়াব লাগিব। কোৱা বাহুল্য, বুঢ়া বিনা ওজৰে তাত মান্তি হ'ল।

* * *

সভাৰ অনুষ্ঠান পাতোতে পাতোতে ছয় সাত দিন গ'ল। ইফালে কিন্তু বুঢ়াৰ শাৰীৰিক অৱস্থা ক্ৰমে ক্ৰমে তলৰ পিনে বহু খিনি আগবাঢ়ি যোৱা দেখা গ'ল।

যি মুহূৰ্ত্তৰপৰা মানুহ বা কোনো প্ৰাণীৰ জন্ম হয় সেই মুহূৰ্ত্তৰ পৰা বয়স বৃদ্ধিৰ লগে লগে কায়াৰো বৃদ্ধি হবলৈ ধৰে। বুঢ়াৰ চিকিৎসা যি দিনৰপৰা ক্ষান্ত ৰখা হৈছে সেই দিনৰপৰা বৃদ্ধিৰ ফালে যোৱাটোৱে হব জীৱৰ শাৰীৰিক প্ৰাকৃতিক ধৰ্ম্ম ; কিন্তু এই ক্ষেত্ৰত দৰৰ খুওৱা বাদ দিয়াৰ পিছতে বুঢ়াৰ অবয়ব পাছ ফাললৈ উজায় দেখি ডাক্তৰ ফুকনৰ দৃষ্টি সেইফালে আকৃষ্ট হ'ল। তেওঁ সন্যাসীক এই কথা কলে আৰু ক্ৰমাৎ ইয়াতকৈও সৰু হৈ গলে আৰু ভাল নহয় বুলি বুজাই দিলে। কাৰণ বুঢ়াৰ অকল শৰীৰৰ আকৃতিয়ে যে ল'ৰাৰ নিচিনা হৈ যাব ধৰিছে তেনে নহয়, তেওঁৰ ভাব-গতি, চলন-ফুৰণ, কথা-বতৰা, বুদ্ধি-বিবেচনা আদি সকলো ল'ৰাৰ নিচিনা হৈ যাবলৈ ধৰিছে। তাৰ বিশেষ প্ৰমাণো পোৱা গৈছে। ডেকা কালৰ নিচিনা গাৰ গঠন হোৱাৰ লগে লগে যেন গাঁৱত থকা গাভৰু-তিৰোতাৰ কথা, চিকাৰ কৰা, মাছ মৰা খেতি-বাতি, কাম-বন আদিৰ কথা পাতিবলৈ ভাল পাইছিল। এতিয়া সেইবোৰ কথা এৰি দি খেল-ধেমালি, খোৱা-বোৱা আদিৰ কথাহে পাতিবলৈ ভাল পায়। যদি শৰীৰ আৰু মনৰ শক্তি আদি বৃদ্ধি হ'লহেঁতেন ডেকা বা ল'ৰাৰ নিচিনা, আৰু বুদ্ধি, জ্ঞান আদি



থাকিলহেঁতেন বুঢ়াৰ নিচিনা, তেনেহলে আছিল সৰাতকৈ ভাল। সি যি নহ'ক, বয়স যে উজাই দিব পৰা গৈছে, এইটোৱেই এটি বিশেষ কৃতিত্বৰ কথা বুলি কব পাৰি। পিছে এই ক্ৰমাৎ সৰু হৈ যোৱাটো বন্ধ হ'ব কেতিয়ালৈ ? কেতিয়াৰপৰা আকৌ স্বাভাৰিক গতি কৰিব অৰ্থাৎ বয়স বাঢ়িবলৈ ধৰিব—এই বিষয়ত অলপ উদ্বেগৰ সূচনা হ'ল ডাক্তৰৰ।

ডাক্তৰ ফুকনৰ বিশেষ সন্দেহ হৈছে কম্পাউণ্ডাৰে দৰৰ মিহলাবৰ সময়ত কিবা গোলমাল কৰি পেলাইছে, ন'হলে এনে ঘটনা ঘটিবৰ কোনো কাৰণ নাছিল। অভিগিৰি সন্যাসীয়ে শপত খাই কৈছে যে, তেওঁ নিজে আৰু তেওঁৰ আন দুই গৰাকী গুৰুভায়ে ( একেটা গুৰুৰ শিষ্য ) বাৰুকৈয়ে ৰসায়ন চিকিৎসাৰ সহায়ত বয়স উজাই ডেকা হৈছিল। সাধুৰ অনুসন্ধানৰ ফলত জানিবলৈ পোৱা গ'ল লগুৱাটোৱে ঘটনাক্ৰমে এটা দৰৰৰ চিচা ভাঙিছিল ; সেই কাৰণে সি গালি-সপনি খাবৰ ভয়ত আন এটা চিচা আনি কোনোবা এচিচাৰ দৰৱ তাতে ঢালি থৈ দিছিল। গতিকে এবিধ দৰৱ কম হৈছে আৰু আন এবিধ দৰৱৰ মাত্ৰা বেছি হৈ গৈছিল। তাৰ উপৰিও পোকে খোৱা দৰৱটোৰ ওজন অনুমানৰ ওপৰত ধৰা হৈছিল। সকলোৰে ওপৰত মকৰধ্বজ মিহলাই যে কি কুকাণ্ড কৰা দৈছিল তাক কোনে কব ? কেইবিধমান বস্তুৰ সংযোগত যদি এবিধ গুণ ধৰিব পাৰে, সেইবোৰৰ সালসলনিত যে ৰাসায়নিক ক্ৰিয়াৰ বহুত ব্যতিক্ৰমো হব পাৰে, তাক এই বিজ্ঞানৰ যুগত কাকো নকলেও চলিব পাৰে। কিন্তু ডাঃ ফুকনৰ বিশেষ সন্দেহ থাকি গ'ল। পোকে খোৱা দৰৱৰ অকল ওজনৰে গোলমাল নহয়, 'চূণ' বুলি যিটো আখৰক ধৰা হৈছিল জানোচা সেইটো 'লোণ' আছিল। শব্দটোৰ আধামান পোকে খোৱাত আৰু সন্যাসীৰ মনত নপৰাত এই কাণ্ড হৈ গ'ল। এতিয়া অকল ভাবি থাকিলেই নচলে। দিনক দিনে বুঢ়াৰ বয়স যেন কমিহে যাব ধৰিলে ; ডাক্তৰ

ল'ৰাৰপৰা ক্ৰমাৎ সৰু ল'ৰা হৈ যাবলৈ ধৰিলে। ইয়াৰ কোনো প্ৰতিকাৰ অভিগিৰি সন্যাসীৰ জনা নাছিল। আয়ুৰ্ব্বেদশাস্ত্ৰতো নাই, পাশ্চাত্য চিকিৎসা বিজ্ঞানততো নায়েই। ডাক্তৰ ফুকনৰ মনত মহা দুশ্চিন্তা উপস্থিত হ'ল। কেইদিনমানৰ পিছতে এই ক্ৰমাৎ সৰু হৈ যোৱাৰ গতি বন্ধ হ'ব বুলি সাধুবাবাই যি আশা বা অনুমান কৰিছিল তাৰ লক্ষণ আজিলৈকে একো দেখা নগ'ল। অৱশ্যে এদিন এই জীৱনৰ অদ্ভুত গতি বন্ধ হৈ আকৌ স্বাভাবিক গতি লব; কিন্তু কিমান দিনৰ পিছত? কিমান দিনলৈকে সৰু হৈ গৈ এই দেহৰ অৱশেষ কিবা থাকিব? ডাক্তৰৰ মনৰ উদ্বেগ বাঢ়ি গ'ল।

ডাক্তৰৰ চেষ্টাৰ ত্ৰুটি নাই। সৰু ল'ৰা-ছোৱালীক বেছিকৈ খুৱালে অধিকাংশ স্থলতে স্থূলকায় হৈ উঠে, আন সাধাৰণ ল'ৰা-ছোৱালীতকৈ বেগাই বাঢ়ি যায়। অকালতে যৌৱনকাল পাই ল'ৰা-ছোৱালীৰ বাপেক বা মাক হৈ অলপ দিনতে বাৰ্দ্ধক্যই দেখা দিয়ে, নাইবা ইহ সংসাৰৰপৰা আঁতৰি যায়। এই ক্ষেত্ৰটো বিশেষ বিশেষ পুষ্টিকৰ বস্তু অধিক পৰিমাণে খুৱালে ফল নিদিবনে? ডাক্তৰে ভিটামিনৰ তালিকা চাই ভাল ভাল বস্তু বুঢ়াক খুৱাবলৈ ধৰিলে। "ডায়েটিক ট্ৰিট্‌মেণ্ট" অৰ্থাৎ খোৱা বস্তুৰে চিকিৎসা কৰাটোৱে সকলো ফালৰপৰাই ভাল। এই কামৰ সাহায্যৰ বাবে আয়ুৰ্ব্বেদীয় 'ৰাজবল্লভ' নামৰ কিতাপ এখন কিনি ললে।

পুষ্টিকৰ খাদ্যৰ গুণাগুণ বুজিবলৈ অলপ পলম লাগে। অকল বস্তু খুৱালেই নহয়, খাওঁতা মানুহজনৰ হজম কৰিবৰ শক্তিৰ ফালেও চকু দিয়াটো বিশেষ দৰকাৰ। অৱশ্যে ডাঃ ফুকনে একেলগে বহুত পৰিমাণে খাবলৈ দিয়া নাছিল। জানোচা বুঢ়াৰ ( ল'ৰা ) পেট অসুখ কৰে। এটা সুমথিৰা টেঙাৰ ৰস দিয়াৰ আধা ঘণ্টা পিছত এটা বিলাহী বেঙেনাৰ ৰস; তাৰ আধা ঘণ্টামানৰ পিছত কাবুলী বেদানা এটাৰ ৰস, তাৰ পিছত আঙুৰ, পালেং শাকৰ ৰস ইত্যাদি



কৰি যিমানবোৰ ফল-মূল, শাক-পাচলি আছিল সেইবোৰৰ ভিটামিন যাতে অকণো নষ্ট নহয় সেই ব্যৱস্থা ঠিক ৰাখি বুঢ়াক খুৱাবলৈ ধৰিলে। আনফালে আধাসিজা কুকুৰা-কণী, মাখন-পাউৰুটী আৰু আধাসেৰকৈ গাখীৰ—পুৱাৰ জলপান; দুপৰীয়া ছপ-আলু-মটৰ, মঙহ-মাছ-ভাত আদি। টিফিনৰ সময়ত নাৰিকল আদি আৰু কিছ্‌ মিছ, পেষ্টা, বাদম, এৰাৰুট, কাবুলী মেৱা আৰু চাৰি পিয়লা গাখীৰ; আবেলি কবিৰাজী শাস্ত্ৰ চাই মাহৰ দালিৰ পৰমান্ন আদিৰ ব্যৱস্থা হ'ল। সালসলনি কৰি ৰাতিৰ খোৱা সহজ পাচ্য অথচ পুষ্টিকৰ বস্তু যেনে, আটাৰ ৰুটী, ভাত, বাৰ্লি, ছাগু, পাউৰুটী, কৰি, শাকপাচলি আদি সিজোৱা। এইবোৰৰ বাহিৰেও সাধাৰণে নাম নজনা বহু পুষ্টিকৰ বস্তুৰ ব্যৱস্থা হ'ল। যেনে শ্বা-আলম্ মিছিৰি, তোকমা-হায়াৎ, ৰ' মিট্ জুছ, বভৰিল, কড্ লিভাৰ অয়েল ইত্যাদি। এইবোৰক দৰৱৰ ভিতৰত ধৰিব পাৰিলেও পুষ্টিকৰ খাদ্যৰ হিচাপত বুঢ়াক খুৱাবৰ ব্যৱস্থা হ'ল। জানোচা হজম কৰোতে দিগদাৰি হয় বা পলম হয় এই কাৰণে ভাত, ৰুটী আদিক 'পেপটোনাইজড্' কৰি দিয়া হ'বলৈ ধৰিলে। নিশা শুবৰ আগেয়ে "হজমি গুলি" খুৱাবৰো দিহা হ'ল। কাৰণ ক'ব নোৱাৰি, জানোচা বদ্‌হজম হয়।

বুঢ়াই আজিকালি ডেকাৰপৰা কৈশোৰত ভৰি দিছে। বস্তু প্ৰথম কেইদিন ভালেই হজম কৰিলে। শৰীৰ পুষ্ট হওঁতে পলম লাগিব অৱশ্যে। পিছে ডাক্তৰে তাৰ ফলাফল চাবৰ কাৰণে বাট চাই থাকিব নোৱাৰে। কাৰণ বুঢ়াৰ বয়স উজাই যোৱাৰ গতি দিনক দিনে বৰ দ্ৰুত হৈছে যেন দেখা গৈছে। এতেকে তাক নিতৌ উত্তেজক 'ব্ৰাণ্ডি' সেৱন কৰাবলৈ ধৰিলে। সি যিয়ে নকৰক, অতি ভোজনৰ কু-ফল ফলিল। এদিনাখন ৰাতি বুঢ়াৰ পেট চলি অতিসাৰ হ'ল। এনে কি হাত-ভৰি কোঁচ খাবলৈ ধৰিছিল; কপালত চাউল আছিল বাবে কোনো মতেহে ৰক্ষা পালে। ডাঃ ফুকনে দেখি আকৌ আচৰিত হ'ল যে, বুঢ়াই একে ৰাতিতে দহ বছৰমানৰ সৰু

হৈ পৰিছে। ভীষণ পৰিবৰ্ত্তন। ভয়ানক উৰ্দ্ধ গতি! লগতে গ্ৰহণী বেমাৰে দেখা দিলে।

নিতৌ বুঢ়াৰ গাৰ জোখ লৈ বুজিব পৰা গ'ল, সাতদিনত এক ইঞ্চি হিচাপে কমি আহিছিল, এতিয়া ডেৰ ইঞ্চি হিচাপে সৰু বা চুটি হৈ যাবলৈ ধৰিলে। এনে অৱস্থাত উপায় কি? একো একোবাৰ ডাক্তৰে ভাবে—বুঢ়াৰ সকলো চিকিৎসা এৰি দি কিছুমান দিনলৈকে তাৰ বয়স কমি কি অৱস্থা হয় চোৱা য'ক। কিন্তু এইভাৱে যদি সি নিচেই কেঁচুৱা হৈ যায় তেনেহলে তাক তুলি-তালি ডাঙৰ কৰিব কোনে? অৱশ্যে আপোন পিয়াহ খুৱাই আনৰ ল'ৰাক প্ৰতিপাল কৰা 'ৱেট-নাৰ্চ' নে কি কলিকতাৰ ফালে পোৱা যায়। তাইহঁতে দৰমহা লয় ৩০৲-৩৫৲ টকা আৰু খোৱা-পিন্ধা দিব লাগে। কিন্তু দুৰ্দিনত টকা আহে ক'ৰপৰা? বৰ্ত্তমানে আঙুৰ, বেদানা আদিতে যে বহুতখিনি টকা গৈছে। চিকিৎসা কৰি ফুৰিলে অৱশ্যে কিছু ৰোজগাৰ হব পাৰে। পিছে এটা মানুহৰ দুফালে চিন্তা হলে দুই নাওত ভৰি দিয়াৰ নিচিনা তাৰ এটা কামো সিদ্ধ নহ'ব। নাইবা সিও নহয় কৰা গ'ল; কিন্তু এই বুঢ়াই যে কেঁচুৱা ল'ৰাতকৈও সৰু হৈ নাযাব তাৰ বিশ্বাস কি? বৰং যি দেখা গৈছে তেনেকুৱা আশঙ্কা হে বেছি।

ডাক্তৰৰ মনত হ'ল বান্দৰ বা চিম্পাজীৰ 'গ্লেণ্ড' বা গ্ৰন্থি বিশেষৰ ৰস বেজী দিলে যেতিয়া বাওনা মানুহো বাঢ়ি যায় তেতিয়া সেই বান্দৰৰ 'গ্লেণ্ড'ৰ ৰসৰ বেজী বুঢ়াৰ গাত দি চালে সুফল ফলিবও পাৰে।

'চিম্পাজী' বান্দৰৰ গাৰ বৰণটো ক'লা নহলেও হাতেৰে গছৰ ঠালে-ঠেঙুলিয়ে ফুৰা আদিলৈ চাই এইবোৰক আমাৰ দেশৰ হুলু-বান্দৰৰ লগত ৰিজাব পাৰি। এই কাৰণে ডাক্তৰ ফুকনে হুলু-বান্দৰ কিনি আনি তাৰ গ্লেণ্ডৰপৰা ৰস উলিয়াই বুঢ়াৰ গাত বেজী দিবলৈ ধৰিলে। পিছে ফল হলে একো ন'হল। ইফালে আকৌ ভয়,



জানোচা বাঢ়িব ধৰিলে অস্বাভাৱিকভাৱে দীঘল হৈ যায়। কিন্তু বৰ্ত্তমানে বুঢ়াৰ ক্ষয় বন্ধ হোৱাৰ কোনো লক্ষণ দেখা নগ'ল।

বুঢ়াই যেতিয়া তাৰ গাঁও এৰি আহে, তেতিয়া সি তাৰ প্ৰকৃত কাৰণ কাৰো আগত প্ৰকাশ কৰা নাছিল। কাৰণ, বুঢ়াই আকৌ ডেকা হব খোজে কি কাৰণে? এই প্ৰশ্নটো স্বভাৱতে মানুহৰ মনলৈ আহিব। এই বয়সতো যে মনৰ লালসাপূৰ্ণ প্ৰকৃতি থাকিব পাৰে সেই কথা প্ৰকাশ হোৱা বাবে এনে বয়সত প্ৰায় ভাগ মানুহৰে লাজ নাথাকে বুঢ়াৰো নাছিল। তাৰ ভয় হৈছিল, যদি চিকিৎসাত কোনো ফল নধৰে, অৰ্থাৎ আকৌ ডেকা হব নোৱাৰে তেনেহলে সি ডেকা হৈ বিয়া কৰাবলৈ ইচ্ছা কৰা কথা জানিব পাৰি তাৰ সম্পত্তিৰ আশাধাৰী ভতিজাক আদিয়ে জীয়াই থাকোঁতে তাক ত্যাগ কৰি সম্পত্তিখিনি লুটি-পুটি খাব। সেই নিমিত্তে চিকিৎসাৰ বাবে আহিবৰ সময়ত ভতিজাহঁতক ফাঁকি দি আহিছিল—"বোপাইহঁত, মোৰ মূৰ ঘূৰণিৰ চিকিৎসা কৰাও হব আৰু আই কামাখ্যাৰ দৰ্শনো হ'ব। ডেৰ মাহৰ কাৰণে নগৰলৈ যাওঁ। ঘৰ-বাৰী চাবি, মই ঢুকালে এইবোৰ তহঁতৰে হ'ব। মোৰনো আৰু কোন আছে?" মনে মনে ভাবিলে, "ডেকা হব পাৰিলে বিয়া কৰালে বংশ ৰক্ষা হবও পাৰে"।

কোৱা বাহুল্য, বুঢ়াৰ সম্পত্তিখিনিৰ লোভত আজিকালি ভতিজাক কেইজনে বুঢ়াক অলপ ভক্তি দেখুৱাইছে। বুঢ়াই ভাবে, এইবোৰ ভক্তি নহয়, মৰিশালিলৈ গৈ পুৰি আহি সম্পত্তি খাবৰ ইচ্ছা। পিছে সিহঁতৰ সহায়ৰ বাহিৰে তাৰ আন উপায় নাছিল।

সি যিয়ে নহ'ক ভতিজাক এজনে সুধিলে, "আপুনি অকলে যাব খুজিছে এই বয়সত? ক'ত থাকিব, কাৰ ওচৰলৈ যাব?"

বুঢ়াই অকলে ফুৰিবৰ শক্তি আছে বুলি কৈ ডাক্তৰ ফুকনৰ তাতে থাকিব বুলি বিদায় হ'ল। ডেৰমাহৰ উপৰিও আৰু ২০।২৫ দিন পাৰ হৈ যোৱাতো বুঢ়া উভতি নোযোৱা দেখি ভতিজাকহ'তে নানান সন্দেহ কৰিবলৈ ধৰিলে। যি বুঢ়াই ঘৰ এৰি

কলৈকো নাযায়, গলেও ততাতৈয়া কৰি উভতি আহে সেইজন মানুহে ঘৰ এৰি ইমান দিন বাহিৰত আছে। তেওঁৰ এবাৰ খবৰ লোৱা উচিত ভবি ডাক্তৰ ফুকনৰ ঠিকনাত বুঢ়াৰ নামে ডাকত এখন চিঠি দিলে। বুঢ়াই লিখা-পঢ়া নাজানিছিল, গতিকে ফুকনে তাৰ হৈ উত্তৰ দিলে—বুঢ়া ভালে আছে, চিন্তা কৰিবৰ কাৰণ নাই?

এদিন হঠাতে ভতিজাক এজনৰ নগৰলৈ যাবৰ আৱশ্যক হ'ল। অৱশ্যে খবৰো যে বৰ বিশেষ কিবা আছিল তেনে নহয়, গঙ্গাৰো যাত্ৰা আইবো বাৰ্তা। বুঢ়াৰ খবৰটোও লোৱা হ'ব আৰু পাৰিলে তাক অকলশৰে লগ পাই পাৰে যদি মাটি বাৰীখিনি নিজৰ নামত লিখি লৈ আনক ফাঁকি দিব পাৰে, সেইটোৱেই আছিল তাৰ আন্তৰিক ইচ্ছা।

গতিকে নগৰলৈ আহি ডাঃ ফুকনৰ ঘৰলৈ গৈ বুঢ়াৰ খবৰ ললে। কিন্তু ডাক্তৰে তাক এজন ল'ৰাক 'বুঢ়া' বুলি দেখুৱালে আৰু চিকিৎসাৰ ফলত এনে সৰু হৈছে বুলি কলে। সেই কথা তাৰ বিশ্বাস নহ'ল। বৰং কিবা মতলব কৰি চিকিৎসা কৰিবলৈ আনি মাৰি পেলাইছে বুলি সন্দেহ কৰিলে। আস্পাতালবোৰত হেনো মানুহৰ ওপৰত বিষ প্ৰয়োগ কৰি নানান বিধৰ পৰীক্ষা কৰা হয়। এই ফুকন ডাক্তৰে নিশ্চয় তেনে কিবা কৰি পেলালে; বিশেষকৈ বিলাত ফেৰত ডাক্তৰ যেতিয়া। বাৰু, ডাক্তৰে জানিবা নাই মৰা, বুঢ়া জীয়াই আছে। সি যি অৱস্থাতে নাথাকক, ডাক্তৰে ল'ৰা এটাক বুঢ়া বুলি যে তাক ফাঁকি দিবলৈ বিচাৰে কিয়? ই নিশ্চয় বুঢ়াৰ সম্পত্তিৰ ওপৰত ডাক্তৰৰ লোভৰ বাহিৰে আন একো নহয়।

বুঢ়াৰ ভতিজাকজনে এগৰাকী উকীলৰ লগত পৰামৰ্শ কৰি থানালৈ গৈ এখন এজাহাৰ দিলে, বুঢ়া ডাক্তৰৰ ঘৰৰপৰা অদৃশ্য হৈছে আৰু তাৰ সলনি এটা ল'ৰা দেখুৱাই কৈছে—সেইটোৱে বুঢ়া বুলি। কৰ্ম্মনিষ্ঠ থানাৰ প্ৰধান কৰ্ম্মচাৰীয়ে পলম নকৰি ডাঃ ফুকনৰ ঘৰত আহি উপস্থিত হ'ল, দুটা কাৰণে। প্ৰথম কাৰণ হ'ল ৰসায়ন



চিকিৎসাৰ কথা শুনা গৈছিল, সেই কথা সচাঁ নে মিছা চাবলৈ আৰু দ্বিতীয়টো হ'ল কৰ্ত্তব্য। অৰ্থাৎ মানুহক ঠগোৱা বুলি ফৌজদাৰী ধাৰা কিবা এটা ধাৰাত পেলাই ডাঃ ফুকনক বুজাই দিব পৰা যায় নে নাই কৰ্ম্মচাৰীজনৰ ক্ষমতা কিমান।

ইন্স্পেক্টৰে আহি ডাঃ ফুকনৰ ঘৰৰ দুৱাৰ মুখতে দেখিবলৈ পালে, অভিগিৰি বাবাজীয়ে বাঘৰ ছালৰ আসনত বহি ভাং হুপিছে আৰু কেইজনমান বিহাৰী, উত্তৰ প্ৰদেশ আদিৰ মানুহে সন্যাসীৰ ভাং প্ৰসাদ পাবৰ আশাত তেওঁৰ মুখৰপৰা এৰি দিয়া ঘূৰণীয়া ৰাশিকৃত ধোঁৱাৰ ফালে আগ্ৰহেৰে চাই আছে।

ইন্স্পেক্টৰক দেখা মাত্ৰকে সন্যাসীৰ বাহিৰে সকলোৱে থিয় হৈ চেলাম দিলে। ডাঃ ফুকন ক'ত আছে বুলি সোধাত ঘৰৰ লগুৱা এটাই ইন্স্পেক্টৰক ঘৰৰ ভিতৰলৈ লৈ গৈ বহিবলৈ দি ডাক্তৰক খবৰ দিলে। তেওঁ তেতিয়া আছিল লেবৰেটৰিত। পুলিচ আহিছে বুলি শুনি ততালিকে ওলাই আহি মাত লগালে। তেওঁৰ বিৰুদ্ধে মানুহক অদৃশ্য কৰা আৰু ঠগোৱাৰ এজাহাৰ পৰিছে বুলি শুনি ইন্স্পেক্টৰক লেবৰেটৰিলৈ লৈ গৈ যি ঠাইত ল'ৰাটোক (বুঢ়া) বহুৱাই থৈ কিবা কিবি কৰিব ধাৰিছিল সেই ঠাইলৈ নি সংক্ষেপে চিকিৎসাৰ কথা বৰ্ণনা কৰিলে। ইনস্পেক্টৰে দেখিলে খোটালীটো মানুহৰ কঙ্কাল আৰু বান্দৰ আদিৰ হাড়েৰে ভৰা। লগতে নানান বিধৰ ঔষধ তৈয়াৰ কৰা যন্ত্ৰ আৰু নানা দৰৱ, ছুৰী, কেচী, কটাৰী আদিৰে ভৰপূৰ। ল'ৰাটোৰ চকু বান্ধি 'আলট্ৰাভাওলেট-ৰে' নামৰ এটি বিজুলী চাকিৰ পোহৰ গাত লগাবলৈ ধৰিছে। ইনস্পেক্টৰে আন কোনো কথা-বতৰা নকৈ ডাঃ ফুকনক যথা সময়ত গৈ থানাত দেখা কৰিবলৈ উপদেশ দিলে।

ইনস্পেক্টৰে যে ডাক্তৰৰ কথা আধাৰ সম্পূৰ্ণ বিশ্বাস কৰিব পাৰিছিল তেনে নহয়। থানালৈ আনি লৰাটোক ভালকৈ কথা সুধিবলৈ ধৰিলে। কিন্তু তাৰ মুখতো ডাক্তৰৰ কথাৰে প্ৰতিধ্বনি শুনি খং কৰি

ইন্‌স্পেক্টৰে এজন কনিষ্টবলৰ হতুৱাই তাৰ গালত কেইটামান চৰ শোধাই দিলে। সি কান্দিবলৈ ধৰিলে। সন্ন্যাসীৰ বিৰুদ্ধে কাৰো ক'ব লগীয়া একো নাছিল যদিও তাক খানাতালাচ কৰি ৰসায়ন চিকিৎসাৰ পুৰণি পুথিখন ডাক্তৰৰ তাত বেচি যি একশ টকা ৰূপ পাইছিল সেইখিনি টকা কাঢ়ি ললে আৰু পুলিচৰ ক্ষমতা অনুসৰি তাক চব্বিছ ঘণ্টা আটক কৰি ৰাখি থলে।

এইখিনি সময়তে বুঢ়াই তাৰ ভতিজাজনক দেখি ল'বাৰ নিচিনাকৈ কান্দি তাক জামিন হৈ খালাচ কৰিবলৈ ক'ব ধৰিলে। ভতিজাকে কিন্তু 'ঠগ' বুলি তাক গালি-শপনি পাৰি কৰ্ম্মচাৰী গৰাকীক কলে, "চাওকচোন দেউতা, ই কেনে চয়তান। আপোনালোকৰ আগতে কেনেখন ভাও জুৰিছে।"

ইনস্পেক্টৰে লৰাৰূপী বুঢ়াক ডবিয়াই মনে মনে থাকিবলৈ কলে। এনেতে ডাক্তৰ ফুকন আহি পালে।

তেওঁ আহি বুঢ়াৰ অৱস্থা চাই আচৰিত হ'ল। এইখিনি সময়ৰ ভিতৰতে ল'ৰাটোৰ গা ভালৰ ফালে ঢাল খাইছে, অৰ্থাৎ তেওঁ যেনে বাঞ্ছা কৰিছিল তেনে হৈছে। তেওঁ মহা ৰং মনেৰে বুঢ়াৰ ফালে চাই চিন্তা কৰিবলৈ ধৰিলে—"এই উন্নতিৰ কাৰণনো কি? দৰৱৰ ফল ধৰিলে নে নতুন বিপৰীত চিকিৎসাৰ মাহাত্ম্য, নাইবা পুলিচৰ ভয়ত যেনেকৈ বহুতৰ পৰমায়ু কমি যায়, ঠিক তেনেকৈ বয়স আগ বাঢ়িছে?"

বিশেষ প্ৰমাণ নাপাই ডাক্তৰ ফুকন, সন্ন্যাসী আৰু ল'ৰাটোক থানাৰপৰা এৰি দিয়া হৈছে। অনাহকত বুঢ়াই অপমান পালে থানাত আৰু সন্ন্যাসীৰ টকাবিলাক তেওঁৰ হাতলৈ উভতি নাহিল। তেওঁৰ 'ত্যাগ' শিক্ষাত সহায়তা কৰিলে। অদৃষ্টত যি আছিল সেয়ে হ'ল। এতিয়া বুঢ়াৰ বৰ ইচ্ছা হ'ল ঘৰলৈ উলটি যায়। আৰু কিমান দিননো ঘৰ-বাৰী এৰি থাকিব? ডাক্তৰ ফুকনেও দেখিলে, এতিয়া বুঢ়া ভালৰফালে আহিবলৈ ধৰিছে যেতিয়া অৰ্থাৎ যেতিয়া



স্বাভাৱিক গতি ধৰিছে, তেতিয়া আৰু কোনো ভয় নাই। সেইবাবে তেওঁ বুঢ়াক বিদায় দিলে। ইয়াৰ পিছত যেতিয়া সভা পাতি বক্তৃতা দিয়াৰ ব্যৱস্থা হ'ব তেতিয়া মাতিলে যেন আহে, এইখিনি প্ৰতিজ্ঞা কৰাই ললে। সন্ন্যাসীও একে ঠাইতে বহি আৰু কিমান দিন থাকিব? সিও তাৰপৰা বিদায় হ'ল।

বুঢ়া তাৰ গাঁওলৈ গ'ল। ভতিজাক উভতিল। এনে অসম্ভৱ কথা ভতিজাকৰ বিশ্বাস হোৱা নাছিল—এই অলপ বয়সীয়া লৰা'-টোৱে সিহঁতৰ বুঢ়া বুলি। পুলিচে ডাক্তৰৰপৰা ভেটী খাই মোকৰ্দ্দমা নললে বুলি তাৰ একান্তই বিশ্বাস হ'ল।

বুঢ়াই গৈ তাৰ নিজৰ ঘৰত সোমাবলৈ খোজা মাত্ৰকে ভতিজাক-বিলাকে আহি "চোৰ চোৰ" বুলি ল'ৰাৰূপী বুঢ়াক ধৰি গালে মুখে ভালকৈ টঙনাই তাৰ হাত-ভৰি বান্ধিলে। গাঁৱৰ মানুহ আহি কোনোবাই কাণ মলিলে, কোনোবাই লথিয়ালে। অৱশেষত পুলিচত দিম বুলি ভয় দেখুৱাই তাক তাৰ পৰা খেদি দিলে। নিৰুপায়হৈ বুঢ়াই কান্দি কান্দি নগৰলৈ আহি আকৌ ডাক্তৰ ফুকনৰ ঘৰতে আশ্ৰয় ললে।

এইবোৰ অত্যাচাৰ। তাৰ উপৰিও দীঘলীয়া বাট যোৱা আৰু অহাৰ পৰিশ্ৰম। পেটত ভাত-পানী পৰা নাই। ডাক্তৰৰ ঘৰ পাই বুঢ়া অৱসন্ন হৈ পৰিল; অলপ জা-জলপান খাই এটা দীঘলীয়া টোপনি মাৰিলে। যেতিয়া সাৰ পালে তেতিয়া ডাক্তৰে ভাল কৰি চাই বুজি পালে বুঢ়াই থানালৈ গৈ যিখিনি বয়স-বৃদ্ধি কৰিছিল সেই খিনিতো গৈছেই এনেকি তাতকৈ বহুত সৰু হৈ গৈছে—আজি ছুটা দিনতে। বুঢ়াই ফুকনৰ ভৰিত ধৰি হুৰাওৱাৰে কান্দিবলৈ ধৰিলে —"দেউতা, এতিয়া মোৰ কি দশা হব? মোৰ নিজৰ ঘৰতে ঠাই নাইকিয়া হ'ল। যি কেইটা ভতিজাই মোৰ সম্পত্তি পাবৰ লোভত সদায় মোৰ প্ৰতি খাটিৰ যতন কৰি আহিছিল, সেই কেইজন ভতিজাই মোক অপমান কৰিলে, মাৰিলে, খেদি দিলে। মান গ'ল,

ইজ্জত গ'ল। গোটেই গা, গাল, মুখ মাৰ খাই খাই বিষালে, বেমাৰী কৰালে। কাণ দুখন ছিঙি যাওঁ ছিঙি যাওঁ হৈছে। অৱশেষত মোৰ নিজা মাটিবাৰীখিনিও মই জীয়াই থাকোঁতেই গ'ল। মোক আৰু নালাগে ডেকা কাল, মই যেনে আছিলো তেনে কৰি দিয়ক।"

ডাক্তৰ ফুকনে তাক অভয় দি কলে—"বাৰু, ভয় নকৰিবাচোন। মান-অপমান নিজৰ মনৰ কথা। সম্পত্তি গ'ল—আকৌ আহিব হব, বয়স থাকিলে কাম কৰিবৰ শক্তি থাকিলে। কি আছিলা কেনে হৈছা ভাবি চোৱা।" এনেকৈ যদিও কলে বিবেকে ডাক্তৰক বৰ আঘাত কৰিলে—"কি কৰোঁতে কি কাম হ'ল!"

বুঢ়াই ঘৰত বহি থাকিব নোখোজে—ল'ৰাৰ নিচিনাকৈ লৰা-ঢপৰা কৰি নাচি বাগি ফুৰিব খোজে। কিন্তু তেনেকুৱা কোনো স্ফূৰ্ত্তি আৰু পৰিশ্ৰম একেলগে থকা কাম কৰিলেই বুঢ়াৰ বয়স উজানৰ পিনে ক্ষয় হবলৈ ধৰে। গতিকে খেল-ধেমালি আদি বন্ধ কৰি দিয়া হৈছে। তাৰপৰা বুঢ়াই দেৱানী ফাটেকত থকাৰ নিচিনা কষ্ট পাবলৈ ধৰিছে। বয়সৰ মাহাত্ম্য পূৰ্ণমাত্ৰাত প্ৰকাশ পাইছে। বুঢ়াই অকলে থাকিলেই চিঞৰি চিঞৰি—"আই ঔ মোৰ বোপাই ঔ" বুলি কান্দিবলৈ ধৰে। কেতিয়াবা দুখত চিঞৰি গীত গাবলৈ ধৰে। আজৰি পালেই ঘৰৰ ভিতৰতে অকলে অকলে উমলিবলৈ ধৰে। মানুহৰ গালৈ দলিয়ায়, ধূলি ছটিয়ায়।

ডাঃ ফুকনে পলম নকৰি এইবাৰ নগৰৰে পেঞ্চন পোৱা ছিভিল ছাৰ্জন গৰাকীক মাতি পৰামৰ্শ কৰিবলৈ ধৰিলে। লগতে আস্পতালৰ বৰ্ত্তমান ছিভিল ছাৰ্জন গৰাকীৰো পৰামৰ্শ ললে। তেওঁলোকৰ আগত তিনিটা প্ৰশ্ন উপস্থিত হৈছে—"যেতিয়া বুঢ়াৰ গাত হুলুবান্দৰৰ 'গ্লেণ্ড'ৰ ৰসৰ বেজী দিয়া হৈছিল, তাৰ পিছতে বয়স বৃদ্ধিৰ ফালে গৈছিল। অৱশ্যে অলপ পিছত আল্‌ট্ৰাভায়োলেট ৰে দিয়া হৈছিল; আৰু তাৰ পিছত ইনুস্পেক্টৰে থানালৈ ধৰি লৈ গৈছিল। (১) ইয়াৰ যি কোনো এটাতে বয়স বাঢ়ি গৈছিল, নে (২) সকলোবোৰ মিলি এই গুণ দিছিল। (৩) বাঢ়ি যোৱা বয়স আকৌ কমিবলৈ ধৰিলে কিয়?"



শৰীৰৰ ভিতৰত অক্সিজেনেই হ'ক বা ভিটামিন-প্ৰোটিন আদি আন বস্তুৱে হ'ক, খাদ্য আদিৰ নাম কৰি যিবোৰ 'লেটেণ্ট ফোৰ্ছ' মানুহে গ্ৰহণ কৰিছে তাৰ ক্ৰিয়া নোহোৱাকৈ নাথাকে। কাম-বন, দেখা-শুনা, মাত-বোল আদিত যিখিনি শক্তিৰ অপচয় ঘটিছে সেইখিনিৰ বাজে বাকীখিনি সঞ্চিত শক্তিয়ে শৰীৰৰ বৃদ্ধিৰ কাম কৰিব। সকলোখিনি শক্তি ক্ষয় হোৱা অসম্ভৱ; গতিকে শৰীৰ-বৃদ্ধি সমূলি বন্ধ কৰিব নোৱাৰি। আকৌ সকলোখিনি শক্তি সঞ্চয় কৰি ৰাখি অকল শাৰীৰিক বৃদ্ধিৰ কাৰণে খটাব নোৱাৰি। নিতান্ত বহি থাকিলেও দেখা-শুনা, ভাত-পানী খোৱা, সেইবোৰ হজম কৰা, হাওফাওৰ ক্ৰিয়া আদিৰ কাৰণে কিছু নহয় কিছু শক্তি খৰচ হবই। তাৰ উপৰিও শক্তিৰ ব্যৱহাৰৰ বা অপচয়ৰ ফলত দেহৰ ভিতৰুৱা যিবোৰ কাম হৈছে তাতো শৰীৰৰ অলপ নহয় অলপ কিবা বিকৃতি বা পৰিবৰ্ত্তন হ'বলৈ ধৰিছে। এইবোৰ বিবেচনা কৰি এই বালকৰূপী বৃদ্ধৰ চিকিৎসা কৰিব লাগিব।

ভাল ভাল বস্তু খাবলৈ দি এই চিকিৎসা যে নচলিব তাৰ প্ৰমাণ পোৱা গৈছে। বৰং তাৰপৰা হিতে বিপৰীতহে ফল দিয়ে। ডাঃ ফুকনে বান্দৰৰ 'গ্লেণ্ড'ৰ ইনজেকশ্যন আৰু লগতে আলট্ৰা-ভায়োলেট ৰে দিয়াৰে বেছি পক্ষপাতী। হাস্পতালৰ ছিভিল ছাৰ্জনৰ মত হ'ল, তাৰ লগতে অক্সিজেন গেছ সৰহ পৰিমাণে নাকত দিব লাগিব। পেঞ্চন পোৱা ছিভিল ছাৰ্জনে অকল "বেয়া নহয়, দি চাব পাৰে" বুলি মত দি গুচি গ'ল।

এইবাৰ হুলুবান্দৰ পোৱা নগ'ল। এটা ডাঙৰ হনুমান পোৱা গ'ল। যি আছে অদৃষ্টত সেয়ে হ'ব বুলি সেইটোৰে সকলো বিধ 'গ্লেণ্ড'ৰ ৰস উলিয়াই বুঢ়াৰ গাত সুমুৱাই দি চকুত নীলা বিত-চকু এযোৰ পিন্ধাই দি আলট্ৰাভায়োলেট ৰে লেম্পৰ তলত বহুৱা হ'ল।

বুঢ়াৰ মূৰটো ভাল কৰি বান্ধি দি নাকৰ ওচৰত অক্সিজেন গেছ দিবৰ ব্যৱস্থা কৰা হ'ল।

এইভাৱে কেইদিনমান চিকিৎসা চলিল। বুঢ়া সৰু হৈ যোৱাৰ গতি অলপ পৰিমাণে কমিল। সম্পূৰ্ণ নকমিলেও এইখিনিকে অলপ উপকাৰ যেন ভাবি হাস্পতালৰ ছিভিল ছাৰ্জন অলপ আশান্বিত হ'ল। ডাঃ ফুকনে কিন্তু এনে ভাবৰ কম-বেছি, উজান-ভাটি বহুতবাৰ দেখিছে। গতিকে বিশেষ উৎসাহিত নহ'ল। সি যিয়ে নহ'ক, এটা কিবা চেষ্টা কৰিবই লাগিব।

পেঞ্চন পোৱা ছিভিল ছাৰ্জনে ডাঃ ফুকনৰ ডায়েৰিখন ঘৰলৈ লৈ গৈ বিশেষ মন দি পঢ়িবলৈ ধৰিলে। লগতে বুঢ়াৰ ফটো-বিলাকো ভাল কৰি পৰীক্ষা কৰি চাবলৈ ধৰিলে। এটা কথা তেওঁৰ মনত পৰিল।

তেওঁ পিছদিনা পুৱা ডাঃ ফুকনৰ ঘৰলৈ আহি কবলৈ ধৰিলে—"আহক, এই ল'ৰাটোক কেঁচাইখাতী গোসাঁনীৰ থানলৈ লৈ গৈ বলি দিয়া য'ক।"

কথাৰ লগে লগে তেওঁ ল'ৰাটোৰ হাত এখনত ধৰি নিজৰ মটৰত তুলি লৈ নগৰৰপৰা সাত মাইল দূৰত থকা কেঁচাইখাতীৰ থানৰ পিনে আগ বাঢ়িলে। ডাঃ ফুকনক পাছে পাছে আহিবলৈ কলে।

ডাক্তৰ ফুকনে এই কথাৰ একো সূত্ৰ নাপাই, কাপোৰ-কানি পিন্ধি ওলাল। এনেতে তেওঁৰ লগুৱাটোৱে তেওঁক এখন চিঠি দিলে। চিঠিখন তেওঁ ততালিকে খুলি নামটো পঢ়ি চালে—পেঞ্চন পোৱা ছিভিল ছাৰ্জনে লিখিছে।

"প্ৰাণদণ্ডৰ আদেশ পোৱা কোনোবা য়ুৰোপীয় ৰজাৰ একে নিশাতে ডাঢ়ি-চুলি পকি যোৱাৰ কথা ইতিহাস-প্ৰসিদ্ধ। এই ল'ৰা-ৰূপী বুঢ়াৰো প্ৰাণ বধ কৰা হব বুলি ভয় দেখুৱাব পাৰিলে জানোচা ফল দিয়েই, তাকেই পৰীক্ষা কৰি চাবৰ বাবে এই ব্যৱস্থা কৰা হ'ল। আপুনি যেন দস্তুৰ মতে তেনে অভিনয় কৰে।"



ডাঃ ফুকনে সকলো কথা বুজি পালে। এখন টেক্সি মাতি নিৰ্দ্দিষ্ট ঠাইলৈ বাওনা হ'ল। ছিভিল ছাৰ্জনৰ গাড়ীখন বাটত গৈ হৈ আছে। ডাঃ ফুকনৰ কাৰণে এজন মানুহ সেই ঠাইতে বাট চাই আছিল। তাতে নামি মানুহজনৰ লগত এমাইল বাট খোজ কাঢ়ি হাবিৰ মাজত সোমাল। তেওঁ দেখিবলৈ পালে—দুয়োজন ছিভিল ছাৰ্জন তাতে উপস্থিত। ল'ৰাৰূপী বুঢ়াক এখন ৰঙা পাটৰ চুৰিয়া পিন্ধোৱা হৈছে। ডিঙিত এধাৰি জবা ফুলৰ মালা আৰু কপালত শোভা পাইছে এটি সৰু চন্দনৰ ফোঁট। এজন দৈত্যৰ নিচিনা মানুহে তাৰ হাত এখনত ধৰি আছে। মুখৰ আগত এটা শিল সিন্দুৰেদি ৰঙা কৰি থৈ দিয়া আছে। তাৰ আগতে পূজাৰ উপকৰণ আৰু বলি দিবৰ বাবে দা আদি।

ডাক্তৰ ফুকন উপস্থিত হোৱা মাত্ৰকে বুঢ়াই তেওঁক দেখি "মোক ৰক্ষা কৰক" বুলি চিঞৰিবলৈ ধৰিলে। পেঞ্চন পোৱা ছিভিল ছাৰ্জনে কলে, "আপুনি বাধা নিদিব। বলিৰ বাবে ল'ৰা পোৱা টান। সকলোৰে হয় মাক-বাপেক নাইবা আন কোনো মিতিৰ-কুটুম আছে, ঘৰ-বাৰী আছে। কিন্তু ইয়াৰ কোনো নাই। বুঢ়া ক্ষয় পাই ল'ৰা হৈছে। ইয়াৰ কোনেও খবৰ নলব; গতিকে বলিৰ উপযুক্ত এনে ল'ৰা এই ইংৰাজৰ ৰাজ্যত হঠাতে পোৱা টান। আই কেঁচাইখাতীয়ে বহুত দিন, বহুত বছৰ বলি খোৱা নাই।"

ডাঃ ফুকনে মুখখন শুকাই যোৱাৰ দৰে দেখুৱালে। ওঠ চেলেকি চেলেকি তেওঁ সুধিলে—"কেতিয়া বলি দিব ?"

"আজি মাজ নিশা"।

ডাক্তৰ ফুকনে বুঢ়াৰ ফালে চালে। বুঢ়াই সকৰুণ দৃষ্টিৰে ডাঃ ফুকনলৈ চাই—"দেউতা" বুলি চিঞৰি উঠিল। বুঢ়াৰ গাল-মুখ চকুলোৰে তিতি গৈছে।

পেন্সন পোৱা ছিভিল ছাৰ্জনৰ হুকুম মতে পূজা আৰম্ভ হ'ল।

ইঙ্গিত পাই ডাঃ ফুকন আৰু আস্পতালৰ ছিভিল ছাৰ্জন দুয়ো অলপ আঁতৰলৈ গ'ল। গোঁসানীৰ ওচৰতে বুঢ়াৰ হাত-ভৰি বান্ধি পেলাই থৈ দিয়া হ'ল। পূজা শেষ হওঁতে বেলি দুপৰ হৈ গ'ল। এজন মানুহক পহৰা থৈ সকলো সেই ঠাইৰপৰা গুচি গ'ল। তেতিয়া বুঢ়াই মানুহজনক কাকুতি কৰি কবলৈ ধৰিলে—"তুমি মোৰ জন্মদাতা-পিতা। মোক দয়া কৰি এৰি দিয়া। মই চিৰজীৱন তোমাৰ গোলাম হৈ কটাম।"

পহৰা দি থকাজনে উত্তৰ দিলে,—"অ বাপা, মই তোক এৰি দিওঁ আৰু তোৰ সলনি মোক বলি দিয়ক সিহঁতে। ভাল কথা কৈছ তই। কিয়নো ভয় কৰিছ—প্ৰাণ এদিন নহয় এদিন যাবই যেতিয়া আই কেচাইখাঁতীৰ ওচৰত বলি হলে তোৰহে ভাল, স্বৰ্গলৈ যাবি।"

কথা শুনি বুঢ়াই মনে মনে ইষ্ট দেৱতাক সুৱঁৰিবলৈ ধৰিলে। পৰিত্ৰাণ একোতে নাই জানি আসন্ন মৃত্যুৰ ভয়ত ম্ৰিয়মাণ হ'ল। ক্ৰমে দিন গৈ ৰাতি ওচৰ চাপি আহিবলৈ ধৰিলে আৰু বুঢ়াৰ ভয়ৰ মাত্ৰাও বাঢ়ি যাবলৈ ধৰিলে। একো একোবাৰ সি ভয়তে মূৰ্চ্ছাও যাবলৈ ধৰিলে।

চৰকাৰী ডাক্তৰ দুপৰীয়াই গুচি গৈছে। বুঢ়াৰ অৱস্থাৰ ফালে চাই আছে ডাঃ ফুকন আৰু পেঞ্চন পোৱা ছিভিল ছাৰ্জনে। গধূলি পৰত আকৌ কেইজনমান মানুহ আহি পূজাৰ আয়োজন কৰিবলৈ ধৰিলে। সেই ভীমকায় দৈত্যৰ নিচিনা মানুহজনে বলিকটা দাখনত ধাৰদিবলৈ ধৰিলে; চাৰিওফালে মহলা জ্বলাই দিয়া হ'ল। এইভাৱে নানান কাম কৰোঁতে সময় যেতিয়া মাজ নিশা হ'ল, তেতিয়া বলিৰ সকলো বন্দবস্ত হবলৈ ধৰিলে। পোন প্ৰথমে এটা পঠা ছাগল বলি দিয়া হ'ল। তাকে দেখি বুঢ়াই ধুমুহাত কঁপাদি কঁপিবলৈ ধৰিলে। পিছত পূজাৰী বামুণে বুঢ়াৰ গাত পানী ছটিয়াই তাক মন্ত্ৰপুত কৰি বলিশালত তাৰ মূৰ সুমাই দিলে।



ওচৰতে বলিকটীয়া দা লৈ থিয় হ'ল। সকলোৱে কেঁচাইখাতীৰ নামত জয়ধ্বনি দিলে।......

দুয়ো ডাক্তৰ আহি বলিশালৰ পৰা বুঢ়াক উলিয়াই টৰ্চ্চৰ পোহৰত পৰীক্ষা কৰি চাবলৈ ধৰিলে। বুঢ়াৰ বহু পৰিবৰ্ত্তন হৈছে সঁচা; পিছে সেই পৰিবৰ্ত্তন আচৰিত ৰকমৰ। বয়স বাঢ়ি আকৌ বুঢ়া হৈছে অৱশ্যে; কিন্তু নিচেই সৰু হৈ এটা হনুমান বান্দৰৰ সমান হৈছে। গাত নোমো গজিবলৈ ধৰিছে। চাওঁতে চাওঁতে এদাল নেজো ওলাল। কেই মুহূৰ্ত্তমানৰ ভিতৰতে অবিকল এটা বুঢ়া হনুমান বান্দৰৰে আকৃতি হৈ পৰিল। লগতে তাৰ জ্ঞানো ঘূৰি আহিল। সি এবাৰ চাৰিওফালে চাই ললে, তাৰ পিছত থিয় হৈ 'হুপু-হুপু' কৰি চিঞৰি লৰ মাৰি মুখৰ আগৰ এজোপা গছত লহ-পহকৈ উঠি ইডালৰপৰা সিডাল কৰি শেষত আন্ধাৰত অদৃশ্য হৈ পৰিল।

# অসম্পূৰ্ণ আইন

পৰিয়ালৰ কাৰো বাধা নামানি আত্মনাথ যেতিয়া বুঢ়া বয়সত বিয়া কৰাবলৈ সাজু হ'ল, তেতিয়া তেওঁৰ পুতেক ৰাধানাথ আৰু সীতানাথ বৰ চিন্তাত পৰিল। সিহঁতে বাধ্য হৈ একমাত্ৰ পিতৃবন্ধু ৰামলোচনৰ শৰণাপন্ন হ'ল। তেৱেঁ যদি বুজাই বঢ়াই কিবা কৰিব পাৰে।

আত্মনাথে নিজৰ মতৰ বিৰুদ্ধবাদী অবাধ্য পুত্ৰ দুজনৰ কথা ভাবি ধপাত হুপি আছে, এনেতে ৰামলোচন আহি ওলাল। ৰামলোচনে বন্ধুৰ মন বুজি ই কথা সি কথাৰ পিছত সাংসাৰিক কথা পাতিলে। আত্মনাথে এটা দীঘল হুমুনিয়াহ কাঢ়ি কবলৈ ধৰিলে, "সেইবোৰ কথা আৰু নুসুধিবা দেও। ঘোৰ কলিকাল! কুলাঙ্গাৰ পুত্ৰ! পিতৃ-ভক্তি কাক বোলে, এতিয়াও নেজানে। লিখা-পঢ়া শিকিছে নে আৰু কিবা! পিতৃসত্য পালিবৰ নিমিত্তে ৰামচন্দ্ৰই এবছৰ দুবছৰ নহয়, চৈধ্য বছৰলৈ ৰাজ্য এৰি বনলৈ গৈছিল আৰু মোৰ ইহঁতৰ পিনে চোৱা! মই বাপেক হওঁ—মোৰে লগত বাদ সাধিব খোজে! ইহঁতৰ নৰকতো স্থান নাই।"

ৰামলোচনে কথাত হয়ভৰ দি লাহে লাহে কবলৈ ধৰিলে, "কথা সঁচা। পিছে কথাটো হৈছে, তুমি এই বয়সত বিয়া কৰাব খুজিছা কোন আশাৰে? কথাটো ভাল হবনে?" আত্মনাথে কলে, "তাত অন্যায়টোনো কি হ'ব? ন্যায়-অন্যায়ৰ বিচাৰ মানুহৰ অৱস্থা চাইহে হয়। এজনৰ পক্ষে যিটো ন্যায়, আনজনৰ পক্ষে সেইটোৱে আকৌ অন্যায় হব পাৰে। "পুত্ৰাৰ্থে ক্ৰিয়তে ভাৰ্য্যা—।" "পুত্ৰ নেলাগে তোমাৰ ঘৰত পৌত্ৰ পৰ্য্যন্ত হৈছে। কেই বছৰমান পিছত ভগবানে ভাল-কুশলে ৰাখিলে প্ৰপৌত্ৰৰ মুখো চাব পাৰিবা। বৰ্ত্তমানে তোমাৰ এজনী গাভৰু বিধৱা ছোৱালী, দুজন ডাঙৰ উপযুক্ত পুত্ৰ আছে। পো-



বোৱাৰী, নাতি-নাতিনী সকলো আছে। সিহঁতক চকুৰ আগত লৈ বাকী জীৱনটো নকটাই এই বয়সত নাতিনীৰ নিচিনা ঘৈণীয়েৰা আনিবলৈ কোনে পৰামৰ্শ দিলে?"

আত্মনাথে কৃত্ৰিম হাঁহি এটা মাৰি কলে, "ভাল কথাটো কলা দেও তুমি! বোৱাৰী, জীয়াৰী, ল'ৰা-ছোৱালী—কোনে কাৰ পিনে চাইছে? সকলোৱে আপোন আপোন স্বাৰ্থ লৈ ব্যস্ত। নিশা এঢোক পানী খাব লাগিলেই বা কোনে তোমাক দিয়ে, বুকুত অলপ তেল ঘঁহিব লাগিলেই বা কোনে তোমাক দিয়ে? কালি নিশা কাঁহি কাঁহি...... আৰু নকওঁ সেইবোৰ কথা।"

ৰামলোচনে বুজিলে, কথা মিছা নহয়। বুঢ়াৰ দুখ কোনে বুজিব! বোৱাৰী-জীয়াৰীৰ ওপৰত কৰ্ত্তৃত্ব নাখাটে। অনুগ্ৰহ কৰি কোনোবাই কিবা নকৰিলে উপায় নাই। দাস-দাসী ৰখাৰ অৱস্থা যে কি, তাকতো কবই নেলাগে। তেওঁ প্ৰকাশ্যে কলে, "তোমাৰ কথা সম্পূৰ্ণ সঁচা। কিন্তু সেই বুলি কুমলীয়া ছোৱালী এজনীক লৈ আহি তাইৰ ভৱিষ্যত জীৱনটো নষ্ট কৰা উচিত নে? তিনি কাল গৈ একালত পৰিল, এতিয়া এই শেষ জীৱনত কোন সুখৰ আশাৰে নতুন সংসাৰ! তাৰ-পৰা সুখ নহৈ অশান্তিহে হ'ব।"

আত্মনাথে দেখিলে, তেওঁৰ বন্ধুৱে নিজে অৱস্থাৰ বিপাকত নপৰিলে ব্যথিতৰ বেদনা বুজিব নোৱাৰিব। এই নিঃসঙ্গ জীৱন বহন কৰা যে কি বিড়ম্বনা, তাক কোনে বুজিব? তেওঁ মনে মনে ভগৱানৰ উদ্দেশ্যে কলে, "ই তোমাৰ কেনে ইচ্ছা দয়াময়! যেতিয়া এজনী সঙ্গিনী নহলে এক মুহূৰ্ত্তও নচলে তেতিয়া সঙ্গিনা পোৱা টান—সকলোৱে বাধা দিয়ে। কিন্তু যেতিয়া ঘৰ এৰি বাহিৰে বাহিৰে ঘূৰি ফুৰিবৰ হাবিলাস হয়, তেতিয়া হলে সঙ্গিনীৰ অভাৱ নহয়।" আত্মনাথৰ মনে মনে ইচ্ছা হ'ল, এই বন্ধুৰূপী ছদ্মবেশী শত্ৰুৰ ঘৈণীয়েকক গলত টিপি মাৰি পেলাই দি ৰামলোচনক এই দুঃসহ বিৰহ যন্ত্ৰণাটো ভালকৈ উপলব্ধি কৰাই দিয়ে। তেওঁ এটি বিদ্ৰূপৰ হাঁহি মাৰি কলে,

"ইয়াতকৈ আৰু কি নতুন অশান্তি হব পাৰে? তোমাৰ নিজৰ অৱস্থা মোৰ নিচিনা নহলে নুবুজিবা। যিটো কাম সকলোৱে কৰিছে, তাত আৰু ন্যায়-অন্যায় কি? আৰু কুমলীয়া ছোৱালীয়ে বা কিহৰ? চৰ্দ্দা বিল পাছ হৈ গৈছে। এতিয়া উপযুক্ত পাত্ৰীৰ অভাৱ নহ'ব।"

কিছুদিন আগেয়ে চৰ্দ্দা আইন লৈ আদ্যনাথে ঘোৰতৰ আপত্তি কৰিছিল। "ধৰ্ম্ম গ'ল, ধৰ্ম্ম গ'ল, দেশ ৰসাতললৈ গল" বুলি চিঞৰি ফুৰিছিল। আজি সেই আইনকে তেওঁৰ সপক্ষে এটি সান্ত্বনাৰ কাৰণ কৰি লোৱা দেখি ৰামলোচনে হাঁহি মাৰি কলে, "তেনেহলে চৰ্দ্দা আইনে তোমাৰ বিশেষ উপকাৰ কৰিছে! কিন্তু সাত বছৰৰপৰা বাৰ বছৰলৈ প্ৰায় সকলো ছোৱালীৰ বিয়া হৈ গৈছে। এতিয়া তুমি বিয়া কৰাৰ লাগিলে আৰু সাত আঠ বছৰমান বাট চাব লাগিব। সি যি নহওক, এই দুৰ্ভগীয়া দেশত ছোৱালীৰ অভাৱ নহবও পাৰে। পিছে মানুহে কথাতে কয়, 'যেতিয়া বিবি লায়েক হয়, মোল্লা তেতিয়া গোৰত যায়।' তোমাৰো সেয়ে জানিবা। তোমাৰ ল'ৰা দুটিয়ে বৰ বেয়া পাইছে; আৰু সঁচাকৈ কামটো বৰ বেয়া দেখা হৈছে। এজন ল'ৰা স্কুলৰ মাষ্টৰ, এজন কাছাৰীৰ কেৰাণী,—তেওঁলোকৰ আলৰ বুঢ়া বাপেকীয়ে এজনী সৰু ছোৱালী বিয়া কৰাব, কি সুন্দৰ কথা!"

আদ্যনাথে খং কৰি কলে, "পাপিষ্ঠহঁতে জানো ভাবে যে মই বিয়া নকৰাই মানুহৰ ঘৰে ঘৰে পছলি সুঙি আনৰ তিৰোতাক জুমি চাই ফুৰিম?"

ৰামনাথ আৰু সীতানাথে বাপেকৰ এইবোৰ কথা শুনি কাণত আঙুলি দিলে। সিহঁতে আৰু কোনো প্ৰতিবন্ধকতা কৰিবৰ সাহ নকৰিলে। এই বয়সতো পিতাকে প্ৰকৃতিৰ তাড়নাত আনৰ ঘৰৰ পাছফালে, ফুলৰ জোপা, বেঙেনা-জলকীয়াৰ মাজত লুকাই ফুৰিবৰ সম্ভাৱনা আছে। আৰু তাকে এৰাবৰ বাবে বিয়া কৰাবলৈ খুজিছে। স্বভাৱ এক আৰু কল্পনাৰ আদৰ্শ আন! কিন্তু কোমল বয়সীয়া এজনী ছোৱালী বিয়া কৰাই আনি যে তাইৰ ভৱিষ্যতত কি লিখা আছে তাক অনুমান



কৰাটো অসম্ভৱ নহয়। তেওঁলোকে ভাবিলে—সমাজত বিধবা বিবাহৰ ব্যৱস্থা থকা হলে নাবালিকাক জুইত পেলাই দিবলৈ সাজু হব নেলাগিলহেঁতেন আৰু এনে ধৰণৰ পৰিণীতা কন্যা বালবিধবা হলে তাইৰো এটা সঙ্গতিৰ উপায় সম্ভৱ হ'লহেঁতেন। কিন্তু বৰ্ত্তমান অৱস্থা কি সাংঘাতিক! বয়সৰ ইমান অসামঞ্জস্যত দাম্পত্য প্ৰণয়—সেই আশা মানুহে কেনেকৈ কৰিব পাৰে? তাৰ পিছত মতা মানুহে যদি এই বয়সতো প্ৰবৃত্তি দমাব নোৱাৰে, তেনেহলে স্বভাৱ-চঞ্চলা তিকতাই কোমল বয়সতে কেনেকৈ দমাব? কেতিয়াবা দমাব পাৰিছে জানো? বিবাট মিছা প্ৰবঞ্চনা—এটাৰ আৱৰণৰে ভগা পকীঘৰ চুণ-কাম কৰি দেখুৱাৰ নিচিনা সমাজে আত্মপ্ৰৱঞ্চনাক প্ৰশ্ৰয় দিছে মাথোন। সি যি নহওক এতিয়া উপায় কি?

* * *

বহু চেষ্টা কৰিও বিশ্বনাথে সৰু ছোৱালীজনীক চৰ্দ্দা আইনৰ হাত সৰুৱাৰ পৰা নাছিল। এইবাবে তেওঁৰ মনত ঘোৰ অশান্তি। মানুহে সান্ত্বনা দিয়ে, "ভয় কি? তুমি স্ব-ইচ্ছাৰেতো ছোৱালী ঘৰত ৰাখি থোৱা নাই। তোমাৰ অকলে নহয়, দেশৰ সকলোৰে একে অৱস্থা। তেনে স্থলত বেজাৰ কিহৰ?"—বিশ্বনাথে কথাষাৰ মানি লয়, কিয়নো নামানি উপায় নাই। কিন্তু ছোৱালীৰ বয়স পাৰ হৈ তেৰত পৰিল। পিতৃ-পুৰুষৰ সাক্ষাত নৰক-পতনৰ আশঙ্কাত মন অস্থিৰ হৈ উঠিল। ভাল ঘৰ, ভাল দৰা বাচ-বিচাৰ কৰোঁতে বিয়াখন হৈ নুঠিল। এতিয়া পচন্দ অপচন্দ নালাগে, ঘৰৰপৰা ছোৱালীজনীক উলিয়াই দিব পাৰিলেই ৰক্ষা পৰে!...

বিশ্বনাথে বিশ্বনাথৰ অন্তৰৰ আকুল নিবেদন শুনিলে নেকি? কিবা কাৰণত এই গাঁৱলৈ আদ্যনাথৰ শুভাগমন হৈছিল, ছোৱালী দেখিয়েই মন খালে। বয়স এবছৰ বঢ়াই কলেই আইনৰ হাত সাৰিব পাৰি। বিয়া সম্বন্ধে বিশ্বনাথৰ লগত আদ্যনাথৰ দুষাৰ কথা হ'ল। কিন্তু তেওঁ নিজেই যে দৰা সেই বিষয়ে হলে একো নকলে।

বহুতখিনি কথা আগ বঢ়াৰ পিছত ছোৱালীৰ মোমায়েকে দৰা চাবলৈ গৈ দেখিলে—দৰা আছুনাথ নিজেই। এই বিয়াৰ কইনাও তেওঁ নিজেই পচন্দ কৰি আহিছিল। তেওঁ ৰঙতে কৈ পেলালে, "হেৰি আপুনি শ্মশানলৈ যাবলৈ ওলাইছে। এতিয়া বিয়াৰ আশা এৰি দি হয় বানপ্ৰস্থ গ্ৰহণ ক'ৰক, নহলে ঢেমনী অনাৰ দিহা কৰিব পাৰিলেই ভাল আছিল।"

কথা শুনি আছুনাথ খঙত জ্বলি উঠিল। কিন্তু বয়সিয়াল মানুহ তেওঁ। তৰুণ সম্প্ৰদায়ভুক্ত নহয় যে হঠকাৰিতাৰে কাৰ্য্য পণ্ড কৰিব! হাঁহি হাঁহি তেওঁ কলে, "এইবোৰ অশ্লীল কথাৰ অৱতাৰণা নকৰাই উচিত। সমাজত বিধবা বিবাহ চলিলে মোৰ নিচিনা বহুত অভাগাৰ দুখৰ অন্ত পৰিলহেতেঁন; কিন্তু শাস্ত্ৰত নোহোৱা, সমাজত নোহোৱা কথা—উপায় কি? যি নহওক সেইবোৰ কথা এৰি দি কিমান টকা পালে মোলৈ ছোৱালী দিব তাকে কওক।"

শেষত কথা হ'ল গা-ধন আঠশ টকা ৰূপ আৰু তেওঁক চাৰিশ টকা দিলেহে—এই বিয়া হব পাৰিব!

* * *

আছুনাথৰ হাতত যিখিনি আছে সকলো জাৰি-জোকাৰি এহেজাৰমানহে হব পাৰে। বাকী দুশ টকা এতিয়া ক'ত পায়? তাৰ ওপৰত বিয়াৰ খৰচতো আছেই। তেওঁ মহা চিন্তাত পৰিল। দুয়ো পুতেকে ইচ্ছা কৰিলে অনায়াসে এই ধন যোগাৰ কৰি দিব পাৰে। কিন্তু সিহঁত নিচেই কুষ্মাণ্ড—কুপুত্ৰ! হায় সেই মহাভাৰতৰ কাল! যযাতি ৰজা শুক্ৰাচাৰ্য্যৰ অভিশাপত জৰাগ্ৰস্ত হ'লত পিতৃপ্ৰাণ পুৰুৱে বাৰ্দ্ধক্যৰ অভিশাপ নিজে মূৰত লৈ পিতাকৰ ভোগ-বিলাসত সহায়তা কৰিছিল। আৰু এই ঘোৰ কলি যুগত দিনে ৰাতিয়ে বাপেকৰ অসহ্য বেদনা দেখিও মুখৰ আগতে পুতেকে লৰা-তিৰোতা লৈ আনন্দৰে দিন কটাইছে, পিতাকৰ কষ্ট মোচন দূৰৰ কথা। ইহঁতে আজিকালি ঘোৰতৰ প্ৰতিবন্ধক স্বৰূপে থিয় হবলৈকো লাজ নকৰে।



ই যে প্ৰকাশ্যে যুদ্ধ ঘোষণা! অ' হৰি! সেই কাল আৰু উভতি নাহিবনে?

* * *

আঠ শ টকা পোৱা যাব বুলি শুনি বিশ্বনাথৰ বেছি আপত্তি নাথাকিল? যি অলপ আপত্তি উঠিল তেওঁৰ ঘৈণীয়েক গৌৰীৰপৰা। কোনো যুক্তি-তৰ্ককে নামানে। কয়, "মোৰ ছোৱালীৰ যদি মনত সুখ শান্তি নহ'ল, টকাৰেনো কি কৰিম? কোন পাপৰ ফলত ছোৱালী বেচি খাম? শ্মশানৰ মৰাশটোৰ হাতত ছোৱালীকনো কোন সতে তুলি দিম?"

ঘৈণীয়েকৰ নিতান্ত অমত দেখি বিশ্বনাথৰ মন কোঁচ খালে; কিন্তু বিশ্বনাথৰ খুলশালীয়েকৰ নগদ চাৰিশ টকা অনায়াসে আৰ্জিবৰ বাট বন্ধ হয় দেখি তেওঁ খং কৰিবলৈ ধৰিলে, "মই যে কথা দি আহিছো। তোমালোকে এনে কৰা যদি মোক পঠাইছিলা কি বাবে? আপোন ভাবি ভাল কৰিবলৈ ওলাইছিলোঁ—এই বাবে অপমান? তোমালোকৰ প্ৰকৃতি এনে বুলি জানিব পাৰিলে কোন মূৰ্খ ই এই কামত হাত দিয়ে? এই বিয়া হবই লাগিব, নহলে এই অপমানৰ ক্ষতি-পূৰণ স্বৰূপে মই তোমালোকৰপৰাই পাঁচশ টকা আদায় কৰিহে এৰিম।"

কথা শুনি বিশ্বনাথৰ মুখ শুকাই ঢেমী যেন হ'ল। ঘৈণীয়েকৰ মুখৰ পিনে চালে। গৌৰীও উভয় সংকটত পৰিল। ভায়েকৰ এই অযথা অপমানৰ কাৰণ যে তেওঁলোকেই। একো নেমাতি ঘৰত সোমাই গৈ ছোৱালীৰ গলত ধৰি কান্দিবলৈ ধৰিলে।

খুলশালিয়েকে বিশ্বনাথক কলে, "মন থিৰ কৰা; ইমান চঞ্চল হলে নচলিব। তিৰুতাৰ কথাত ভোল গলে শুভ কাম কৰা নহ'ব। মাকৰ কান্দোনেই আশীৰ্ব্বাদ। মাকে পাছ ফালৰপৰা মাতিলেহে যাত্ৰা শুভ হয়।"

আছুনাথে সকলো কাম অতি গোপনে কৰিবলৈ ধৰিলে। কলৈ যায় নেযায়, ঘৰৰ কোনেও গমকে নেপায়। কিন্তু দিনক দিনে তেওঁৰ

মুখত বিফলতাৰ ছায়াপাত বিধবা ছোৱালীজনীৰ চকুত পৰিল। পিতাকৰ এই মনৰ পৰিবৰ্ত্তন দেখি তেওঁ সুধিলে, "আপোনাৰ মনটো মৰা যেন দেখিছোঁ, কি হৈছে ?"

জীয়েকৰ কথা শুনি আত্মনাথৰ এটা দীঘল হুমুনিয়াহ আহিল। নিৰাশাৰ তপত নিশ্বাস জাহাজৰ বাষ্প এৰাদি এৰিলে। সহানুভূতিৰ আশাত লাজ কাটি কৰি কলে, "আইদেউ, কিনো কম বেজাৰৰ কথা ! তোমাৰ মাৰা ঢুকাবৰ আজি সাত মাহ ভৰি আঠত সোমাল। তেতিয়াৰেপৰা মোৰ বুকুখন সুদা হৈ আছে। মোৰ দুখ কোনেও নপতিয়ায়। আজি দুই তিনিশ টকাৰ বাবে কাৰ যে ভৰিত ধৰিছোঁ, কাৰ যে ধৰা নাই !"

জীয়েকে সুধিলে, "দুই তিনি শ টকা ! কিহৰ বাবে ? আপুনি টকা কি কৰিব পিতাই ?"

"টকা কি কৰিম ? এই ভগা বুকুখন জোৰা দিব খুজিছোঁ। এজনী ছোৱালী চাই আহিছোঁ। তাইৰ লগত কোষ্ঠীৰ মিল হৈছে। মোৰো মন খাইছে। কিন্তু যিখিনি টকা লাগে—মোৰ হাতত থকা খিনিৰে সৈতে আৰু তিনিশমান হলেই হৈ যায়। তোমালোকে মোৰ দুখ কেনেকৈ বুজিবা ?"

ছোৱালীটিয়ে দেখিলে যে, পিতাকৰ বুঢ়া বয়সৰ বাসনা অপূৰ্ণ অতৃপ্ত হৈ ৰৈ যায়। অলপ গমি চাই সুধিলে, "ককাইদেউহঁতে নিদিলেনে ?"

আত্মনাথে চকুত এটোপা পানীৰ সৈতে আকৌ এটা হুমুনিয়াহ কাঢ়ি কলে, "সিহঁতক মিছাকৈ জন্ম দিছো ; কুলাঙ্গাৰহঁত কুপুত্ৰ, কুপুত্ৰ ! এজনো মানুহ ন'হল।"

"চিন্তা নকৰিব পিতাই মোৰ যি আছে তাকেঁই মই আপোনাক আনি দিওঁ" বুলি জীয়েকে ভিতৰলৈ সোমাই গ'ল। আত্মনাথে এই প্ৰস্তাৱ শুনি ৰং পালে। কিন্তু পলম হোৱা দেখি ভাবিলে, "এইঁ ছোৱালীটিও নষ্ট হ'ল। মিছাকৈ প্ৰবোধ দিছে, ধনৰ মায়া



এৰিব পৰা নাই।" গুণগুণকৈ গীতৰ সুৰ ধৰিলে, "বিষয় বিষধৰ বিষে জৰাজৰ পৰাণ নাৰহেঁ আৰ।"

জীয়েকে এযোৰ সোণৰ খাৰু, হাৰ এগছি, মণি-মাতুলী আদি কেইপদমান অলঙ্কাৰ যি অলপ সম্বল আছিল, সেই সকলোখিনি পিতাকৰ হাতত তুলি দিলেহি। আত্মনাথৰ মহা আনন্দ। আজিহে বিয়াৰ এটা দিহা হ'ল। উলাহতে জ্ঞান-শূন্য হৈ "ধনে-পুত্ৰে লক্ষ্মী লাভ হওক। মোৰ মূৰত যিমান চুলি আছে তিমান বছৰ তোমাৰ পৰমায়ু হওক। তোমাৰ নিমিত্তে এখন মহাভাৰত লৈ আহিম" বুলি আশীৰ্ব্বাদ কৰি কৰি তেতিয়াই অলঙ্কাৰবোৰ লৈ ওলাই গ'ল। পুত্ৰলাভৰ আশীৰ্ব্বাদ শুনি জীয়েক আচৰিত হৈ পিতাকৰ ফালে চাই ৰ'ল। ঘৰৰ আন কোনো মানুহে এই অলঙ্কাৰ নিয়াৰ কথা গমকে নেপালে।

কাছাৰীৰপৰা আহিবৰ পৰত সীতানাথে সৰু ল'ৰাটিৰ বাবে এটা চোলা আনিবলৈ বুলি বজাৰলৈ গৈছিল। এখন মাৰোৱাৰী দোকানৰ পৰা এজন মানুহে হঠাত উঠি দোকানঘৰৰ ভিতৰৰফালে লৰ মাৰিলে। কিন্তু টুল এখনত উজুটি খাই পৰি গ'ল। দোকানৰ সকলোৱে হাঁয় হাঁয় কৰি উঠিল। কি হৈছে চাবৰ নিমিত্তে সীতানাথে আগ বাঢ়ি গৈ দেখিলে, তেওঁৰ পিতাক পৰি গৈছে। এজন মানুহে তেওঁক ধৰি তুলিলে। সকলো আচৰিত—এনেকৈ আচম্বিতে লৰ মাৰিবৰ কাৰণ কি ?

সীতানাথে মাৰোৱাৰীজনক সুধিলত তেওঁ অলঙ্কাৰবোৰ দেখুৱাই দি কলে, "এইবোৰ বন্ধক থৈ টকা নিবলৈ আহিছিল। হঠাৎ বাহিৰ ফালে চাই আপোনাক দেখিয়েই নেকি লৰ মাৰিলে।" মাৰোৱাৰীজনে আকৌ সুধিলে, "এইবোৰ চোৰাই মাল নেকি ?"

সীতানাথে অলঙ্কাৰবোৰ ভালকৈ চাবলৈ বুলি অলঙ্কাৰত হাত দিয়া মাত্ৰকে পিতাকে আহি কাঢ়ি লবৰ চেষ্টা কৰি কলে, 'হুচুৰি, হুচুৰি পাপী।"

সীতানাথে দেখিয়েই চিনি পালে সেইবোৰ বস্তু। পিতাকৰ কথা শুনি সেইবোৰ এহাতে লৈ আন হাতে পিতাকক ধৰি কলে, "বলক টকা মই দিম। অলঙ্কাৰ বন্ধক দিয়াৰ আৱশ্যক নাই।"

আদ্যনাথৰ বিয়াৰ কথা চাৰিওফালে জনাজাত হৈ গ'ল। স্কুলৰ প্ৰধান শিক্ষকে ঠাট্টা কৰি ৰাধানাথক সুধিলে—"পিতাৰৰ বিয়া চাবৰ সৌভাগ্য ঘটিল বোলে?" বালিকা বিদ্যালয়ৰ শিক্ষয়িত্ৰীও লেডী ভলন্টিয়াৰ হৈ বৰঙনি তুলিবলৈ গৈ সেই সময়ত তাত উপস্থিত আছিল। তেওঁ হাঁহি হাঁহি কলে, "এইবোৰ আপোনালোকৰ অন্যায়। কি বাবে এজনী ছোৱালীৰ জীৱনটো নষ্ট কৰিব খুজিছে?" ৰাধানাথে সসঙ্কোচে উত্তৰ দিলে, "উপায় কি? এই বিয়া বন্ধ কৰিবৰ নিমিত্তে সকলো প্ৰকাৰ চেষ্টা কৰা হৈছিল। ই ছোৱালীৰেই কৰ্ম্মফল।" শিক্ষয়িত্ৰীয়ে কলে, "কৰ্ম্মফল নে আৰু কিবা? স্বাৰ্থপৰতাৰ কৈফিয়ৎ। ছোৱালীৰ বাপেকক হাক দিয়কচোন। পিতাকে মূৰ্খালিৰ বশৱৰ্ত্তী হৈ এজনী নাবালিকা-বধৰ ব্যৱস্থাত অনায়াসে সাহায্য কৰিছে। কিন্তু এয়ে পিছত সকলোৰে অশান্তিৰ কাৰণ হলে স্ত্ৰী-চৰিত্ৰৰ বিৰুদ্ধে স্বৰ্ণাক্ষৰে শ্লোক লিখা হব। শিক্ষিত হৈয়ো আপোনালোকে তিৰোতাক পুৰুষৰ বিলাসৰ বস্তু বুলি বিবেচনা কৰে। তিৰোতাৰ বিনে তিৰোতাৰ মনৰ দুখ আনে বুজিব নোৱাৰে।"

এটা উপায় প্ৰয়োগ কৰা হোৱা নাছিল। পিতাকৰ মনৰ অৱস্থা চাই ইচ্ছাও নাছিল। শিক্ষয়িত্ৰীৰ উদগনিত ৰাধানাথে বিয়াটো বন্ধ কৰিবৰ বাবে এবাৰ শেষ চেষ্টা কৰি চাব খুজিলে।

* * *

বিশ্বনাথৰ ঘৰত আহি ৰাধানাথ ওলাল। দুৱাৰমুখতে ছোৱালী-জনীক দেখি বিশ্বনাথক সুধিলে, "এওঁকে পিতাৰলৈ বিয়া দিব খুজিছেনে?" বিশ্বনাথে হয় বুলি কোৱাত তেওঁ আকৌ সুধিলে, "বয়স কিমান?"



বিশ্বনাথে কথা গোপন কৰিবৰ কোনো কাৰণ নেদেখিলে। কলে, "তেৰ বছৰ, কিন্তু চৈধ্য বছৰ বুলি কোৱা হ'ব।"

ৰাধানাথে যি চল বিচাৰি আহিছিল তাকে পালে। কলে ই কিনো কথা! ধৰ্ম্ম কাৰ্য্যত মিছাৰ আশ্ৰয়! এয়ে কৰিলে কেতিয়াও মঙ্গল নহয়। আপুনি বিয়া বন্ধ কৰক, নহলে মই চৰকাৰক জনাবলৈ বাধ্য হম।"

চৰ্দ্দা আইন অমান্য কৰি কোনোবা এজন ডাঙৰ মানুহৰ দণ্ড হোৱা কথা 'আৱাহন'ৰ পিঠিত প্ৰকাশ পাইছিল। চৰকাৰৰ কথা শুনি বিশ্বনাথৰ মনত ভয় হ'ল। এতিয়া তেওঁ কি উপায় কৰিব এই ভাবনাতে পৰিল। বিয়া নিদিলে খুলশালীয়েকৰ অপমান, পাঁচশ টকাও কিজানি ভৰিব লাগে। তাৰ ওপৰিও বিয়া দিম বুলি কৈ নিদিলে জানোচা আদ্যনাথে কিবাখন লগায়? ইফালে বিয়া দিলেও দেখোন ৰাধানাথে আদালতৰ আশ্ৰয় লব খোজে!

ঠিক এই সময়তে ছোৱালীৰ মোমায়েকক লৈ আদ্যনাথ আহি পালে। তাত ৰাধানাথক দেখি তেওঁ আচৰিত মানিলে। সকলো কথা শুনি মোমায়েক লাহে লাহে গুচি গ'ল দেখি বিশ্বনাথৰ ভয়ত তত নোহোৱা হ'ল। তেওঁৰ ঘৈণীয়েক ওলাই আহি কলে, "তোমালোক গুচি যোৱা। নিদিওঁ মোৰ ছোৱালীক এতিয়া বিয়া, যি হয় হব।

* * *

দুৰ্গা পূজাৰ সময়। যাতে কেনোও বিলাতী বস্তু নিকিনে এইবাবে হাট-বজাৰত জোৰেৰে পিকেটিং চলিছে। কানি-ভাং আৰু মদৰ দোকানৰ কথা কবই নেলাগে।

এই শেষ আন্দোলনত আন কাৰোবাৰ ক্ষতিবৃদ্ধি হলেও ৰাধা-নাথৰ কোনো চিন্তা-ভাবনা নাছিল। চিন্তাত পৰিল স্কুল-কলেজৰ অৱস্থা চাই। এই পাপ পিকেটিং চলিলে মাষ্টৰি কাম কৰি খোৱাৰ বাটো যে বন্ধ হৈ যাব।

কেইজনমান পিকেটিং নকৰা ল'ৰাও কেনেবাকৈ গ্ৰেপ্তাৰ হ'ল। অকল এয়ে নহয়, আজিকালি এটা ৰব উঠিছে যে, চোৰাংচোৱা বিভাগৰ কৰ্ম্মচাৰীসকলে বোলে লোণৰ গুণ আৰু কাৰ্য্যতৎপৰতা দেখুৱাবৰ নিমিত্তে বহুত সময়ত ভাল মানুহকো বিপদত পেলায়। কিয়নো নতুন খবৰ দিব নোৱাৰিলে বোলে এওঁলোকৰ ওপৰত কৈফিয়ৎ তলব কৰা হয়। সঁচামিছা ভগবানেহে জানে। কিন্তু সঁচাকৈ যদি ৰাধানাথক কোনোবাই তেনেকুৱা মিছা মোকৰ্দ্দমাত পেলাই ফাটেকত দিয়ে, তেনেহলে কি অৱস্থা হব ?

ৰাধানাথৰ চিন্তাই যেন বাস্তব মূৰ্ত্তি ধৰি আহি চকুৰ আগত থিয় হ'ল। মুখৰ আগতে দাৰোগা বাবুক দেখি চক্ খাই উঠিল।···পিকেটিং কৰা অপৰাধত তেওঁক ধৰি লৈ গ'ল। অন্তৰ্য্যামীক কাতৰ নিবেদন কৰি জনাবলৈ ধৰিলে, "প্ৰভু ! এই নিৰ্দ্দোষীৰ ওপৰত কি বাবে এই অনৰ্থক লাঞ্ছনা ?" সজ্ঞানত তেওঁতো কোনো পাপ আচৰা নাই ? বৰং প্ৰধান শিক্ষকে যেনেকৈ কিছুমান ছাত্ৰৰ কথা পুলিচক কৈ দিছিল সেইদৰে মনে মনে স্বেচ্ছাসেৱিকাসকলক ধৰঙনিও দিছিল।···

আজি তেওঁৰ ওপৰত এই জুলুম দেখি মনে মনে ভাবিলে, "এই ক্ষমতা পোৱা কৰ্ম্মচাৰীবিলাকৰ অতি মাত্ৰিক তৎপৰতা দেখুৱাবৰ অস্বাভাৱিক চেষ্টাৰ কাৰণেই দেশৰ শান্তি নাইকিয়া হব লাগিছে, আন্দোলন বাঢ়ি যাব লাগিছে।

স্বেচ্ছাসেৱকবিলাকৰ আজি বিচাৰ হব। কাছাৰী ঘৰ দৰ্শকেৰে পৰিপূৰ্ণ হৈছে। পুলিচে বাছি বাছি কেইজনমান ভাল মানুহক লৈহে ভিতৰলৈ সোমাব দিলে। কাৰণ সকলোলৈ হেনো ঠাইৰ নাটনি। বাহিৰত থিয়হৈ সকলোৱে "মহাত্মা গান্ধীৰ জয়", "স্বৰাজৰ জয়" বুলি ঘনে ঘনে চিঞৰি দিক্ বিদিক্ কঁপাই তুলিলে। বিচাৰৰ ফলাফল চাবৰ বাবে সকলো উৎকণ্ঠিত।

জয়ধ্বনিৰ মাজত আছামীসকল কাছাৰীত সোমাল।

* * *



আগে পাছে কালান্তকৰ নিচিনা বন্দুকধাৰী কনিষ্টবল, তাৰ মাজত দেশমাতৃকাৰ সেৱাত স্বেচ্ছাৰে জীৱন উচৰ্গা কৰা পিকেটাৰ দল,—ধীৰ, অটল, হাস্যমুখ। চকু গৌৰৱত দীপ্ত—উদ্ভাসিত।

আছামীসকলক বিচাৰকৰ সমুখলৈ অনা হ'ল। সাখী কিছুমান কানি, ভাং, মদ আদি বিলাতী বস্তুৰ মহলদাৰ আৰু তাৰে ক্ৰেতা।··· আচামী কোনোজনে আত্মপক্ষ সমৰ্থন নকৰিলে। কাৰো পোন্ধৰ দিন, কাৰো এমাহ আৰু কাৰো বা তিনি মাহ জেল হ'ল।······অৱশেষত ৰাধানাথৰ বিচাৰৰ পৰ্ব্ব। চাকৰিজীৱী শিক্ষিত অসমীয়াৰ দেশৰ হকে ইমান স্বাৰ্থত্যাগ আৰু সৎসাহস দেখি সকলোৱে আকৌ জয়ধ্বনি দিবলৈ ধৰিলে। বহু কষ্টেৰেহে কনিষ্টবলে শৃঙ্খলা আনিবলৈ সমৰ্থ হ'ল। সকলোৱে উৎকণ্ঠিত হৈ বিচাৰ চাবলৈ ধৰিলে।

ৰাধানাথে তেওঁৰ নিৰ্দ্দোষিতাৰ কথা চিঞৰি কব বুলি মুখ তুলি চাই দেখিলে—তেওঁৰ পিতাকে তেওঁৰ বিৰুদ্ধে প্ৰধান সাক্ষীৰূপে থিয় দিছে। কাণ্ড দেখি আচৰিত মানি স্তব্ধ হৈ ৰ'ল।

হাকিমৰ প্ৰশ্নত আত্মনাথে কলে, "হজুৰ, মই নিজ চকুৰে দেখিছো, নিজ কাণেৰে শুনিছো, সি পিকেটিং কৰিছে।"

"ক'ত আৰু কেতিয়া পিকেটিং কৰিলে ?"

"হজুৰ ! মোৰ হ'ব খোজা বিয়াখন ই গৈ মোৰ ভাবী শহুৰৰ ঘৰত পিকেটিং কৰি বন্ধ কৰিছে।"

আদালতত হাঁহিৰ খলখনি উঠিল। হাকিমে হাঁহি হাঁহি কলে, "এইবোৰ কথা পিকেটিং আইনৰ তললৈ নাহে। সেইবাবে আছামী বেকছুৰ খালাছ।"

আত্মনাথে হাত যোৰ কৰি কলে,—"হজুৰ, ই কি বিচাৰ ? কানি-ভাং খাই দেশ উচ্ছন্ন হ'ল ; মদ খাই কিমান পৰিয়ালৰ সৰ্ব্বনাশ হৈছে। কিমান মৰামৰি, হাই-কাজিয়া, দ্বন্দ্ব-খৰিয়াল হব লাগিছে, কিমান মামলা-মোকৰ্দ্দমা হৈ দিনে ৰাতিয়ে চৰকাৰক ত্যক্ত কৰি তুলিছে। এনেকি শাস্ত্ৰতো যি কামক পাপ বুলি কয় সেইবোৰ অন্যায় কামত

বাধা দিব গলে যদি পিকেটিঙৰ ধাৰাত পৰে, মোৰ 'বিয়া ভাঙি মোৰ সৰ্ব্বনাশ কৰাৰ বাবে পিকেটিং কৰিলে কিয় সেই ধাৰা নাখাটিব ?''

হাকিমে হাঁহি হাঁহি আত্মনাথক যাবলৈ কলে, "ই অসম্পূৰ্ণ আইন—সংশোধন হোৱা উচিত। আপুনি চেষ্টা কৰি চাওকগৈ।"

# মধু-মালতী

মালতীৰ লাৱণ্যসনা কোমল মুখখন দেখি মৰম নকৰে এনে মানুহ নিচেই কম। কিন্তু মৰম লগাব পৰা নাছিল তাইৰ নিষ্ঠুৰ শাহুয়েকক। বৰং তাইৰ অকাল বৈধব্য আৰু হ'ক-নহ'ক কথাতে শাহুয়েকৰ দ্বাৰা নানানভাৱে লাঞ্ছিত হোৱা দেখি ওচৰ-চুবুৰীয়াৰ সহানুভূতি কিছু বেছি পৰিমাণে বাঢ়ি গ'ল। তাকে দেখি শাহুয়েকৰ অপমান আৰু লাঞ্ছনাৰ মাত্ৰা ক্ৰমাৎ বাঢ়িগৈ মালতীৰ ধৈৰ্য্যৰ সীমা অতিক্ৰম কৰালে।

হোৱা-নোহোৱা কথাতে অনাহক কথা শুনি পোনে পোনে মালতীয়ে অকলে নিজঞ্জালত বহি চকুলো টুকি—নিজেই মনতে সান্ত্বনা লভিছিল—অদৃষ্টৰ দোষ বুলি। কেতিয়াবা আধাপেটিকৈ ভাত খাই ভাবিছিল, বিধাতাই সিদিনাৰ বাবে সেইখিনি ভাত জুখি-মাখি থৈছিল তাইৰ কাৰণে। কোনো দিন মুখ ফুটাই কাৰো আগত কোনো কথা কোৱা নাছিল—কোনো অভাৱৰ কথা লৈ কাৰো আগত কোনো অভিযোগ কৰা নাছিল ; কাৰণ অভিযোগৰ ঠাই নাছিল। তাই বিধবা, বিয়াৰ ছয় মাহৰ ভিতৰতে গিৰিয়েক পৰলোকলৈ গমন কৰিছিল—কাল সাপৰ দংশনত। বেউলাৰ নিচিনাকৈ গিৰিয়েকক লৈ কলৰ ভুৰত বহি উটি গৈ মৰা পতিক জীয়াই আনিব পৰা নাই। জানোছা এইটোৱে তাইৰ প্ৰধান অপৰাধ। হতভাগিনীৰ পোৱাকপালৰ ফালে চাই পৰিয়ালৰ কাৰো দুখ হ'ক চাৰি এই 'পতিক খোৱা ৰাক্ষসীয়ে' যে সকলো অমঙ্গলৰ কাৰণ সেইটো ধ্ৰুৱ ভাবি লৈ শাহুয়েকে বোৱাৰীয়েকৰ ওপৰত মৰ্মান্তিক প্ৰতিশোধ লৈছে।

সিদিনা শাহুয়েকে চিঞৰি কলে—"ওলাই যা ঘৰৰপৰা, নষ্টযাতী ! মোৰ পোৰ মুৰ খালি—এতিয়া আনবিলাকক খাবলৈহে ইয়াত আছ, —মৰিব নোৱাৰ ?"

মালতীয়ে ভাবে—"মৰণ নহয় কিয় ? মই মৰিলেই সকলোৰে শান্তি হয়।" হুমুনিয়াহ কাঢ়ে, চকুলো টোকে। তাৰ বাজে আন উপায় নাছিল। ওলাই যা বুলিলেই ওলাই যোৱা সহজ নহয়।

মালতীহঁতৰ ঘৰৰ কাষৰ ঘৰতে এটা ডেকা থাকে। তাৰ নাম মাধৱ। কলেজত কেইমাহমান পঢ়িছিল—পিছে খৰচৰ অভাৱত কলেজ এৰিবলৈ বাধ্য হৈছে। সি মালতীৰ শাহুয়েকৰ কথা শুনি শুনি অধৈৰ্য্য হৈ নিজৰ মাকক কলে—"আই কোৱাগৈচোন এনে-ভাৱে সদায় অত্যাচাৰ কৰা ভাল নে ? বুজাই কৰা ভাল কৰি।"

মাকে সেই কথা কাণ নকৰিলে। "লোকৰ কথালৈ তহঁতে মন কৰা ভাল নহয়" বুলি কৈ আপোন কামত মন দিলে।

মাধৱে ভাবি চালে, "কথা সঁচা। কৰিব লগীয়া একো নাই। কথা শুনোৱা, গটা মাৰি দিয়া, ইবোৰ নিত্য-নৈমিত্তিক কৰ্ম। মাজে সময়ে মাৰ সোধায়ো দিয়ে। কিন্তু লোকৰ বোৱাৰীক কাটকেই বা মাৰকেই তাত আনৰ কব লগীয়া কি আছে ? নাই একো অৱশ্যে।" পিছে তাইৰ প্ৰতি সহানুভূতি বাঢ়ি গৈ মাধৱৰ মনত আন ভাৱনা-চিন্তা দূৰলৈ গ'ল। কেনেকৈ মালতীৰ ওপৰত তাইৰ শাহুয়েকৰ অত্যাচাৰ বন্ধ কৰিব পাৰে সেই ভাৱনাতে সি দিন নিয়াব ধৰিলে; কিন্তু উপায় হলে একো উলিয়াব পৰা নাছিল। কাৰণ মালতীৰ লগত তাৰ দেখা হলেই তাই আঁতৰি যায়। এনে অৱস্থাত কিবা পৰামৰ্শ কৰিবলৈ সুবিধা-সুযোগ হৈ নুঠে।

ইফালে শাহুয়েকৰ খঙৰ মাত্ৰা ইমান প্ৰবল হৈ উঠিছিল যে, এদিনাখন মালীতক গটা মাৰি ঘৰৰ বাজ কৰি দিলেই—তাৰ ওপৰত তাইৰ কপালতে লাথি এটা সোধাই দি তাৰপৰা গুচি গ'ল। মালতীয়ে আৰু কি কৰিব পাৰে ? আন দিনাৰ নিচিনাকৈ চকুলো টুকিলে আৰু ভাবিবলৈ ধৰিলে—"এই সংসাৰৰপৰা এতিয়াই ওলাই—যি ফালে দুই চকু যাব সিফালে গুচি যাব গৈ, অদৃষ্টত যি আছে সিয়ে হ'ব। কিন্তু যায় কেনেকৈ ? তাইৰ ভৰা যৌৱন, পূৰা গাভৰু-



কাল। তাই জানিছিল—অন্ততঃ মানুহৰ চকুৰ নজৰ দেখি এইখিনি জ্ঞান লভিছিল যে, যি বয়সত বাপেকৰ বয়সীয়া মানুহেও ছোৱালীৰ পিনে এটা লোলুপ দৃষ্টি দিয়ে, ককাই-ভায়েকৰ বয়সীয়া মানুহ এনেকি ডেকা কাল পোৱা পুতেকৰ বয়সীয়া মানুহেও যি দৃষ্টিৰে চায়—তাইৰ এতিয়া সেই বয়স।

মালতীৰ বাপেক ঢুকাইছে, বহুত দিন হ'ল। একমাত্ৰ মাক জীয়াই আছে আৰু আছে তাইৰ এজন ককায়েক। অৱস্থা নিচেই বেয়া। সিও বহুত দূৰৈৰ বাট। লগত মানুহ নহলে যাব কাৰ লগত ? যিজনাৰ লগত যাব তাৰ ওপৰতনো বিশ্বাস কৰিব কেনেকৈ ? তাতকৈ এই তুচ্ছ দুৰ্ভগীয়া প্ৰাণ নৰখাটোৱে সকলোতকৈ ভাল। ইয়াকে ভাবি লাহে লাহে পুখুৰীৰ পাৰত গৈ উপস্থিত হয়।

তেতিয়া গধুলিৰ আন্ধাৰ আহি পৃথিবীৰ গাত এক 'কোট' কলা বৰণ সানি দিছে। মালতীয়ে মূৰৰ ওপৰৰ আকাশৰ ফালে চালে। উদাৰ অনন্ত আকাশ—তৰাবিলাকে চিক্-মিক্ কৰিছে। তলত মুখৰ আগত উদাৰ পুখুৰীৰ পানী—তাইক কোলাত ঠাই দিবৰ বাবে যেন শান্ত মূৰ্তি গ্ৰহণ কৰি আছে। তাই এখোজ দুখোজ কৰি পুখুৰীত নামিব ধৰিছে ; এনেতে পাছ ফালৰপৰা মাধৱে মাতিলে—"মালতী !" মালতী চক্ খাই উঠিল। পাছফালে চাই দেখিলে মাধৱ। মৰিবলৈ অহা মালতীয়ে এক মুহূৰ্ত্ততে সকলো পাহৰি গৈ ভয় খালে। অসময়ত অকলে মাধৱ তাইৰ ওচৰলৈ আহিছে, মানুহে দেখিলে কি ক'ব ? বিশেষকৈ শাহুয়েকে দেখিলে ৰক্ষা নাথাকিব। এতেকে একঁকাল পানীত নামিলগৈ।

আকৌ মাধৱে মাতিলে—"মালতী, মই তোমাক এটা কথা সুধিবলৈ আহিছো।" "কি কথা" বুলি মালতীয়ে সুধিলে। মাধৱে কলে, "তোমাৰ ওপৰত যি লাঞ্ছনা, যি অত্যাচাৰ চলিছে সিবোৰ মই সদায় দেখিছো। দেখিছো আৰু ভাবিছো কেনেকৈ মই তোমাক সহায় কৰিব পাৰো বুলি। তোমাৰ আয়েৰা জীয়াই আছে বুলি

শুনিছো। যাবা তালৈকে, নাইবা আন কোনো ঠাইলৈ? মই তোমাক সহায় কৰিম, যদি যোৱা?"

মালতীয়ে শুনিলে। শুনি ভাবিলে—"যেয়া নহয়। মৰিবলৈতো ওলাইছো। তাৰ আগতে এবাৰ আইক চাবৰ বৰ ইচ্ছা আছিল। যদি ইখিনি সহায় পোৱা যায় তেনেহলে মোৰ শেষ আশাটো পূৰণ হ'ব। পিছে মাধৱকনো কেনেকৈ বিশ্বাস কৰো? যদি আইৰ ঘৰলৈ নগৈ সি তাইৰ ৰূপ-যৌৱনৰ লালসাত আন ঠাইলৈ লৈ যায়—তেতিয়া কি উপায় হ'ব?"

মালতীক নিৰুত্তৰ দেখি আকৌ মাধৱে সুধিলে—"কি ভাবিছা উত্তৰ দিয়া?" কথা শুনিও মালতীয়ে একো মাতিব নোৱাৰিলে—অন্যমনস্কভাৱে অকল লাহেকৈ মূৰ জোকাৰি জনাই দিলে—যোৱা নহ'ব বুলি।......

মালতীৰ মৰা নহ'ল।

সিদিনাৰপৰা মাধৱক দেখিলে মালতীয়ে একেৰাহে চাই থাকে। স্নেহৰ কঙালী তাই! ইহ সংসাৰত অন্ততঃ এগৰাকী মানুহ আছে, যিজনে তাইৰ এই দুখত সহানুভূতি বা সমবেদনা দেখুৱায়। ক্ৰমাৎ তাইৰ মনত মাধৱৰ কাৰণে এটা আকৰ্ষণ উপজিল। ঘৰৰ কাযতে ঘৰ। অলপ ডাঙৰ কৰি মাতিলে শুনি। মাধৱৰ মাত কাণত পৰিলেই মালতীয়ে মন দি শুনে।

আনফালে মাধৱে যদিও মালতীক তাইৰ মাকৰ ঘৰলৈ লৈ যোৱা প্ৰস্তাৰত অসন্মত হোৱা দেখি অলপ আচৰিত হৈছিল, তথাপি তাইৰ ওপৰত খং কৰা নাই। কাৰণ সি জানে যে, অশিক্ষিতা গাঁৱলীয়া তিৰোতা কিয়, বহুত নগৰীয়া তিৰোতায়ো নানা লাঞ্ছনা-গঞ্জনা ভোগ কৰিও নিজৰ অদৃষ্টক ধিক্কাৰ দি সান্ত্বনা লভিবলৈ চেষ্টা কৰে। গতিকে মালতীৰ এই নিশ্চেষ্টতাৰ ওপৰত তাৰ বেজাৰ কৰিবৰ একো নাই।

মালতীৰ ওপৰত অত্যাচাৰ সমানভাৱেই চলিছে। কিন্তু



মাধৱৰ লগত কথা হবৰ দিনৰেপৰা তাই আৰু চেষ্টা বা চিন্তা কৰা নাছিল। এতিয়া অত্যাচাৰৰ মাত্ৰা বাঢ়িলেই তাইৰ মনত পৰে মাধৱৰ কথা। লগতে আপচোচ আহে—কিয় মাধৱৰ লগতে সিদিনা তাই গুচি নগ'ল—?......

চাউলত আছিল শিল-গুটি আৰু বালি। শাহুয়েকে আজি নিশা মালতীক ভাত খাবলৈ নিদি গোবৰ খাবলৈ দিলে। দোষ তাইৰ নোহোৱা কথাতে। মালতীয়ে ভাবিলে—ৰাতি বহুত হৈছে! ধাৰাষাৰে বৰষুণ দিছে। নিশা যেতিয়া সকলোৱে শুলে, মালতীয়ে তেতিয়া হাতত সাৰে ভৰিত সাৰে ঘৰৰপৰা ওলাই মাধৱহঁতৰ ঘৰত গৈ উপস্থিত হ'ল। মাধৱে তেতিয়া চাকি লগাই এখন কিতাপ পঢ়িবলৈ ধৰিছিল। এনেভাৱে তাই যে আহিব পাৰে মাধৱে কল্পনাতো ভবা নাছিল। আচৰিত হৈ সি সুধিলে—"মালতী তুমি আহিছা?" মালতীয়ে ততালিকে কলে, "এবা পলম নকৰিবা। এতিয়াই গুচি যাওঁ বলা।" মনমোহিনী মূৰ্ত্তি মাধৱে দেখিলে; বৰষুণত মালতীৰ গাৰ কাপোৰ তিতি গৈছে।

মাধৱে যদিও মালতীক দেখি ভাল পাইছিল, তথাপি তাইৰ কথা শুনি দোধোৰ-মোধোৰত পৰি গ'ল। কাৰণ সি এতিয়াই তাইক লৈ যাবৰ বাবে সমূলি সাজু নাছিল। অলপ চঞ্চল হৈ উত্তৰ দিলে—"তুমি আহিছা। এতিয়াই ওলাওঁ কেনেকৈ? মোক আগেয়ে অলপ খবৰ দিব লাগিছিল সাজু হবৰ কাৰণে। কালিলৈ এইখিনি সময়ত ওলোৱা যাব। টকা-পইচা লব লাগিব, বহুত দূৰৰ বাট।" মালতীয়ে অকণো বাট চাব নোৱাৰে। তাই ঘৰৰপৰা ওলাইছে। ই কথা শাহুয়েক বা ঘৰৰ আন মানুহে গম পাবৰ বহুত আগতে তাই বহুত দূৰ বাট গুচি যাব লাগিব। গতিকে বৰ ব্যস্ত হৈ উঠিল। কাকুতি কৰি কবলৈ ধৰিলে, "মোৰ আৰু উভতিবৰ উপাই নাই। ওলাইছো যেতিয়া ওলাইছোয়েই। তুমি মোৰ সহায় হবা বুলিহে এনেখন সাহস কৰিছিলো। মাধৱ তোমাৰ ভৰিত ধৰিছো, মোক

ৰক্ষা কৰা। মোক আইৰ ঘৰলৈ লৈ যোৱা নাইবা আন কোনো ঠাইলৈ লৈ যোৱা। তুমি মোক যিহকে কোৱা তাকে শুনিম— মোৰ তাত যিহকে খোজা ভাগ্যত কুলালে মই তাকে দিম। মোক ৰক্ষা কৰা—মোক বধ নকৰিবা।"

মাধৱ বৰ মস্কিলত পৰিল। তাৰ কথাতে নিৰ্ভৰ কৰি মালতী ইমানখিনি সাহ কৰি ওলাইছে—এতিয়া তাইক সহায় নকৰিলে নিচেই কাপুৰুষালি হয়। তাইৰ ওপৰত যি অত্যাচাৰ চলিছে, তাৰ হাতৰপৰা ৰক্ষাৰ এনে এটা সুযোগ। সকলোৰে ওপৰত আজি এই অসহায় গাভৰু তাৰ সহায়ৰ আশাত। তাইৰ যি কিছু আছে সকলো নিজৰ ইচ্ছাত অৰ্পিবলৈ সাজু—সেই কথাৰো ইংগিত কৰিলে। কিন্তু উপায় কি? দীঘলীয়া বাট যাবৰ কাৰণে টকা-পইচাৰ দৰকাৰ। সিবোৰ এতিয়া কেনেকৈ বন্দোবস্ত হ'ব? সি কলে—"টকা-পইচা কেইটামান নহলে ওলাওঁ কেনেকৈ? তুমি আজি যেনে তেনে উভতি গৈ ঘৰত থাকা। কালিলৈ এটা কিবা কৰিম। নহলে ৰাতি পুৱাবৰ সময়ত ঘৰলৈ যাবা, এতিয়া ইয়াতে থাকা।" কথাৰ লগে লগে তাইৰ হাতত ধৰি টানি বিছনাৰ ওচৰলৈ লৈ গ'ল।.....

এইখিনি সময়তে মালতীহঁতৰ ঘৰৰ ফালে অলপ গোলমাল উঠিল। মানুহবিলাকে চাকি, লেম আদি লৈ ইফালে সিফালে লৰা-ঢপৰা আৰম্ভ কৰিলে। দুজনমান মানুহ অলপ দূৰলৈ গলেও আনবিলাকে মাধৱহঁতৰ চাৰিওফালে ঘূৰাপকা কৰিবলৈ ধৰিলে। এগৰাকী মানুহ আহি মাধৱৰ মাকক মাতি সুধিলে—'সংখাৰ' আছে নে নাই বুলি। মালতীৰ কথা সুধিবলৈ সাহ নহ'ল। কাৰণ বোৱাৰী নাই বুলি শুনিলে সমাজত গোলমাল হব পাৰে। মাধৱৰ মাকে একো নেজানে। গতিকে অলপ 'সংখাৰ' উলিয়াই দিলে। সি যিয়ে নহওক সিহঁতৰ ঘূৰাপকা দেখি মাধৱ আৰু মালতীৰ দুয়োৰে বুজিবলৈ বাকী নাথাকিল যে মাধৱৰ ওপৰত সিহঁতৰ সন্দেহ হৈছে।

মালতীৰ অন্তৰাত্মা শুকাই গ'ল। মাধৱৰো সেয়ে। কি কৰিব



একো ঠিক কৰিব নোৱাৰি চাকি নুমাই দি টোপনিৰ ভাও জুৰিলে। তাৰপৰা বাজত ঘূৰি ফুৰা মানুহবিলাকৰ সন্দেহ বাঢ়ি গ'ল।

মাধৱে দেখিলে, মানুহবিলাকে বৰযুণৰ কোবত আকৌ মালতীহঁতৰ ঘৰৰ চালত উঠি ভাল পোহৰ কৰি সিহঁতৰ ফালে দৃষ্টি দি ৰ'ল। মালতী তেতিয়া ঘৰৰে এচুকত আছিল। মাধৱে তাইৰ গাত হাত দি বুজিব পাৰিলে, তাই ভয়ত কঁপিব ধৰিছে। মাধৱে আনে যাতে নুশুনে তেনেকৈ ফুচ্‌ফুচাই তাইক কলে—"দেখিছা বিপদ, এতিয়া কি কৰিবা?"

মালতীয়ে ঠিক তেনেকৈ ফুচ্‌ফুচাই উত্তৰ দিলে—"কি আৰু কম? মোক আশ্ৰয় দিয়া, তোমাৰ ইয়াতে থাকিম।"

মাধৱে সেই কথা শুনি ভয় খালে—"সি কেনেকৈ হব পাৰে? তোমাক ঠাই দিলে কালিলৈ পুৱা উঠি সকলোৱে জানিব তুমি ইয়াতে আছা বুলি। তেতিয়া মহা গোলমাল হ'ব। মই কওঁ, তুমি অকলে ওলাই যোৱা। পিছত মই গৈ লৈ আহিম, নাইবা তোমাৰ মাৰাৰ ঘৰত থৈ আহিম গৈ।"

মালতীয়ে কাবৌ কৰি কলে—"কাৰ ঘৰলৈ যাম? কোনে মোক আশ্ৰয় দিব? তোমাৰ কথাতে সাহ কৰি ওলাইছো, এতিয়া মোক এনেকৈ বিদায় নিদিবা।"

মাধৱে মালতীৰ হাতত ধৰি কলে—"নহয় মালতী, ভাবি চোৱা! তুমি ইয়াত থাকিলে আমাৰ দুয়োৰে বিপদ। সেই নিমিত্তে কৈছো, তুমি আজিৰ নিশাটো আন ঠাইত থাকা গৈ।"

মালতীয়ে খং কৰি কলে,—"সি হব নোৱাৰে। মই কেতিয়াও ইয়াৰপৰা কলৈকো নাযাওঁ। বৰ মৰমিয়াল হৈ মোৰ আইৰ ঘৰলৈ নিওঁ বুলি ফাঁকি দি ফুচলাইছিলা নহয়? যি হয় হ'ব, মই নাযাওঁ কলৈকো।" ইয়াৰ লগে লগে মজিয়াতে ভাল কৰি বহিল।

মাধৱে প্ৰমাদ গণিলে। গাওঁৰ মাজত সি এগৰাকী সৎ চৰিত্ৰৰ শিক্ষিত ডেকা বুলি জনাজাত। তাৰ উপৰি মালতীৰ শাহুয়েকহঁতৰ

লগতো অলপ কিবা সম্পৰ্ক লগা। ওচৰ চুবুৰীয়া গাভৰু ছোৱালীক ফুচুলাই ফুৰাটো অপবাদ। এনে অৱস্থাত তাৰ অৱস্থা জীৱন্তে মৰাৰ নিচিনা হ'ল। মালতীৰ হাত-ভৰিত ধৰি কলে—"মালতী মোক ৰক্ষা কৰা। মোৰ মহা বিপদ। পুৱা উঠি কাৰো তাত মই মুখ দেখুৱাব নোৱাৰিম। তাৰ উঁপৰিও তোমাৰ শাহুয়েৰা মোৰ চিৰশত্ৰু হৈ থাকিব। ৰক্ষা কৰা—তুমি ওলাই যোৱা ঘৰৰপৰা।"

মালতীয়ে চকুলো টুকিবলৈ ধৰিলে। কিন্তু উত্তৰ দিলে গৰ্জন কৰি—"তই মুখ দেখুৱাব নোৱাৰ আৰু মই তিৰোতা হৈ মুখ দেখুৱাব পাৰিম? আক্কেল নোহোৱা। তই অকল লাজৰ ভয় কৰিছ আৰু মই হেৰুৱাব লাগিব জাত-কুল-মান সকলোখিনি—জ্ঞান নাই? ব'ল আইৰ ঘৰ বুলি। মই তোৰ ইয়াত থাকিম বুলি ওলাই অহা নাই।"

মাধৱ তাতো ৰাজি নহয়। টকা-পইচা নোহোৱাকৈ দূৰৈৰ বাটত যাব নোৱাৰেই, তাৰ উপৰিও তাৰ ভয় যে, এতিয়া তাইৰ লগত গলে মানুহে সন্দেহ কৰিব—সিয়ে মালতীক লৈ গুচি গৈছে বুলি। সি যিয়ে নহ'ক, উপায় নোহোৱাত শেষত মালতী মান্তি হ'ল—বৰ্ত্তমানে ঘূৰা-পকা কৰি গৈ তিনি মাইলমান বাট আগবাঢ়ি থাকিব। পুৱা মাধৱে গৈ তাইক লৈ যিফালে হ'ক গুচি যাব। নহলে মালতীৰ অন্তৰ্দ্ধানৰ লগত মাধৱৰ সম্পৰ্ক প্ৰকাশ হ'ব। তাৰপৰা দু'জনকে বিচাৰি উলিওৱা সহজ হ'ব।

মালতীক ঘৰৰপৰা উলিয়াই দি মাধৱ কিছু পৰিমাণে নিশ্চিত হ'ল। কাৰণ তাৰ ঘৰত মালতীক ধৰা পেলালে মহা কু-কাণ্ড হৈ ব'লহেঁতেন। এতিয়া তাইক কোনোবাই ধৰিলে ধৰিব, তাত মাধৱৰ দায়-দোষ একো নহ'ব। পিছে প্ৰাৰ্থনা কৰিবলৈ ধৰিলে—ভগৱানে যেন তাইক ৰক্ষা কৰে। কোনেও যেন তাইক ধৰিব নোৱাৰে। নহলে তাইৰ ওপৰত অত্যাচাৰ বাঢ়ি যাব। জানোচা জীয়াই নাৰাখিব। তাৰ ওচৰত মালতী এগৰাকী ৰূপহী গাভৰু। সচৰাচৰ



য'তে ত'তে এনে ধুনীয়া তিৰোতা দেখিবলৈ পোৱা নাযায়। আৰু পোৱা যায়ো যদি তাইক আপোন কৰি লবৰ এনে সোণালী সুযোগ বহুত কম মানুহৰে অদৃষ্টত ঘটে। যদি মালতী ধৰা নপৰে তেনেহলে তাইক বিচাৰি উলিয়াই পোন প্ৰথমে তাইৰ মাকৰ ঘৰলৈ যাব; তাৰ পিছত তাইক লৈ নগৰ বুলি বা ভাটী দেশৰ ফালে গুচি গৈ জীৱনৰ বাকী দিনকেইটা সুখে কটাব। মালতীৰ মনোমোহা ৰূপৰ মাধুৰী লৈ মাধৱে আকাশত সোণালী ঘৰ সাজিব ধৰিলে।...

মাধৱৰ মাকে সৎখাৰ উলিয়াই দিয়াৰেপৰা কাণ থিয় কৰি আছিল। তেওঁ শুনিছিল—মালতীৰ অলপ পেটৰ অসুখৰ দৰে হৈছে, সেই কাৰণে খাবৰ দৰকাৰ। খাৰ খাই কোনো উপকাৰ দিলে নে নাই জানিবৰ বাবে বিশেষ উৎসুক হৈছিল—বিশেষকৈ মালতীৰ নিচিনা ধুনীয়া মৰম লগা নিৰ্য্যাতিতা ছোৱালীজনীৰ কাৰণে। বিশেষ টান কিবা নহলে যে তাইৰ কাৰণে শাহুয়েকে দৰব বিচাৰিবলৈ পঠাব সি কথা সম্ভৱ হব নোৱাৰে। এতেকে তেওঁ মন কৰিলে—এই বিপদত এবাৰ তাইক চাই অহাই ভাল। নহলে তেওঁৰ ল'ৰা মাধৱে হোমিওপ্যাথিক দৰব ৰাখে, তাকে মাতি লৈ যাব। এই ভাবি দুৱাৰ খুলি ওলাই দেখে—মাধৱৰ ঘৰৰ চাকিৰ পোহৰ নাই; কিন্তু মালতীহঁতৰ ঘৰত চাকিৰ পোহৰ আৰু কিছু মানুহ গোট খাইছে। তাৰপৰা কথা-বতৰাৰ শব্দ আহিছে। মাকে ভাবিলে, জানোছা মাধৱ তালৈ গৈছে, নহলে নিতৌ বহুত নিশালৈকে সি কিতাপ পঢ়ে। আজি এতিয়াই চাকি নুমাইছে কিয়?—মালতীৰ শাহুয়েকৰ সৎখাৰ নিয়াৰ প্ৰকৃত উদ্দেশ্য আছিল—মাধৱহঁতৰ ঘৰত মালতী আছিল নে নাই তাকে চাই যোৱা। কাৰণ কিছুদিনৰপৰা মালতীয়ে মাধৱৰ কথাৰ সুৰ শুনিলেই অলপ অন্যমনস্ক হোৱা আদি কিছুমান চাঞ্চল্যৰ চিন প্ৰকাশ কৰিছিল বুলি তাইৰ ওপৰত কিছু কিছু সন্দেহ হবলৈ ধৰিছিল। মাধৱৰ মাকে সিবোৰ একো নাজানে— গতিকে মালতীৰ টান বেমাৰ ভাবি তেতিয়াই তাইহঁতৰ ঘৰৰ ফালে

গ'ল। মালতীৰ শাহুয়েকে "মালতী টোপনি গৈছে—অলপ ভাল পাইছে" বুলি তেওঁক বিদায় দিলে ; কিন্তু সেই ঘৰৰে আন এগৰাকী তিৰোতাই মাধৱৰ মাকক আনে নুশুনাকৈ কলে—"মালতী ঘৰত নাই—ক'ৰবালৈ গৈছে।"

কথা শুনি ততালিকে মাধৱৰ মাকে ঘৰলৈ আহি মাধৱক মাতিবলৈ ধৰিলে। মাধৱে তেওঁক ওলাই যোৱা গম পাইছিল, আকৌ অহাও গম পায়। তথাপি টোপনি যোৱা ভাও জুৰি মনে মনে থাকিল। পুতেকে সাৰ নাপায় যেন দেখি তেওঁ যেতিয়া নিজৰ শোৱা ঘৰলৈ আগ বাঢ়িছে তেতিয়া মাধৱে উঠি দুৰ্ঘোৰ টোপনিৰপৰা সাৰ পোৱাৰ দৰে কথা কবলৈ ধৰিলে—"কোন আইতা নে? কিয় মাতিছা?"

মাধৱৰ মাকে কলে—"এৰা শুনিছা। সিহঁতৰ মালতী ঘৰত নাই। ক'ৰবাত পলালে নে খালে-দোঙে পৰি মৰিলেই?"

মাধৱে আচৰিত হোৱাৰ ভাব দেখুৱাই সুধিবলৈ ধৰিলে—"সঁচানে? কলৈ গ'ল? ভাল ছোৱালী তাই—পলাই যাব পাৰেনে? আৰু মৰিবনো কি কাৰণে?"

মাধৱৰ মাকে কলে—"কি কাৰণে? ছোৱালীজনী মৰিলেই ৰক্ষা পৰে। দেখিছো বহুত, পিছে তাইৰ শাহুয়েকৰ নিচিনা তিৰোতা মই কতো দেখা নাই। একোবাৰ ইচ্ছা হৈছিল—তাইক বুদ্ধি দি ঘৰৰপৰা উলিয়াই দিওঁ। ভগৱানৰ কাম বাসুদেৱে কৰিলে।"

মালতীৰ প্ৰতিকাৰৰ সহানুভূতি দেখি মাধৱে মনে মনে থাকিব নোৱাৰিলে। কলে—"আই, তাই পলাই গৈছে, ভয় নাই একো।"

মাকে আচৰিত হৈ সুধিলে—"তই গম পালিনো কেনেকৈ?" মাধৱে কোনো কথা গোপন নকৰি সকলো কথা অকপটে কলে। নকলে অকল পুখুৰীৰ পাৰত হোৱা কথাখিনি আৰু নিজৰ অন্তৰত প্ৰেমৰ জুই জ্বলাৰ কথাখিনি। কিন্তু মাধৱৰ মাক বৰ চালাক তিৰোতা।



কথাৰ ভাবতে ল'ৰাৰ অন্তৰৰ কথা বুজি পালে। বিৰক্ত হৈ তেওঁ কবলৈ ধৰিলে—"লোকৰ জীয়ৰী-বোৱাৰীৰ ভাল বেয়া যি কোনো কথাতে তোক লাগিবলৈ হাঁক দিছিলো নহয়। এইবোৰ কি কথা? কোনোবাই পলায়—নে আত্মঘাতী হয়—হ'ক গৈ। তোৰ ওচৰলৈ আহে কিয়? মই নেদেখিলো, গম পালে জোতাৰে কোবাই উলিয়াই দিলোহেঁতেন।"

মাধৱৰ উৎসাহ বহুখিনি কমি গ'ল। অলপ পৰ থাকি কলে—"তাইৰনো দোষ কি আই? যি জ্বালা, যি যন্ত্ৰণাত পৰি এই ঘৰ এৰি গুচি গৈছে সি কথা তুমি জানাই। মোৰ ওচৰলৈ আহিছিল সহায়ৰ বাবে। লোকৰ সহায় নহলে—একো কৰিব নোৱাৰে; গতিকে তিৰোতাক অবলা বোলে।"

মাকৰ বিৰক্তি নুগুছিল। মাকে কলে—"অবলা হ'ক, সবলা হ'ক, মৰিবলৈ আন ঠাই পোৱা নাছিল? ইয়াত কিয়? তাই ইয়াৰ ভিতৰত আছে, এই কথা শুনিলে কিমান গোলমাল হ'ব সেই কথা ভাবি চাইছ নে?"

মাধৱে দেখিলে, এইবোৰ গোপন কথা মাকৰ আগত প্ৰকাশ কৰাটোৱে মূৰ্খামি হৈছে। এতিয়া কথা উত্তৰা উত্তৰি কৰি থকাৰ একো লাভ নাই; বৰং মাকৰ খং বঢ়োৱাহে হ'ব। সি মাকৰ মুখৰ ফালে একেৰাহে চাই ৰ'ল। মাকৰ কথাও নিতান্ত সঁচা; কিন্তু যিটো ঘটি গৈছে তাৰ আৰু প্ৰতিকাৰ কি?

মাকে দেখিলে মাধৱে একো নামাতে। তেওঁ অলপ কিবা ভাবি সুধিলে, "তই সঁচা কথা কচোন—তাইক ফুচুলাইছিলি নে নাই?"

মাধৱে ভাবিলে, সত্য গোপন কৰি একো লাভ নাই। গতিকে পুখুৰীৰ পাৰত হোৱা কথাখিনি খুলি কলে। মাধৱৰ মাকে অলপ গহীন হৈ ভাবি চালে। অত্যাচাৰৰ নমুনা দেখি তেওঁ নিজেই মালতীক ফুচুলাবলৈ মন কৰিছিল কেতিয়াবা কেতিয়াবা। সিবোৰ

কথা মনত কৰিলে। বুজিলে, ডেকা মানুহৰ কোমল প্ৰাণত সহ্য হোৱা নাই কাৰণে মাধৱে মালতীৰ লগত পুখুৰীৰ পাৰত কথা পাতিছিল। এই কথা নাপাতিলে বা তাইৰ মাকৰ ঘৰত থৈ আহিবৰ প্ৰলোভন নেদেখুৱালে ইমান দিনে তাই গলত ৰচী লগাই নাইবা পানীত পৰি মৰিলহেঁতেন। আকৌ তেওঁৰ সহানুভূতি মালতীৰ ওপৰত পৰিল। তেওঁ কলে—"ইচ্ বেচেৰী! আহিছিল যেতিয়া, মোক মাতি নগল কিয়? মই তাইক লুকাই থলোঁহেঁতেন। পিছে সুবিধা বুজি এদিনাখন তাইৰ মাকৰ ঘৰলৈ পঠালোহেঁতেন।"

সুযোগ বুজি মাধৱে মালতীৰ হৈ অলপ মুক্তিয়াৰি আৰম্ভ কৰিলে। সি কলে—"তোমাৰ ওচৰলৈ নিশ্চয় গ'লহেঁতেন। পিছে চাকি দেখি মোৰ ঘৰতে আগে সোমাইছিল হব পায়।"

মাধৱৰ মাকে কবলৈ ধৰিলে—"তাইক অকলে খেদি দিয়াটো ভাল হোৱা নাই। বাৰু যি হবৰ হৈ গৈছে, এতিয়া কোন ফালে কিমান দূৰলৈ গ'ল?"

মালতী ওলাই গৈছে পোনে পোনে। কিন্তু বাৰীৰ বাটলৈ গৈ কোন বাট ধৰিলে মাধৱে ভাল কৰি দেখা নাছিল। অনুমানৰ ওপৰত কলে—"বোধ কৰো আলি ধৰি পোনে পোনে গৈছে।"

মাকে কলে—"যাচোন চাইকেলখন মাৰি। পিছে বৰষুণত চাইকেল চলাবি কেনেকৈ? তাতকৈ খোজ কাঢ়ি যা। পালেই লৈ আহিবি। যেনে তেনে তাইক লুকাই ৰাখিম। পিছত সুবিধা মতে এটা ব্যৱস্থা কৰা যাব।" পিছত অলপ ভাবি কলে—"নহয় নহয়, তাইক লুকাই ৰখা টান হব। পাঁচটা টকা লৈ যা। তাইক লৈ গৈ মাকৰ ঘৰত থৈ আহিবি।"

মাকৰ অনুমতি পাই মাধৱৰ সাহ হ'ল। পলম নকৰি ততালিকে ওলাল। তেতিয়া বৰষুণ এৰিছে। হাতত এটা টৰ্চ ললে। মালতী-হঁতৰ ঘৰৰ মানুহবিলাকে ঘূৰা পকা এৰি দিলেও এজন মানুহে মাধৱৰ থকা ঘৰৰ জোলোঙাইদি লুকাই মাক আৰু পুতেকৰ কথা শুনিবলৈ



ধৰিছিল। সেই কথা কোনেও গম নাপালে। মাধৱৰ পাছে পাছে সিও যাবলৈ ধৰিলে।

মাধৱে ভাবিছিল, মালতীয়ে তাইৰ মাকৰ ঘৰৰ বাটে বাটে গৈছে বুলি। এই দুৰ্যোগৰ নিশা, যদিও তাইৰ পলাবৰ বাবে বৰ সুবিধা আছিল তথাপি অকলে তাইৰ ইমান বাট যাবলৈ সাহ হোৱা নাছিল। মেঘৰ গাজনি তেতিয়াও চলিছে ঘনে ঘনে। মাধৱে 'পানীকোট' এটা গাত দি আগে আগে গৈ আছে, পিছে পিছে সেই চোৰাংচোৱা। বাটত আন কোনো নাই। এনে বিষম দুৰ্যোগৰ দিনত বিনা দৰকাৰে ঘৰ এৰি ওলায়নো কোন?

বিজুলীৰ পোহৰত দেখা গ'ল, অলপ আঁতৰত আলিবাটৰ ওপৰত কাপোৰ পিন্ধা কোনোবা এগৰাকী। মাধৱৰ বুজিবলৈ পলম নহ'ল—ই মালতীৰ বাজে আন কোনো নহয়। তাৰ ইচ্ছা হ'ল চিঞৰি মাতে। পিছে জানোচা কোনোবাই শুনে? ইয়াকে ভাবি নেমাতিলে—বৰ বেগেৰে খোজ কাঢ়ি যাবলৈ ধৰিলে। আকৌ বিজুলীয়ে এক মুহূৰ্ত্তৰ কাৰণে পোহৰ কৰিলে। এবেলি মাধৱে দেখিলে সেই বগা কাপোৰ পিন্ধা মানুহ গৰাকী নিচেই ওচৰত। তেতিয়া সি বুজি পালে মালতীহে উভতি আহিব ধৰিছে। নহলে দূৰৈত থকা মানুহ ওচৰলৈ আহে কেনেকৈ? আকৌ বিজুলী চমকালে—মূৰ্ত্তি নিচেই ওচৰত দেখি মাধৱে মাতিলে, "কোন, মালতী?"

"নহয় মইহে"—মতা মানুহৰ উত্তৰ আছিল। কথাৰ স্বৰ তেনেই পৰিচিত যেন লাগিল মাধৱৰ কাণত। আকৌ সুধিলে—"তুমি কোন?" লগতে 'টৰ্চ' টিপামাৰি আগন্তুকৰ মুখৰ ওপৰত পোহৰ পেলালে।

''মই মধু'' উত্তৰ হ'ল।

মাধৱে চক খাই উঠিল। ভয়ত তাৰ প্ৰাণ উৰি যোৱাৰ নিচিনা হ'ল। মধু মালতীৰ মৰা গিৰিয়েকৰ নাম। হুবহু মধুৰ আকৃতি,

কথাৰ সুৰো অবিকল মধুৰ নিচিনা। তাৰ প্ৰেতাত্মা ভাবি মাধৱে উৰ্দ্ধশ্বাসে লৰ মাৰিলে "মৰিলো" বুলি। চোৰাংচোৰা অকণো প্ৰস্তুত নাছিল—এই অস্বাভাৱিক ঘটনাৰ বাবে। মাধৱে গৈ তাৰ লগত ধাক্কা খোৱাত দুয়ো মাটিত বাগৰি পৰিল। মাধৱে ভাবিলে, ভূতে পালে। চোৰাংচোৰাই ভাবিলে, তাক মাধৱে ধৰিলে। দুয়ো চিঞৰিবলৈ ধৰিলে প্ৰাণৰ আতঙ্কত।

* * *

মধুক খাইছিল কালসাপে। পিছে বিহৰ কোবত জ্ঞানহাৰা হলেও তাৰ কাল হোৱা নাছিল। দেশৰ দস্তুৰ, সৰ্পাঘাতত মৃত্যু হলে পুৰিব নাপায়। কলৰ ভুৰত উটাই দিব লাগে। মৰা বাহি কৰি ৰখা স্বাস্থ্যৰ পক্ষে বিপদজনক, অথচ ঠিক মৰি যোৱাৰ সকলো লক্ষণ প্ৰকাশ হলেও বহুত সময়ত মানুহ জী উঠে কাৰণে সংসাৰত এনে দস্তুৰ হৈছে হব পায়।······

মধুৱে দেখিলে সি এগৰাকী সন্ন্যাসীৰ আশ্ৰয়ত। নৈৰ ঘাটত ভুৰ আহি লগাত তাক দেখি সন্ন্যাসীয়ে বহু পৰিশ্ৰমেৰে জীয়াই তুলিছে। জ্ঞান পোৱাৰ লগে লগে মধুৱে ঘৰলৈ যোৱাৰ মন কৰিছিল; কিন্তু সন্ন্যাসীয়ে হাক দিলে—"এতিয়াই নহ'ব। তিনি বছৰলৈকে তোমাৰ ৰাহুৰ দোষ আছে। ইয়াৰ ভিতৰত তোমাৰ ঘৈণীয়েৰা, মাৰা বা আন কোনো আত্মীয়ৰ লগত দেখা কৰা নিষেধ। সময় হলেই মই তোমাক কম।"

তিনি বছৰৰ মূৰত সন্ন্যাসীৰ আশীৰ্বাদ লৈ মধুৱে ঘৰ বুলি উভতিছে। গধুলিৰ আগতে ঘৰ পাৱৰ কথা। পিছে পলম হ'ল নৈ পাৰ কৰা নাৱৰ নাৱৰীয়াৰ বিভ্ৰাটত। তাৰ পিছতে বাটত বৰষুণৰ কোবত এগৰাকী মানুহৰ ঘৰত আশ্ৰয় লবলৈ বাধ্য হৈছিল। গিৰিহঁতে আজিৰ নিশাটো তাতেই কটাবলৈ অনুৰোধ কৰিছিল। সি গাস্তিও হৈছিল। কিন্তু মধুৰ মন ঘৰৰ চিন্তাত এনে উতলা হৈছিল যে, তাৰ পক্ষে বাটত নিশাটো কটোৱাও অসম্ভৱ হ'ল। তাৰ মনত



ভাব হল, যেন ঘৰত কিবা হৈছে—ঘৈণীয়েকক বা মাকক লগ পায় কি নেপায়? দুৰ্যোগ এঁৰিছে দেখি পলম নকৰি আকৌ ঘৰমুৱা হ'ল।

মালতীয়ে মাধৱৰ ঘৰৰপৰা ওলাই বেগাই অলপ দূৰ বাট গৈছিল। নিশা ঘোৰ আন্ধাৰ। মাজে মাজে বিজুলী চমকিছে। তাতে যি মুহূৰ্ত্তৰ কাৰণে পোহৰ হৈছে তাৰপৰা ধৰণীৰ বুকু যেন আগতকৈ বেছি আন্ধাৰহে হৈছে। মালতীয়ে "এই অনন্ত আন্ধাৰত নিজৰ দুখৰ বোজা লৈ যাব কলৈ? ঘৰ এৰিলেই অদৃষ্টৰ হাত সাৰিব পাৰিনে? বাটতে যে কোনো বিপদ নহব তাৰেইনো প্ৰমাণ কি? বাটৰ কাষৰ এজোপা ডাঙৰ গছৰ তলত থিয় হৈ বহুত পৰ ভাবিলে। ভাবিলে, তাইৰ এই ঘৰতে সুখৰ আৰম্ভণি আৰু এই ঘৰতেই তাইৰ শেষ দুখৰ আৰম্ভণি। আন কলৈনো যাব? এই ঘৰতে জীৱনৰ শেষ কৰি নেপেলায় কিয়? পিছে সেই শেষৰ দিন আহিবনো কেতিয়া? যিমানেই পলম হ'ব সিমানেই যন্ত্ৰণা বাঢ়িব—মানসিক শাৰীৰিক দুয়ো ফালে। পলম কৰা আৰু নহ'ব—ক'তো যোৱাও নহব। মাধৱক বৰ আশা কৰি ওলাইছিলো; কিন্তু স্বাৰ্থপৰ জগৎ। মা-ককাই জীয়াই আছে। এবাৰমান চাবৰ ইচ্ছা হয়—পিছে তেওঁলোকে মোৰ অদৃষ্টৰ দুখ গুচাব পাৰিবনে? নাই, কোনেও নোৱাৰে। কেৱল তেওঁ-লোকক দুখৰ ভাগ দিয়া হব মাথোন। মোৰ প্ৰাণৰ দেৱতা আছে সিপুৰীত। তেওঁ আজি মোৰ কাণ্ড দেখি নিশ্চয় হাঁহিছে। ই বিজুলীৰ চমকনি নহয়, তেওঁৰে ভ্ৰুকুটী, কুটিল হাঁহি মাথোন। মই যাম তেওঁৰ তালৈ।"······

মালতীয়ে উভতিলে। কোনেও নেদেখাকৈ আত্মগোপন কৰি ঘৰৰ ওচৰৰ পুখুৰীপাৰলৈ আহিল। আকৌ এবাৰ মাকৰ কথা মনত পেলালে। আকৌ তাইৰ প্ৰাণৰ মায়া হ'ল। এনেতে বিজুলীৰ পোহৰত দেখিলে এগৰাকী মানুহ। মধু আহি ওলাইছিল; পিছে তাক তাই চিনিব নোৱাৰি ভাবিলে—"মাধৱে তাইক আকৌ ফুচুলাবৰ

বাবে আহিছে, তাইক সৰ্ব্বনাশ কৰিবৰ কাৰণে—তাইক অনন্ত নৰকৰ বাটত লৈ যাবৰ কাৰণে।" তাই পলম নকৰি "আই সতীশ্বৰী কামাখ্যা ৰক্ষা কৰা" বুলি পুখুৰীৰ পানীত জাপ মাৰি পৰিল।

মধুৱে দেখিলে, কোনোবা তিৰোতা এগৰাকী পানীত পৰিল। সি পলম নকৰি তাইক উদ্ধাৰ কৰিবৰ কাৰণে পানীত জাপ মাৰিলে।

## ভাগ-বাটোৱাৰা

শৰৎ আৰু হেমন্ত দুই সহোদৰ; কিন্তু দুয়োৰে প্ৰকৃতি অছিল ঠিক বিপৰীত। ককাই শৰৎ—অদৃষ্টবাদী। গতিকে অলপতে সন্তুষ্ট আৰু এলেহুৱা। দেউতাকে অলপ মাটি-বাৰী কিনি থৈ গৈছিল। সেইখিনি চলাই যোৱাৰ উপৰিও জাহাজ কোম্পানীৰ কেৰাণীগিৰি কৰে। তাতে যি সামান্য পায় তাৰেই ঘৰখন চলোৱাৰ বাহিৰে ভায়েকক ভাল কৰি পঢ়াই-শুনাই আৰু এটা ডাঙৰ চাকৰি দিয়াই সংসাৰখন সুখৰ কৰি তোলে—এয়ে ইচ্ছা; কিন্তু হেমন্তৰ পঢ়া-শুনাত অকণো মন নাছিল। ক্ৰমান্বয়ে তিনিবাৰ চেষ্টা কৰিও প্ৰবেশিকা পৰীক্ষাকে পাছ কৰিব নোৱাৰিলে।

তথাপি উচ্চ আশা তাৰ ডেকাকলীয়া মনৰপৰা নগল। অদৃষ্টৰ ওপৰত নিৰ্ভৰ কৰি নাথাকি স্বাধীনভাৱে উপাৰ্জ্জন কৰিব পাৰে নে নোৱাৰে তাৰ বাবে চাৰিওফালে খবৰ লৈ ফুৰিবলৈ ধৰিলে।

ককায়েকে দেখিলে, ভায়েকৰ অদৃষ্ট নিতান্ত মন্দ। লিখা-পঢ়া নিশিকিলে। এতিয়া কতো চাকৰিৰ চেষ্টা নকৰি দিনে-ৰাতিয়ে ঠিকাদাৰৰ ঘৰ, ধানৰ বেপাৰী, বাহঁৰ বেপাৰী আদিৰ ঘৰত ঘূৰি ফুৰাটোৱে তাৰ প্ৰধান কাম হৈছে। জাহাজৰ ছাব এজেণ্টক খাটি 'এপ্ৰেন্‌টিছ' ৰূপে অফিচত কাম শিকিবলৈ দিছিল। কোনোৰকমে দুই মাহমান অফিচত হাজিৰ হৈছিল; কিন্তু তাত তাৰ মন নবহিল। অফিচত যোৱা বন্ধ কৰিলে। ককায়েকে কিমান কলে, কিন্তু সকলো মিছা হ'ল। তেতিয়া তেওঁ ঘৈণীয়েক কমলিনীৰ লগত পৰামৰ্শ কৰি হেমন্তৰ বিয়া পতাৰ ঠিক কৰিলে। সংসাৰত সোমাই নপৰিলে মানুহৰ চৈতন্য নহয়।

হেমন্তৰ কিন্তু বিয়া কৰাৰ ইচ্ছা নাই। সি ভাবে—এই দেশৰ মানুহে এনেই ঘৰবাৰী এৰিব নেখোজে, তাৰ ওপৰত বিয়া কৰালে ঘৰৰ ভিতৰৰপৰা ডুৱাৰমুখলৈ ওলাবলৈ নোখোজা হব। তাৰ জীৱন এনেই ঘৰৰ ভিতৰত সোমাই কটাই দিয়ে, এইটো মুঠেই ইচ্ছা নহয়। বাৰীঘৰ কিয়, লাগিলে দেশ এৰি বিদেশলৈ গৈ চাব, কিবা আৰ্জ্জিব পাৰে নে নোৱাৰে; যদি পাৰে—ভাল! নহলে বিয়া তাৰ কপালত নাই।

* * *

হেমন্তৰ এইবোৰ কথা কিন্তু নিটিকিল। ককায়েকৰ খং দেখি সি বিয়া কৰাবলৈ বাধ্য হ'ল। কমলিনীয়ে লগৰীয়া এজনী পাই ৰং পালে। কুমুদিনী তাইৰ নাম। কাম, বন সকলো বিষয়তে সহায় হবলৈ ধৰিলে। কিন্তু শৰতে হেমন্তক চাকৰিত লগাব নোৱাৰিলে। সি ক'লে এতিয়াও জাহাজৰ বৰ বাবুৱে তাক শিক্ষা-নবিচীত ভৰ্ত্তি কৰাবলৈ সাজু আছে।

ককায়েকে এদিন অধৈৰ্য্য হৈ কৈ দিলে যে, তেনেকুৱা ভায়েকৰ মুখ দৰ্শন কৰাও পাপ। হেমন্তই একো নামাতি মনে মনে থাকিল।

পিছদিনা পুৱা উঠি হেমন্ত ফুৰিবলৈ গ'ল; কিন্তু উভতি নহিল। এনেই কৰবাত ফুৰিবলৈ গৈছে বুলি সকলোৱে ভাবিছিল; যেতিয়া দেখিলে—ৰাতি হৈ গ'ল তথাপি সি উভতি নাহিল, তেতিয়াহে সকলোৰে চিন্তা হ'ল, হেমন্তৰ ঘৈণীয়েক কুমুদিনীক সুধিও একো সম্ভেদ পোৱা নগ'ল।

* * *

ক্ৰমে দুই চাৰিজন চিনাকি মানুহ শৰতৰ ওচৰলৈ আহিল। কোনোৱেই দুখ কৰি জনাবলৈ ধৰিলে, কোনোৱেবা শৰতৰ ভ্ৰাতৃস্নেহ আৰু হেমন্তৰ অকৃতজ্ঞতাৰ কথা তুলি তাৰ উদ্দেশ্যে গালি পাৰিবলৈ



ধৰিলে। য'লৈকে নাযাওক কিয়, কিছুদিনৰ পিছতে যে উভতি আহি ককায়েকৰ ভৰিত ধৰিব লাগিব, তেনে ভবিষ্যত বাণীও কৰিবলৈ ধৰিলে। আদ্যনাথ দদায়েকে সকলোৰে ওপৰত 'টেক্কা মাৰি' কলে, "মই আগৰপৰাই জানো— এই কুষ্মাণ্ডৰ মতি-গতি। তই হলি ৰামচন্দ্ৰ; কিন্তু সিতো লক্ষ্মণ নহয়—ভৰতহে। সি ঘূৰি নাহি কলৈ যাব?"

শৰতৰ খং উঠিলেও তাৰ মনটো আজি বৰ বেয়া লাগিবলৈ ধৰিলে। "আহিব বুলি" কথাষাৰ বৰ ভাল লাগিল আৰু মনে মনে ভগবানক খাটিলে—যেন এই কথা সঁচা হয়, সি যেন সোনকালে উভতি আহে। আন একো নালাগে। এই সৰু ভায়েকক কেনে মৰমত ডাঙৰ কৰিছে। দেউতাকে বহুদিন আগতে ইহলোক ত্যাগ কৰিছে। মাক ঢুকাবৰ সময়ত কেনেকৈ ভায়েকক তাৰ হাতত গটাই দিছিল, —সকলো কথা মনত পৰিবলৈ ধৰিলে।—"নকৰিলে নাই চাকৰি, যি কেইদিন ভগৱানে এমুঠি ভাত মিলাব, হেমন্তয়ো অৱশ্যে তাৰ ভাগ পাব। তাৰ অদৃষ্টত লিখা-পঢ়া নাছিল, নহ'ল। চাকৰি নকৰাৰ কাৰণে তাক টান কথা শুনোৱা বাবে শৰতে মনত দুখ কৰিবলৈ ধৰিলে।

সাতদিনৰ মূৰত শৰতে এখন চিঠি পালে। কলিকতাৰপৰা হেমন্তই লিখিছে,—"আপোনালোকৰপৰা বিদায় লৈ আহিব নোৱাৰা বাবে বেয়া নাপাব। আগ ধৰি প্ৰকাশ কৰিলে কিজানি মোৰ অহা নহ'লহেঁতেন। চাকৰি পাইছো। আফ্ৰিকালৈ যাব ওলাইছো। কাইলৈ পুৱা আমাৰ জাহাজ এৰিব।"

ঠিকনা নাই। ক'লৈ উত্তৰ দিব লাগিব ঠিক কৰিব নোৱাৰিলে। দৰমহা কিমান তাকো লিখা নাই। টেলিগ্ৰাম কৰি খবৰ আনিবৰো কোনো উপায় নাই। কাৰণ, এই চিঠি পোৱাৰ আগেয়ে জাহাজ কলিকতা বন্দৰ এৰিছে। শৰতৰ মনটো অস্থিৰ হৈ উঠিল। সকলো শুনি হেমন্তৰ ঘৈণীয়েক কুমুদিনীয়ে কান্দিলে। কমলিনীয়ো

লগে লগে চকুৰ পানী পেলাবলৈ ধৰিলে। শৰতে এটা হুমুনিয়াই কাঢ়ি কলে, "যাওক,—যাব যি কৰ্মফল ভোগক ?"

* * *

'ডবলিউ, বনফিল্ড এণ্ড কোং'-ৰে আফ্রিকাৰ এখন ডাঙৰ হাবি থকা ঠাই নিৰানব্বৈ বছৰৰ কাৰণে ম্যাদী পট্টা কৰি লৈছিল। সেই হাবি-বন কাটি চাফ কৰিবৰ কাৰণে ভাৰতবৰ্ষৰপৰা বহুত বনুৱা নিয়া হৈছে। সেই বনুৱাবিলাকক চলাবৰ বাবে কিছুমান মহৰিৰ প্ৰয়োজন। ঠাইখন বৰ ভীষণ। সিংহ, বাঘ আদি বহুতো হিংস্ৰ জন্তুৰে হাবিখন ভৰা। নানা জাতীয় বিষধৰ সাপৰো আৰু অন্ত নাই, ডাঁহ, মহ, চেৰেপা প্ৰভৃতিৰ অত্যাচাৰত দিনে-ৰাতিয়ে আঠুৱাৰ তলত থাকিব পাৰিলেহে অলপ শান্তি। অতিশয় অস্বাস্থ্যকৰ ঠাই। অকল সেয়ে নহয়, এবিধ ডাহো নহয়, মহো নহয় এনে বিধৰ প্ৰাণী আছে,সেইবোৰে কামুৰিলে মানুহে টোপানিয়াই টোপনিয়াই প্ৰাণ এৰে। এইবোৰ কাৰণে অলপ চলপ বেতনতে কোনেও তালৈ যাব নোখোজে। ইয়াৰ আগতে যোৱা বছৰতেই অলপ কেইমাহৰ ভিতৰতে ঢুকাইছে বোলে। যি কেইজন আছে, সিহঁতেও গুচি আহিব পাৰিলেই ৰক্ষা পায়। গতিকে মাহে ১৫০৲ বেতন দি তালৈ মানুহ নিব ধৰিছে। সিও আকৌ বছৰত ২৫৲ টকাকৈ বাঢ়ি গৈ তৃতীয় বছৰত পূৰাপূৰি ২০০৲ টকাকৈ পাব। তিনি বছৰৰ এগ্ৰিমেণ্ট দি যাব লাগিব। লিখা-পঢ়া বেছি নাজানিলেও চলে। অকল লাগে চাহাবৰ কথা বনুৱা বিলাকক আৰু বনুৱাৰ কথা চাহাবক বুজোৱাৰ কাৰণে কামচলা ইংৰাজী মাতিব পৰা স্বাস্থ্যৱান মানুহ।

হেমন্তৰ সেইবিলাক গুণ ভালেই আছিল। স্কুলত থাকোতে শ্ৰেণীতে পঢ়া দিব পাৰক নোৱাৰক ধেমালি কৰি লগৰীয়া ছাত্ৰ বিলাকৰ সৈতে শুদ্ধই হওক বা ভুলেই হওক ফৰাফৰ্ ইংৰাজী মাতিছিল। কালক্ৰমত সেয়ে তাৰ অনৰ্গল ইংৰাজী মাতিবৰ শক্তি দিলে। সকলো বিধৰ খেল আৰু জিমনাষ্টিকত সি এজন ওস্তাদ।



তাৰ উপৰিও ডাম্বেল আদিৰে ব্যায়াম কৰা আৰু পশ্চিমৰ বনুৱা, ৰান্ধনি বা আন কোনো মানুহ, যিজনেই অলপমান কুস্তিৰ 'প্যাচ' জানিছিল তাৰ তাত গৈ যি কেইটা প্যাচ পায় তাকে শিকা হেমন্তৰ এটা প্ৰধান কাম আছিল। শৰীৰত কিছু শক্তিও হৈছিল। অকল এই শক্তিখিনিৰ ওপৰতে নিৰ্ভৰ কৰি বিদেশলৈ যাবলৈ তাৰ সাহ। কোনোবাই যদি তাক এটা ঘুচি লগাই দিয়ে তেনেহলে সিও এৰি নিদিয়ে।

এই যাত্ৰাত কোম্পানীয়ে মুঠতে ১৬ জন মহৰি লৈ যাবলৈ ধৰিছে। সকল কেইজন বঙালী, অকল হেমন্তহে অসমীয়া।

পুৰা সাতমানত জাহাজ এৰিলে। নতুন ঠাই দেখাৰ নতুন আনন্দত সকলো মতলীয়া। চাৰে বাৰমানত যেতিয়া জাহাজ গঙ্গা-সাগৰ এৰি বঙ্গোপসাগৰত পৰিল তেতিয়া ভাৰতীয় সকলো যাত্ৰীয়ে মাতৃভূমিৰ ফালে চাই ললে।......চাৰিওফালে সকল নীলাপানী। ইয়াকে কলীয়াপানী বুলি কয়। ওপৰতো উজ্জ্বল অনন্ত নীল আকাশ।

জাহাজ কলম্বোত গৈ দুদিনমান থাকি পোনে পোনেই আফ্রিকালৈ যাব। ডেকৰ মাজত প্ৰায় দুশ বনুৱা সেই হাবি কাটি কোম্পানীৰ অৰ্থাগমৰ পথ পৰিষ্কাৰ কৰিবৰ কাৰণে যাবলৈ ধৰিছে। এইদৰে প্ৰায় প্ৰতি মাহে বনুৱা চালান হবলৈ ধৰিছে। হেমন্তই ভাবিলে—"আই ভাৰত মাতা,—তোৰ সন্তানৰ পৰিশ্ৰমৰ সুফল ভোগ কৰিব আন দেশৰ কোম্পানীয়ে! এনে সুসন্তান প্ৰসৱ কৰিব নোৱাৰনে, যিজনে অহোপুৰুষাৰ্থ কৰি এনে বিধৰ কোম্পানী খুলি বাহিৰৰ টকা ঘৰলৈ আনিব পাৰে ?"

হেমন্তৰ দেশ এৰি বিদেশলৈ যোৱা কথা চাৰিওফালে প্ৰকাশ হৈ পৰাত য'ত তাৰ যিমান পাওনাদাৰ আছিল সকলোৱে আহি শৰতৰ তাত হাজিৰ হ'ল। বজাৰৰ এজন কাপোৰৰ দোকানীয়ে জনালে, তাৰ দোকানৰপৰা হেমন্তই দুই জোৰ কোট-পেণ্ট আৰু আধা ডজন

কামিজ দুই চাৰিদিনতে দাম দিব বুলি বাকী কৰি লৈ গৈছে। তাৰ বাকীখিনিৰ কাৰণে সকলোৱে বৰকৈ ধৰিলে। শৰতে সকলোকে কৈ দিলে—"মই সেইবোৰ একো নাজানো। যেয়ে বাকী লৈছিল সেয়ে দিব। কোনোবাই সুধিছিল জানো তাক বাকী দিয়া উচিত হয় নে নহয়? মোৰ গাত একো জগৰ লগা নাই।"

দোকানী গুচি গ'ল অৱশ্যে; কিন্তু যোৱাৰ আগতে হেমন্তৰ উদ্দেশ্যে—"জুৱাচোৰ ঠগ, বদমাচ্" ইত্যাদি বেয়া কথা কৈ গালি পাৰি ললে। শৰতে আৰু কি কৰিব? কথাবোৰ শুনি হজম কৰিলে। কিন্তু কুমুদিনীৰ অন্তৰত বৰ আঘাত লাগিল।—এজন সাধাৰণ দোকানীয়ে ভদ্ৰলোকৰ দুৱাৰ মুখত থিয় হৈ ইমান কথা শুনাই গ'ল! তাইৰ ইচ্ছা হবলৈ ধৰিলে—বৰজনাই এখন দাৰে দোকানীটোৰ মূৰটো কাটি লৈ আহে। তাই যদি মতা মানুহ হ'লহেঁতেন তেনেহলে কেতিয়াও এই গালি শুনি বহি নাথাকিলহেতেঁন; কিন্তু যাৰ ধাৰ শুজিবৰ উপায় নাই, তেওঁৰ ধাৰ কৰা বা বাকী কৰি বস্তু কিনাৰ দৰকাৰ কি?

আকৌ ভাবিলে, যাৰ গিৰীয়েকৰ এজোৰ চোলা-কাপোৰ কিনিবৰ ক্ষমতা নাই, তাৰ ঘৈণীয়েকৰ কাণত সোণৰ কেৰু, হাতত খাৰু আৰু গলত মণি-মাদুলী কি নিমিত্তে?

তেতিয়াই কুমুদিনীয়ে নিজৰ গাৰপৰা অলঙ্কাৰখিনি সোলকাই লৈ গিৰিয়েকৰ কোট-পেন্ট্ প্ৰভৃতিৰ দামখিনি আৰু কাৰ কিমান পাওনা আছে সকলো দিবৰ বাবে কমলিনীক দি বৰ জনাকৰ হাতত দিবলৈ অনুৰোধ কৰিলে। কমলিনীয়ে গহনাবিলাক হাতত লৈ তাইক কলে,—"তুমি বলিয়া নহবা, অলঙ্কাৰ তিৰোতাৰ আপদ-বিপদৰ সম্বল। এইখিনি গলে পিছত?"

"পিছত! মোৰ অদৃষ্টত যি আছে সেয়ে হব,—আপুনি এইবোৰ দিয়কগৈচোন।"

কমলিনীয়ে সেইবোৰ লৈ গিৰিয়েকক দিলেহি। শৰতে ভাই-



বোৱাৰীয়েকৰ পতিভক্তি আৰু আত্মসম্মানবোধ দেখি মনে মনে বৰং পালেও সেইবোৰ নিনিলে। ঘৈণীয়েকক কলে, "দোকানীৰ কথাও বিশ্বাস কৰিবৰ একো নাই। ইয়াৰ ভিতৰত আন বন্দৰস্তও থাকিব পাৰে। বস্তুৰ ভাল-বেয়া, বেছি-কমো হব পাৰে। হেমন্ত যেতিয়া উভতি আহিব, তেতিয়া ব্যৱস্থা কৰা হ'ব। নাইবা, তাৰ চিঠি পালে দাম দিয়া হ'ব। এতিয়া মনে মনে থাকিবলৈ কগৈ।"

সেইদিনা এইখিনিলৈকে। কিন্তু কুমুদিনী অস্থিৰ হৈ উঠিল, যেতিয়া নিতৌ শুনিবলৈ ধৰিলে ওৱে ৰাজ্যৰ মানুহ শৰতৰ শুভাকাঙ্ক্ষী সাজি আহি হেমন্তক নিন্দা কৰিবলৈ ধৰিলে। সেইবোৰ কথা শুনি বৰজনাকে একো নামাতে বৰং সিহঁতকহে ধপাত তামোল আদি খুৱাই সন্তুষ্ট কৰে। তাইৰ একোবাৰ মনত এনে ভাব হবলৈ ধৰিলে—এই সংসাৰ এৰি হাবিত নাইবা, মাকৰ ঘৰলৈ গুচি যায়। কুমুদিনীৰ দেউতাক তেতিয়া জীয়াই নাছিল।

সমুদ্ৰ উপকূলৰ এখন সৰু নগৰৰপৰা নৈত জাহাজ আৰু নাৰেদি আৰু পিছত ঘোঁৰা, গৰুৰ গাড়ী, গাধা প্ৰভৃতিৰে পাঁচ ছয়শ মাইল যোৱাৰ পিচত হেমন্তহঁতৰ দলটো সিহঁতৰ কৰ্মস্থল গৈ পালে। পঞ্চাশ ষাঠীজন কৰি মানুহ গোটখাই হাবি কাটিব লাগে। নহলে দিনৰ পোহৰতে হিংস্ৰ জন্তুৰ হাতত পৰিবৰ ভয়। ৰাতি বাঁহ-কাঠ আদিৰ বেৰৰে আগুৰি তাৰ ভিতৰত জুই জ্বলাই ১৫০।২০০ বনুৱাই, বাবুৰে, চাহাবে মিলি থাকিবৰ ব্যৱস্থা। চাহাব আৰু বাবু-বিলাক মাজত আৰু তাৰ চাৰিওফালে থাকে বনুৱা। গৰু, ঘোঁৰা প্ৰভৃতিৰ ঠাইও সেই গড়ালৰ ভিতৰত।

ইমান বন্দৰস্তৰ মাজতো প্ৰথম নিশাতে হেমন্তই যি দেখিলে, তাতে তাৰ ডেকাকলীয়া বীৰ-হৃদয় ভয়ত কঁপি উঠিল। কেনেবাকৈ এটা সিংহই গড়ালৰ বেৰৰ ওপৰেদি বগাই ভিতৰত সোমাইছিল। কাৰ্হি বনুৱাবিলাক সিংহৰ গতিবিধি সম্বন্ধে বৰ ওস্তাদ। কেনেবাকৈ গম পাই কোনো ৰকমে মৰণৰ হাত সাৰিলে; কিন্তু এজন ভাৰতীয়

বহুৱাৰ ইহ জীৱনৰ ৰোজগাৰৰ প্ৰয়োজন চিৰকালৰ কাৰণে নাইকিয়া কৰিদি পশুৰাজে তাক মেকুৰীয়ে নিগনি নিয়াৰ দৰে মুখত কৰি লৈ গুচি গ'ল। মহা গোলমাল লাগিল। বন্দুকৰ "গুৰুম্ গুৰুম্" আৱাজ হ'ল; কিন্তু বহুত পিছত। দেশবাসী যে কাক বোলে তাক বিদেশত নাথাকিলে বুজিব নোৱাৰি। আজি বিদেশলৈ আহি হেমন্তই দেশবাসীৰ মৰম ভাল কৰি জানিছে। এজন দেশবাসীৰ অপমৃত্যুত তাৰ অন্তৰ উদাস হৈ গ'ল।

কেইদিনমানৰ পিছত হেমন্তই দেখিলে, এনে ঘটনা মাজে-সময়ে ঘটি আছে। কিন্তু চাই চাই আৰু মৰণৰ চিঞৰ শুনি শুনি তাৰ সহ্য হৈ গৈছে। মনত আৰু বিশেষ ধিক্কাৰ নাহে। সিংহ, সাপ, বাঘ প্ৰভৃতিয়ে যিমান মানুহ ধ্বংস কৰিব পাৰে কৰিছে। তাৰ বাহিৰেও জঙ্গলী বেমাৰত পৰি দিনে-ৰাতিয়ে মানুহ মৰি অন্ত হৈব ধৰিছে। তাৰ ওপৰত চালকৰ অত্যাচাৰো নিচেই কম নহয়। সেইবোৰ দূৰ দূৰণিৰ হাবিৰ ঘটনা সভ্য জগতৰ কাণত নপৰে। পৰিলেও কলাৰ দৰে ভাও জুৰি থাকে।

হেমন্তই চাকৰিত সোমোৱাৰ দ্বিতীয় মাহৰপৰা ককায়েকৰ নামত ত্ৰিশ আৰু ঘৈণীয়েকৰ নামত দহ টকা কৰপ নিয়ম মতে পঠিয়াই আছে। এই কথা জানিব পাৰি যিবিলাক মানুহে আগতে তাক নিন্দা কৰিছিল সিহঁতেই এতিয়া কৈ ফুৰিবলৈ ধৰিলে—"আগেয়ে কৈছো নহয়, হেমন্ত এজন মানুহ হ'ব। তাৰ নিমিত্তে তোমালোকৰ কোনো চিন্তা নাই।"

আছানাথ দদায়েকে হাঁহি হাঁহি কলে,—"চোৱা, মোৰ কথা তোমালোকে বিশ্বাস কৰিব নোখোজা। এতিয়া চোৱা! মই আগেয়েই কোৱা নাছিলোঁ জানো?"

মহৰিবিলাকৰ ওপৰৰ এজন সৰু চাহাবৰ জঙ্গলী বেমাৰ হ'ল। তাত থাকিলে মৃত্যু নিশ্চয় জানি তেওঁ ছুটিলৈ স্বদেশ বুলি গুচি গ'ল। হেমন্তৰ মাতবোল, স্ফূৰ্ত্তি, কামবনত তৎপৰতা প্ৰভৃতি দেখি



বৰ চাহাবে ভাল পাইছিল। তদুপৰি এদিন বৰ চাহাবক এটা কাফ্ৰি বহুৱাৰ আক্ৰমণৰপৰা ৰক্ষা কৰিছিল। তাৰ পুৰস্কাৰ স্বৰূপে সেই চাহাবৰ ঠাইত তাক 'একটিং' দিলে। কিন্তু দৰমহা দিব ধৰিলে চাৰিশ টকা মাথোঁ। চাহাবজনে পাইছিল ছয়শ টকা কৰি। হেমন্তই বৰ বং পালে। তাৰ জীৱনত কেতিয়াবা সি মাহিলি চাৰি শ টকা দৰমহা পাব বুলি কোনো দিনো আশা কৰা নাছিল। তদুপৰি এতিয়া তাৰ মহৰিতকৈ পৰিশ্ৰম বহুত কম। হিংস্ৰ জন্তুৰ হাতত মৰিবৰ ভয় নাই বুলিলেই হয়।

দৰমহা বাঢ়ি যোৱাৰ লগতে হেমন্তই ককায়েকক দহ টকা আৰু ঘৈণীয়েকক পাঁচ টকা কৰপ বঢ়াই দিলে। অলপ কেইদিনতে এই কথা প্ৰকাশ হৈ পৰিল। আকৌ মিতিৰ-কুটুমে আহি শৰৎহঁতক হেমন্তৰ প্ৰশংসা শুনাই গ'ল। আছানাথ দদায়ে আকৌ এবাৰ নিজৰ ভৱিষ্যত বাণী সফল হোৱা সম্বন্ধে শৰতক সোঁৱৰাই দি তাৰপৰা দুই টকা ধাৰলৈ খুজি লৈ গ'ল। আন কিছুমানে আহি নিজ নিজ ককাই বা ভাইৰ মনুষ্যত্বৰ অভাৱৰ কথা বৰ্ণাবলৈ ধৰিলে। সিহঁতে বোলে বহু টকা আৰ্জ্জে; কিন্তু প্ৰকৃত অভাৱ জানিব পাৰিও সহায় নকৰে। অথচ বাহিৰত খৰচ কৰাত হলে ত্ৰুটি নাই।

হেমন্তৰ চুক্তি শেষ হৈ যোৱাত নতুনকৈ আকৌ তিনি বছৰৰ চুক্তি কৰিলে। বৰ চাহাবে তাক বৰ মৰম কৰে। নতুন বন্দবস্তত পাঁচশ টকা কৰি ঠিক হৈছে। ছয়শ কৰপ মাহিলি দি সৰু চাহাব-বিলাকৰ সমান কৰি দিলে কোম্পানীৰ ডিৰেক্টৰবিলাকে বেয়া পাব। কাৰণ ভাৰতবাসীক বগা চাহাববিলাকৰ সমান বেতন দিবৰ নিয়ম নাই। গতিকে এশ টকা কম কৰি দিয়াৰ দিহা হ'ল। যি নহওক বহু দিন ঘৰবাৰী এৰি আছে—এবাৰ চাই অহা উচিত বুলি হেমন্তই তিনি মাহৰ কাৰণে ছুটী লৈ ঘৰলৈ আহিল। হাবিৰ মাজত খোৱা বোৱা আৰু যৎসামান্য কাপোৰ-কানিৰ বাহিৰে তাৰ আন খৰচ নাছিল। খোৱাবস্তুও কোম্পানীয়ে পাইকাৰী বেচত কিনি বিনা

লাভত নিজৰ মানুহক যোগাইছিল। সেইবাবে দৰমহাৰ সৰহ ভাগেই জমা হৈছিল। তাৰ বাহিৰেও ইফাল সিফাল কৰি বনুৱাৰ হাজিৰা লিখা, কুইনাইনৰ সলনি বনুৱাবিলাকক মাজে সময়ে দেশী দৰৱ খুওৱা প্ৰভৃতিৰ বাবে আন চাহাবৰ দৰে হেমন্তয়ো মহৰিবিলাক আৰু ডাক্তৰৰপৰা এটা অংশ পাইছিলে। তাতেও কিছুমান টকা আৰ্জিছিল। ঘৰত আহি মুঠতে কাপোৰ-কানি আদিৰ বাহিৰেও দহ হাজাৰ টকাৰূপ ককায়েকৰ হাতত দিলে। লগতে ঘৈণীয়েকৰ হাততো ৫০০৲ টকা বেলেগে দিলে।

হেমন্ত তিনি বছৰ পিছত উভতিছে। তাৰ ওপৰত ইমানবোৰ টকা আনিছে, এই কথা ঘৰৰ কোনেও কেতিয়াও আশা কৰা নাছিল। তাৰ খাতিৰ-যতনৰ অন্ত নোহোৱা হ'ল। ওচৰচুবুৰীয়া সকলে শুনিলে—বহুত টকা আনিছে; কিন্তু কিমান তাক হলে কোনেও নাজানে। গতিকে নিজ নিজ অনুমান আৰু কল্পনাৰ আশ্ৰয় লৈ কোনোবাই লাখ টকা, কোনোবাই পঞ্চাশ হাজাৰ বুলি কৈ ফুৰিবলৈ ধৰিলে। যাৰ যাৰ মনত হিংসা হ'ব ধৰিলে সিহঁতে কলে—"ইঃ লাখ টকা এটা মুখৰ কথা? বৰ বেছি হ'লে দুই-চাৰি হাজাৰমান আনিব পাৰে। তাৰনো কিমান বিদ্যা-বুদ্ধিটো?—থৈদে এইবোৰ ফোপজহী কথা।"

আদ্যনাথ দদায়ে নিতৌ হেমন্তহঁতৰ ঘৰলৈ আহিবলৈ ধৰিলে। ইমান দিনে কুমুদিনীক সান্ত্বনা দিওঁতা তেওঁৰ বাহিৰে যে আন কোনো নাছিল সেই কথা নিতৌ সোঁৱৰাই দিবলৈ ধৰিলে। প্ৰথম দিনা পাঁচ টকা আৰু নিতৌ দুই চাৰি অনা কৰি খুজি নিবলৈ ধৰিলে।

ছুটীৰ তিনি মাহ বৰ আনন্দেৰে কিন্তু বৰ বেগেৰে পাৰ হ'ল। দেনাদাৰ পাওনাদাৰ সকলোবে সকলো গোলমাল নিষ্পত্তি হৈ গৈছে। মিতিৰ-কুটুমৰ দিনে ৰাতিয়ে অহাযোৱা। টকা থকা বুলি শুনিলে মামৰে ধৰা আত্মীয়তা বা বন্ধুত্ব ঘঁহি-মাজি চিকুণ কৰা মানুহৰ দস্তুৰ।



শৰতৰ এটি ল'ৰা হৈছিল। তাৰ বয়স এতিয়া আঢ়ৈ বছৰ। এই কেইদিন দদায়েকৰ কোলাত উঠি ফুৰি মিঠাই-বিস্কুট আদি খাবলৈ পাই লগ লেবা হৈছে। সেই কাৰণে হেমন্তৰো মন ঘৰ এৰিব নোখোজা হৈছে। কুমুদিনীয়ো গিৰিয়েকৰ দীঘল প্ৰবাসৰ কথা মনত কৰি হুমুনিয়াহ কাঢ়িবলৈ ধৰিলে। কিন্তু হেমন্তক তাৰ কৰ্ত্তব্যই বৰকৈ টানিলে। বয়স আৰু শক্তি থাকোঁতে টকা আৰ্জিব নোৱাৰিলে আৰু কেতিয়া আৰ্জিব? বিশেষকৈ 'এগ্ৰিমেণ্ট' দিয়া চাকৰ যেতিয়া।

ককায়েকে পঞ্জিকাখন চাই এটা ভাল দিন ঠিক কৰি দিলে। সেইদিনা ঘৰৰ সকলোৰে চকুত পানী; হেমন্তই বয়স বুজি প্ৰণাম আশিস লৈ আৰু দি আকৌ কৰ্মস্থল বুলি ৰাওনা হ'ল।

জোঁৱায়েকক চাবৰ বাবে শাহুয়েক পাৰ্বতী আহি এই তিনি মাহ একেলগে আছে। তেৱোঁ হাও হাওকৈ কান্দি পেলালে।

শৰতে ভগা ঘৰবাৰী সংস্কাৰ কৰি ললে। কমলিনীয়ে পৰামৰ্শ দিছিল—ঘৰবোৰ নতুনকৈ সাজি গৃহ-বিলাসিতাৰ পৰিচয় দিবৰ বাবে। কিন্তু তেওঁৰ দৃষ্টি আছিল আনপিনে। বহি খাবৰ যাৰ ব্যৱস্থা আছে তাৰ পক্ষে নগৰত ধুনীয়া ঘৰ শোভা পায়। যাৰ সামান্য চাকৰিৰ ওপৰত নিৰ্ভৰ, তাৰ পক্ষে নগৰত ঘৰবাৰী সাজি টকা বন্ধ কৰা কোনোমতে যুগুত নহয়। আজি তেওঁৰ অভাৱ হলে পৰিয়ালটোৱে ঘৰ কামুৰি খাই জীয়াই থাকিব নোৱাৰে। তাতকৈ গাঁৱত খেতি কৰা মাটি কিনি লব পাৰিলে বিপদৰ সময়ত অন্ততঃ পেটত দুমুঠি ভাত দিব পাৰিব। লৰা-ছোৱালীৰ শিক্ষা? টকা থাকিলে বোৰ্ডিঙত নাইবা কাৰো ঘৰত আশ্ৰয় লৈও পঢ়িব পাৰিব। তেওঁ আধামান টকা বেঙ্কত থৈ বাকী আধাখিনিৰে এখন খাত কিনি ৰাখিলে।

শৰৎহঁতৰ অৱস্থাৰ পৰিবৰ্তন হ'ল। কমলিনীয়ে ঘৰৰ কৰ্ত্ৰী। কুমুদিনীয়ে অকল তাঁত বয় আৰু অৱসৰ সময়ত মাছৰ বাকলিৰে

নানা নক্সা, টেবুল-ক্লথ আদি সাজে। কমলিনীৰ সৰু ল'ৰা বসন্ত। এবাৰ মাকৰ কোলাত এবাৰ খুৰীয়েকৰ কোলাত থাকে। সংসাৰখন বৰ সুখৰ হৈ উঠিল। অকল হেমন্ত প্ৰবাসত, এয়ে যি দুখ।

মিতিৰ-কুটুমৰ অহা যোৱা বাঢ়ি গৈছে। অৱস্থাৰ লগে লগে বোধকৰোঁ বিদ্যাবুদ্ধিও বাঢ়ি গৈছিল। নহলে যিবোৰ মানুহে কেতিয়াও শৰতক গ্ৰাহ্য নকৰিছিল সিঁহতৰ হোৱা নোহোৱা কথাতে তেওঁৰ তালৈ পৰামৰ্শৰ নিমিত্তে আহিবলৈ ধৰিলে কিয়? কিন্তু অসূয়া-প্ৰবৃত্তি, পৰশ্ৰী-কাতৰতা কিছুমান মানুহৰ বৰ প্ৰবল। শৰৎহঁতৰ সুখ দেখি সিঁহতৰ অসহ্য হ'ল। কুমুদিনীৰ ওপৰত অতিমাত্ৰাই সহানুভূতিসম্পন্ন হৈ উঠিল। কমলিনীহঁতে যে তাৰ সৰ্ব্বনাশ কৰিবলৈ ধৰিছে, দিনে ৰাতিয়ে ফুচুলাই মন ভাঙিলে। তাৰ ফলত ঘৰ ভাঙিল।

আদ্যনাথ দদায়ে হেমন্তৰ আগত যেতিয়া তাৰ প্ৰশংসাত শত-মুখ হৈছিল, তেতিয়া কমলিনীয়ে হাঁহি দিছিল। দাদাইদেৱে ভাবিলে, এই কমলিনী ছোৱালীজনীৰ প্ৰগলভতা বা পাতলামিতে তেওঁৰ প্ৰাপ্তি কমিল। নাইবা, যি মানুহে লাখ টকা ঘৰলৈ লৈ আহিছিল, সেই মানুহে তেওঁক এশমান টকাও নিদিলেহেঁতেন নে? নিশ্চয় দিলেহেঁতেন। এনেই নিদিলেও ধাৰলৈ দিবও পাৰিলে-হেঁতেন অৱশ্যে।

আদ্যনাথ দদাই কাৰো বাপেকৰ ভায়েক নহয় অৱশ্যে। কিন্তু তেওঁ এই নগৰৰ সকলোৰে দদাই। সকলোৰে ঘৰতে তেওঁৰ অবাধ গতি। সকলোৰেপৰা টকাটি, সিকাটি খুজি পায়। কেতিয়াবা ধাৰ বুলি লৈ যায়। নকলেও চলে—সুজিবৰ কথা হলে কোনেও শুনা নাই।—তেওঁ কমলিনীয়ে নুশুনাকৈ কুমুদিনী আৰু তাইৰ মাকৰ প্ৰশংসা গাই মাজে সময়ে দুই এটকা সৰকাবলৈ ধৰিলে। অকল সেয়ে হলে কোনো কথা নাছিল। কুমুদিনীক বুজাবলৈ ধৰিলে, এই সংসাৰ তাইৰ গিৰিয়েকৰে। শৰতৰনো কিমান উপাৰ্জন?



পাৰ্ব্বতীয়ে পতি-বিয়োগ-বিধুৰা জীয়েকক এৰি ঘৰলৈ যাব পৰা নাই। কুমুদিনীয়েও এৰি দিয়া নাই। ঘৰত জা-দেৰেৰেকৰ লগত সদায় দ্বন্দ্ব লাগি থাকে কাৰণে তেওঁক বেলেগ কৰি দিছিল। এতিয়া অকলশৰীয়া তেওঁ। গতিকে ঘৰ-বাৰী এৰি জোঁৱায়েকৰ ঘৰতে স্থায়ীৰূপে থাকিবৰ ব্যৱস্থা হ'ল। কেইদিনমান থাকি তেওঁ জীয়েক আৰু জোঁৱায়েকৰ ভবিষ্যত ভাবি অস্থিৰ হ'ল। কুমুদিনীক ভালকৈ বুজাই দিলে যে,—তাই অলপমান ডাঠ হোৱা উচিত; নহলে নিজৰ সম্পত্তি লোকে ধ্বংস কৰিব। দদায়ে সেই কথাৰ ধুৱা ধৰিলে। কুমুদিনী সত্যযুগৰ ছোৱালী নহয়, এই কলিযুগৰে। নিজৰ গিৰিয়েকৰ অৰ্জা সম্পত্তিৰ ওপৰত আনৰ কৰ্তৃত্ব ভাল নলগা হ'ল। ওচৰ-চুবুৰীয়া দুই চাৰিজন বয়সিয়াল তিৰোতাৰপৰাও এই সম্বন্ধে সহানুভূতি পাই কুমুদিনীয়ে এদিন আত্মপ্ৰকাশ কৰিলে। কিবা এটা সামান্য কথা লৈ জাকৰ লগত দ্বন্দ্ব লাগি একেলগে নৌখোৱা হ'ল পাৰ্ব্বতীৰ মনোবাঞ্ছা পূৰ্ণ হ'ল।

শৰতে নিৰুপায় হৈ কাজিয়া ভাঙি দিবলৈ আদ্য দদাইক খাটনি ধৰিছিল।—"বাৰু কমদে। ই কি কথা, একে পেটৰ ভাই-ককাইৰ সংসাৰ! তাৰ মাজতনো এইবোৰ কি? মই বুজাই দিম বোপা—তই একো নাভাবিবি।" এই বুলি কৈ আদ্যনাথে কুমুদিনীৰ ওচৰত গৈ মিচিকি হাঁহি এটা মাৰি, আনে নুশুনাকৈ কবলৈ ধৰিলে, "চা তোক বুজাই বৰাই আকৌ একে লগ কৰি দিব লাগে। মোৰ বোপায়ে বুজি পাইছে, লোকৰ ধন ভাগি ভোগ কৰাৰ সুবিধা আৰু সৰহ দিন নাথাকিব। তই কাৰো কথা নুশুনিবি।"

পাৰ্বতীয়ে হাঁহি হাঁহি ওচৰত বহি মাত লগালে, "স্বাৰ্থ! স্বাৰ্থ!! মই থাকোঁ মানে মিল হব নিদিওঁ। যি বেলেগ হ'ল হলেই।"

দদায়ে অভয় দি উত্তৰ দিলে—"মই থাকোঁতে তোমালোকৰ একো ভয় নাই। অধৰ্ম্ম কৰি কাৰো সৰ্ব্বনাশ কৰাটো মই সহিব

নোৱাৰোঁ।—পিছে দুটামান টকা নিদিলে আজি মোৰ নচলে দেখোঁ? তোমালোকৰ খায়ে মই মানুহ।" আত্মনাথ দদাইৰ ধৰ্ম্মজ্ঞান চাই কুমুদিনীৰ হাঁহি ওলাইছিল। কিন্তু এনে এজন সহানুভূতি দেখুৱা মানুহক বৰ ভাল লাগিল। পৰম সমাদৰ কৰি বহুৱাই তামোল-ধপাত দিলে। নানা গোপন পৰামৰ্শৰ পিছত দুটা টকা দি বিদায় কৰিলে। যাবৰ সময়ত আত্মনাথ দদায়ে শৰৎ আৰু কমলিনীক লগ ধৰি কলে কাণে কাণে ফুচফুচাই, "ভয় নাই। অবুজ। খঙত বেলেগে ৰান্ধি খাইছে, খাওকচোন কেইদিনমান। তোমালোকৰ ওপৰত ভক্তি আছে। বাৰু, আজি আহিলোঁ। কাইলৈ আকৌ আহিম। বুজাই ঠিক কৰিম। পিছে মোক দুটামান টকা লাগিছিল। তোমালোকৰ খাই মই মানুহ।" শৰতে ঘৈণীয়েকক টকা এটা আনি দিবলৈ কলে—"উপকাৰী বন্ধুৰ অভাৱ!"

হেমন্তই ককায়েক আৰু বৌৱেকৰ বিৰুদ্ধে ঘৈণীয়েকৰপৰা নানা কথা লিখা চিঠি পাবলৈ ধৰিলে। দোষৰ অন্ত নাই। বিদেশত থাকি এইবোৰ ঘৰুৱা বিবাদৰ কথা জানিব পাৰি অলপ অশান্তিত পৰিল। বুজিব পাৰিলে, ঘৰত শনিয়ে প্ৰৱেশ কৰিছে। ককায়েক আৰু বৌয়েকে কিন্তু ভিতৰুৱা কোনো কথা নিলিখি অকল এখন চিঠিত লিখিছিল—তাৰ ঘৈণীয়েকক অৰ্থাৎ কুমুদিনীক কৰ্মস্থলীলৈ লৈ যাব পৰিলে ভাল আছিল।

বিদেশত অকলে থাকি হেমন্তয়ো যে মাজে সময়ে এই কথা কল্পনা কৰা নাছিল তেনে নহয়। কিন্তু অস্বাস্থ্যকৰ বিদেশ,—সাত-সাগৰ, তেৰ নৈৰ পাৰ! অৱশ্যে বৰ্ত্তমানে হাবি কটা প্ৰায় শেষ হৈছে। এতিয়া নানাবিধ বৈজ্ঞানিক যন্ত্ৰৰ সহায়েৰে খেতি হবলৈ ধৰিছে। কোম্পানীৰ লাভৰ পৰিমাণ দিনক দিনে বাঢ়ি যোৱাত নগৰ নবহিলেও ডাঙৰ লোকালয় সৃষ্টি হৈ গৈছে। নানা কলকাৰখানা বহিছে। তাতে কি? চাকৰী-জীৱন স্বাধীনচিতীয়া মানুহৰ কেতিয়াও ভাল নেলাগে। টকা আৰ্জ্জিবৰ বাবে বিদেশত পৰি



থাকিলেও বিদেশত জীৱন কটোৱা তাৰ সমূলি ইচ্ছা নাই। বিশেষকৈ প্ৰবাসত থাকি দেশৰ প্ৰতি টান আৰু জাতিৰ মান-সম্ভ্ৰমৰ ফালে দৃষ্টি বহুত বাঢ়ি গৈছে। গতিকে কুমুদিনীক লৈ যোৱাৰ নিচিনা অসম্ভৱ চিন্তাক মনত তো স্থান নিদিলে। বৰং তাৰ বিশ্বাস হ'ল—ঘৈণীয়েকক আৰু পাঁচোটামান টকা বঢ়াই দিলে আৰু কমলিনীৰ নামত বেলেগে কুৰি টকা কৰি মাহিলি পঠিয়াই দিলে পৰস্পৰ হিংসা গুচি দুয়ো জাকৰ মিল হ'ব।

হেমন্তৰ শুভ ইচ্ছা নফলিল। কমলিনীলৈ বেলেগে টকা পঠাই দিয়া দেখি হিংসাত পাৰ্ব্বতীৰ আৰু কুমুদিনীৰ অন্তৰ দেই-পুৰি যাবলৈ ধৰিলে। আত্মনাথ দদায়ে জুইত বতাহ দিবলৈ ধৰিলে। কুমুদিনীয়ে নানা মান-অভিমান কৰি গিৰিয়েকলৈ চিঠি লিখিলে—হেমন্তৰ এনে ব্যৱহাৰত শত্ৰুৱে হাঁহিছে, মিত্ৰই কান্দিছে।

ভিন ঠাইত চাকৰি কৰাত ককাই-ভাইৰ মৰম ভক্তি বাঢ়ি গলেও হেমন্ত অলপ দুশ্চিন্তাত পৰিল। কাৰণ, লোকৰ ছোৱালীক বিয়া কৰাই আনি সুখ-দুখৰ ভাৰ নিজৰ মূৰত লোৱা হৈছে যেতিয়া—তাই যাতে বেজাৰ নাপায় তাৰ প্ৰতি দৃষ্টি ৰাখিব লাগিব। ভাবি-চিন্তি কুমুদিনীলৈ এখন চিঠি লিখিলে—"তোমাৰ কথাকে ৰখা হ'ব। বৌদেওৰ লগত মিলা-প্ৰীতিৰে থাকিবা। শত্ৰুৱে হাঁহে,—এই ঘৰুৱা দ্বন্দ্বৰ কথা গম পাই। মোৰ এগ্ৰিমেণ্ট অন্ত হ'বৰ আৰু পলম নাই। গলেই সম্পত্তি ভাগ কৰি লোৱা হ'ব। এতিয়া মনে মনে থাকিবা।"

চিঠি পাই কুমুদিনীৰ মহা আনন্দ। পাৰ্ব্বতীৰ ৰং চায় কোনে! পৰামৰ্শদাত্ৰী আন তিৰোতাবিলাকেও অৰিয়াঅৰি কৰিবলৈ ধৰিলে আগে কুমুদিনীক সৎপৰামৰ্শ দিছিল বুলি। আত্মনাথ দদায়ে হাঁহি হাঁহি কলে—"দেখিলা? দিয়া দহ টকা ৰূপ।"

কিছুদিন পিছত হেমন্তই সুস্থ শৰীৰ আৰু বহুত টকা লৈ ঘৰ আহি পালে। কলিকতাৰপৰা ঘৰৰ সকলোৰে কাৰণে কাপোৰ,

বসন্তৰ বাবে বিস্কুট, বিলাতী-মিঠাই আৰু নানা কল-কব্জা থকা পুতলা লৈ আহিছে। তাৰ বিশ্বাস, সৰুৰেপৰা কল-কব্জা লৈ উমলি থাকিলে ভবিষ্যতে ইঞ্জিনীয়াৰ হোৱাৰ বা বৈজ্ঞানিক আলোচনাৰ প্ৰবৃত্তি জন্মে। বসন্তৰ বয়স এতিয়া প্ৰায় ছ বছৰ। তাৰ এজনী সৰু ভনীয়েকো হৈছে। তাইৰ নিমিত্তে পুতলা আদি আনিছে। সেই-বোৰ পাই তাইৰ মহা আনন্দ। কুমুদিনীৰ কথা কবকে নালাগে—বিদেশৰপৰা গিৰিয়েক আহিছে!—সিও আকৌ সুদা হাতে নহয়, বহুত ধন আনিছে! ইমান দিনৰ পিছত সম্পত্তি ভাগ বাটি লৈ প্ৰকৃত বেলেগ হব পাৰিব। কাৰো তলতীয়া হৈ থাকিব নেলাগিব।

বং নাই কেৱল শৰৎ আৰু কমলিনীৰ। কাৰণ লোকে জানিব পাৰিছিল ঘৰত আহি তাৰ প্ৰধান কাম হব—সম্পত্তি ভগাই লোৱা। শৰত অদৃষ্টবাদী হলেও ৰোজগাৰী ভায়েকৰ লগত বেলেগ হব লাগিব বুলি বৰ বেয়া পাবলৈ ধৰিলৈ; কিন্তু সাবালক ভায়েকে দুখৰ দিনৰ মৰম-স্নেহ পাহৰি যদি স্বোপাৰ্জ্জিত সম্পত্তি সমূলি লৈ যায়, তাত তেওঁৰ কব লগীয়া কি আছে? ল'ৰা-ছোৱালীৰ ভবিষ্যত? কপালত যি আছে সেয়ে হ'ব। অত দুখ-বেজাৰ কৰিবৰ কি আছে?—বুজে সকলো; কিন্তু মন বুমালে ক'ত? মুখ গধুৰ হৈ থাকিল। মনত এটা বৰ অভিমান আছিল যে, সৰু ভায়েকে তাৰ ঘৈণীয়েকৰ কথাতে তেওঁক স্বাৰ্থপৰ পাষণ্ড বুলি ভাবিলে। হব পাৰে, কিবা ব্যৱহাৰত উনৈশ বিশ হৈছিল। হব পাৰে কোনো কামত এটি হৈছিল ভুল-চুক। কিন্তু নহয় কাৰ? ভায়েকে এনে শিক্ষা পাইছিল যে, ককায়েকতকৈ ঘৈণীয়েকৰ বেছি জ্ঞান বুলি ধৰি লৈ তেওঁ এক আষাৰ কথা সুধিবৰো দৰকাৰ বোধ নকৰিলে। এক তৰফা ডিক্ৰি দি দিলে। তেওঁৰ লগত দ্বিধা হবলৈ অলপো ইতস্ততঃ নকৰে, অলপো বেয়া নালাগিল?

হেমন্তই ককায়েকৰ লগত কথা হৈ থাকোঁতে কমলিনীয়ে চাহ আৰু জা-জলপান আনি দিলে। খাব, এনেতে পাৰ্ব্বতীয়ে তাক



মাতিলে, "তোমাৰ শোৱা ঘৰতে আইকণে চাহ-পানী বাকি আছে নহয়!"

হেমন্তই এবাৰ সেইফালে মুখ তুলি "গৈছো" বুলি কৈ বসন্ত আৰু তাৰ সৰু ভনীয়েকজনীক মাতি একেলগে বৌৱেকৰ তালৈ যাবলৈ ধৰিলে। তাকে চাই শৰতৰ চকুৰেদি দুটোপাল আনন্দৰ লোতক ওলাল। কমলিনীয়ে পুতেক আৰু জীয়েকক কলে—"দদাই দেওৱে খাবৰ সময়ত কি দিগদাৰিখন লগালি তহঁতে? গুচি যা।"

মাকৰ দাবি খাই দুয়ো এবাৰ দদায়েকৰ মুখৰ ফালে চালে। আপোন বুলি জানিলেও, এজনৰ অলপ পৰিচিত হলেও সৰুজনীৰ নিচেই অপৰিচিত। কিন্তু দদাইদেৰেকৰ স্নেহময় দৃষ্টি দেখি মাকৰ শাসনৰ কাৰণ বুজি নাপালে! হেমন্তই বৌৱেকৰ কথাতে উত্তৰ দিলে, "নহয় একো দিগদাৰি,—খোৱা তোমালোকে।" তেতিয়া ভাইভনী দুয়ো এবাৰ মাকৰ ফালে অনুমতিৰ নিমিত্তে দৃষ্টিপাত কৰিলে। মাকক অলপ হঁহা দেখি দুয়ো নিৰ্ভয়ে দদায়েকৰ জলপানৰ ভাগ লবলৈ ধৰিলে।

কুমুদিনীয়ে এনে পলম ভাল নাপাই আকৌ মাকৰ হতুৱাই গিৰিয়েকক তাগিদা কৰিলে—"চাহ চেঁচা হৈ যায়।"

হেমন্তই অলপ লাজ পালে। এবাৰ ককায়েক আৰু এবাৰ বৌৱেকৰ মুখৰফালে চাহ লৈ শাহুৱেকৰ ফালে মুখ কৰি কলে—"কি আছে ইয়ালৈ লৈ আহিব কৈ দিয়ক।"

* * *

ঘৈণীয়েক যে 'শয্যাগুৰু'—কুমুদিনীয়ে সেই কথা ভাল কৰি প্ৰমাণ কৰিলে। ওৰে ৰাতি গিৰিয়েকৰ কাণত বিষ ঢালিলে। শৰৎ আৰু কমলিনীৰ অসৎ ব্যৱহাৰ, স্বাৰ্থপৰতাৰ কথা কৈ কৈ হেমন্তক প্ৰতিজ্ঞা কৰালে যে—পলম নকৰি কাইলৈ পুৱা ওচৰচুবুৰীয়া সকলোকে মাতি আনি সিহঁতৰ চকুৰ আগতে সম্পত্তি ন্যায্য মতে ভাগ কৰি লোৱা হব।

* * *

আজি শৰৎ আৰু হেমন্তই সম্পত্তি ভাগ কৰি লব। যাক যাক মতা হৈছে তেওঁলোক আহিছেই। নমতা কিছুমানেও ৰং চাবৰ কাৰণে আহি উপস্থিত। আদ্যনাথ দদায়ে আজি যেন ডেকা কাল উভতি পালে। তেওঁৰ স্ফূৰ্ত্তি, তেওঁৰ লৰা-ঢপৰা চায় কোনে? এবাৰ পাৰ্ব্বতী আৰু কুমুদিনীৰ ওচৰত এবাৰ হেমন্ত আৰু শৰতে বহি থকা ঠাইত ঘূৰা-পকা কৰি আছে। হেমন্তৰ মুখত অলপ হাঁহি! কুমুদিনী খোটালিৰ ভিতৰত, তাইৰো মুখত হাঁহি বিৰিঙি উঠিছে। পাৰ্ব্বতীৰ দৃষ্টি চাৰিওফালে ঘুৰিছে—জোঁৱাই আৰু জীয়েকক যেন ঠগা নহয়। আৰু শৰৎ?—ধীৰ, গম্ভীৰ মাতবোল নোহোৱা। কমলিনীৰ চকুত পানী—এটা অনিৰ্দ্দিষ্ট আশঙ্কা আৰু অজানা কিবা উত্তেজনাৰপৰা।

বাকচ-পেৰা, বিছনা-পাটী এবিধ এবিধকৈ সকলো বস্তু উলিওৱা হ'ল। অকল মলা, চৰু, কলহ, ডলা, কুলা, পাচি প্ৰভৃতি সাধাৰণ বস্তু বাকী ৰ'ল। হেমন্তই লাজ নোহোৱাৰ নিচিনাকৈ কলে, "কাৰো ঘৰত এটা মলাকো ৰাখিব নোৱাৰিব। সকলো উলিয়াই আন। দহ ককাই-ভাইৰ মুখৰ আগত ন্যায্যমতে ভাগ হ'ব। যেন আগলৈ কাৰো কোনো কথা কবলৈ বাট নাথাকে।"

শৰতে কি আৰু ক'ব? অকল সুধিলে, "ল'ৰা-ছোৱালীৰ বস্তু-বিলাকো উলিয়াব লাগিব?"

হেমন্তই ঘৈণীয়েকৰ লগত দৃষ্টি বিনিময় কৰি, পিছত কলে—"এৰা! ভাগ-বাটোৱাৰা যেতিয়া হ'ব ভাল কৰিয়েই হওক।"

শুনি শৰতৰ এবাৰ ভ্ৰূ কুঞ্চিত হ'ল। এই কথাত কোনো কোনোৱে হেমন্তক মনে মনে ক্ষুদ্ৰ অন্তৰ, বৰ বেয়া বুলিবলৈ ধৰিলে। আদ্যনাথ দদায়ে মাতিলে, "মোৰ বোপা হেমন্তৰ যেনে চোকা বুদ্ধি তেনেই বিবেচনা। চাচোন, কেনে কথা?"

শৰতে এটা হমুনিয়াহ কাঢ়ি অকল সেইবোৰ কিয়, ফটাকানি



পৰ্য্যন্ত উলিয়াই দিলে। হেমন্তই গহীন হৈ ঘৈণীয়েকক সুধিলে, "সকলো ওলালনে আৰু কিবা বাকী আছে?"

পাৰ্ব্বতীয়ে লৰ মাৰি কমলিনীৰ ঘৰত সোমাই এটা পিতলৰ কলহ আৰু ঘটি এটা উলিয়াই কলে—"এই চাওক সকলোৰে, কেনে চুৰুণী?"

কমলিনীয়ে চিঞৰি কৈ উঠিল—"সেই দুটা মোৰ দেউতাৰ ঘৰৰ।"

শৰতে খং কৰি কলে, "চুপ, নামাতিবি। উলিয়াই দিব কোৱা হৈছিল, ৰাখিছিলি কিয়?"

বসন্ত আৰু তাৰ ভনীয়েকে খেলনাবিলাক উলিওৱা দেখি নিবলৈ গৈছিল। পাৰ্ব্বতীয়ে লৰ মাৰি সিহঁতৰ হাতৰপৰা কাঢ়িলে থৈ দিলে। সিহঁতে কান্দিবলৈ ধৰিলে। হেমন্তই দেখি ভ্ৰূকুটি কৰিলে আৰু সকলো বস্তু উলিওৱা হল জানিব পাৰি, হেমন্তই গহীন হৈ উপস্থিত সকলোকে সম্বোধন কৰি কলে, "দুই ভাই-ককাই আপোনালোকে জানে। সৰুতে দেউতা ঢুকালত এই ককায়ে মোক প্ৰতিপাল কৰি মানুহ কৰিছিল, শিক্ষা দিছিল; পিছত বিয়াখন পাতি দি সংসাৰৰ ব্যৱস্থা কৰি দিছিল।'

সকলোৱে উত্তৰ দিলে, "এৰা আমি জানো সেইবোৰ কথা।" আদ্য দদায়ে মাতিলে—"পিছে তোমালোকৰ দেউতাৰাই কিছু মাটি-বাৰী কৰি থৈ গৈছিল নহয়? শৰতে অকল তাৰ নিজা অৰ্জ্জা টকাৰে বুলি কলে অন্যায় কথা হ'ব।"

"মই কেতিয়াও তেনে কথা নকওঁ" বুলি শৰতে গৰ্জ্জি উঠিল।

হেমন্তই আকৌ কবলৈ ধৰিলে—"ঠিক কথা। সেইবোৰ মই জানো। আপোনালোকে জানিব পাৰে সিখিনি মাটিৰপৰা যিখিনি ধান আহে, তাতে আমালোকৰ ছমাহ চাউল কিনিব নেলাগে। বাৰী খৰচখিনি ককায়ে মূৰৰ ঘাম ভৰিত পেলাই অৰ্জ্জা টকাৰে চলাইছিল—ই ধ্ৰুপ। যি নহওক ককাইদেৰে সংসাৰ চলোৱা টকাখিনি সুদ মূলে ধৰিলে কিমান হ'ব পাৰে?"

"কিমান আৰু হ'ব ? মাহে ত্রিশ টকা কৰি ধৰিলে বছৰে তিনিশ যাঠী টকা আৰু দহ বছৰত ছত্রিশ শ টকা হব। তোমাৰ নিমিত্তে তাৰ আধা ধৰা।" বুলিকৈ আত্মনাথ দদায়ে এবাৰ গৈ পাৰ্ব্বতীৰ লগত পৰামৰ্শ কৰি আহিল।

হেমন্তই "বাৰু আত্মনাথ দদাইৰ কথাকে ধৰা যাওক। তাৰ উপৰি চক্রবৃদ্ধি সুত আদি ধৰি মুঠ পাঁচ হাজাৰ টকা ৰূপ। এই পাঁচ হাজাৰ টকা মই বেলেগে ককাইদেউৰ ছোৱালীৰ নামত দি দিওঁ।" এই বুলি পাঁচ হাজাৰ টকাৰ নোট উলিয়াই ককায়েকৰ ভৰিৰ ওচৰত থৈ দিলে। শৰতে হুমুনিয়াহ কাঢ়িলে মাথোন।

আত্মনাথে কলে, "বোপা ভালকৰি ৰাখি থৈদে।" শৰতে একো নামাতিলে, টকাও নুচুলে! হেমন্তই আকৌ কবলৈ ধৰিলে, "বাৰু। আনবোৰ মালবস্তু, টকা-পইচা মোৰ অৰ্জা টকাৰে হৈছে যেতিয়া সেইবোৰ এফালে আৰু মই আনফালে থিয় হলো। ককাইদেৱে কওক, তেওঁক কি লাগে ?" পিছত ঘৈণীয়েকক মাতি কলে— "তুমি কি নিবা কোৱা ? মোক লাগে নে এই সম্পত্তি লাগে ?"

কথা শুনি সকলো আচৰিত। কুমুদিনীৰ মুখৰ হাঁহি মুখতে মাৰ গ'ল। মনৰ আবেগত ককায়েকে ভায়েকক সাবটি ধৰিলে।

# যোৰা ফাঁচি

নগৰময় যেনে হুলস্থূল হ'ল ভীষণ সিং মহাজনৰ সন্দেহজনক মৃত্যুৰপৰা, তাতকৈও চঞ্চল হৈ উঠিল সেই চাঞ্চল্যকৰ হত্যাৰ অপৰাধত খৰ্গেশ্বৰ বৰুৱাৰ পুতেক গ্রেপ্তাৰ হোৱা দেখি। এনে এজন শান্ত প্রকৃতিৰ ডেকাই যে নৰহত্যাৰ নিচিনা এটা ভীষণ কুকাণ্ড কৰিব পাৰে তাক সপোনতো কোনেও ভবা নাছিল। অকল সেয়ে নহয়, এই হত্যা লৈ যেতিয়া পুলিচে চাৰিওফালে ৰঙা পাগুৰিৰ সদ্ব্যৱহাৰ কৰি সাধাৰণ মানুহৰ মনত এটা বিভীষিকা উৎপাদন কৰি ফুৰিছিল, এনে সময়ত নৰেশ্বৰ নিজে থানালৈ গৈ ৺ ভীষণ সিঙৰ হত্যাকাৰী বুলি আত্ম-সমৰ্পণ কৰি সকলোকে স্তম্ভিত কৰিলে।

ডিটেক্‌টিভ অৰ্থাৎ চোৰাংচোৱাৰ বুদ্ধি লগাই এনে এটা গুৰুতৰ ঘটনাৰ ৰহস্য ভেদৰ সুবিধা নোহোৱাৰ কাৰণে থানাৰ কৰ্ম্মচাৰী ডাঙৰীয়াৰ আপচোচ থাকি গ'ল নে নাই সেই কথা বুজা নগ'ল যদিও, আছামীক লৈ নানান তদ্‌বিৰ, তদন্ত আদি যথা নিয়মে বেছ ৰমক-জমক কৰি দৰ্শকমণ্ডলীক অবাক কৰাত কোনো ত্রুটি নহ'ল।

থানাতে হওক বা কোৰ্টতে হওক, নৰেশ্বৰে সেই একেটা কথাকে কলে। পিতাকৰ দ্বাৰা নিয়োজিত উকীলে নানান পৰামৰ্শ দিছিল; কিন্তু সেইবিলাক গ্রাহ্যকে নকৰিলে। ঘটনাৰ ইতিবৃত্ত আছামীৰ মুখত প্রকাশ পালে। তাৰ পিতাক, মাক আৰু ভনী এজনী বৰ্ত্তমান। পাঁচ বছৰ হৈ গ'ল, নৰেশ্বৰ আৰু তাৰ ভনীয়েক হেমপ্রভাৰ বিয়া অলপ কেইদিনমান অগাপিছাকৈ হৈ যায়। সেই বিয়া দুখনৰ খৰচৰ কাৰণে তাৰ পিতাকে প্রায় হাজাৰ টকা ধাৰ কৰিবলৈ বাধ্য হৈছিল—৺ ভীষণ সিং মহাজনৰপৰা। আজিকালিৰ, বজাৰ, বুজি কলেজীয়া ল'ৰাৰ বিয়াত যে অলপ অচৰপ টকা শহুৰেকৰ ঘৰৰপৰা আদায় কৰিব নোৱাৰিলেহেঁতেন তেনে নহয়; পিছে খৰ্গেশ্বৰৰ

অকলতো ল'ৰা এটা নহয়, জীয়েক এজনীও আছিল। এক হাতে লোকৰপৰা লৈ আনক উলিয়াই দিয়াৰপৰা তেওঁৰ লাভ একো নাই। বিশেষকৈ দৰাৰ পণ-প্ৰথাটো তেওঁ বিদেশীৰ বেয়া আদৰ্শ বুলি কয়। সকলোৰে যে পুত্ৰ-কন্যা সমানে জন্মিব এনে নহয়। ল'ৰাৰ পিতাকবিলাকৰ জয়জয়কাৰ হব পাৰে, কিন্তু ছোৱালীৰ পিতাকবিলাকৰ দশা কি হ'ব? ইচ্ছামতে পুত্ৰ-কন্যা জন্মাব পাৰিলে বিয়া দিয়াৰ আহুকালৰপৰা ৰক্ষা পাবৰ কাৰণে আজিকালি কন্যা জন্ম নিৰোধ কৰি পেলালেহেঁতেন। তাৰপৰা আকৌ আগৰ দৰে ছোৱালীৰ পণৰ প্ৰৱৰ্ত্তন নোহোৱাকৈ নাথাকে। এতেকে সমাজৰ মুখিয়ালবিলাকে আগ-পাছ বিশেষ বিৱেচনা কৰি কাম কৰা উচিত—এইটোৱে আছিল খৰ্গেশ্বৰৰ কথা। নেতাবিলাকে মহাত্মা গান্ধী, লেনিন, ট্ৰট্স্কি আদিৰ ডাঙৰ ডাঙৰ কথা পাহৰি নিবনুৱা হোৱাৰ পথ ৰোধ কৰিব খোজে কল-কাৰখানা আদি ভাঙি দি; কিন্তু আবিয়ৈ ছোৱালীৰ অৱস্থা যে বৰ্ত্তমান নিবনুৱাতকৈ ডাঙৰ সমস্যা হৈছে, সেই কথা ভাবিছে কেইজনে? যিয়েই নহ'ক, ভগৱান সহায় আছিল, সেইবাবে ছোৱালীৰ বিয়াখনো হৈ গ'ল টকা নিদিয়াকৈ ভাল ঘৰতে; কিন্তু বিয়াৰ যৌতুক বা আগধন নহলেই যে আন খৰচ নাই এনে নহয়; বৰং বহুত সময়ত টকা-পইচা দিব নালাগিলে আত্ম-সন্মান দেখুৱাবৰ কাৰণে খৰচ কৰিব লাগে সৰহ। এই ক্ষেত্ৰতো সেয়ে হ'ল। বিয়াখনত ঘৰৰ ধনে নটাত ধাৰ কৰিব লগীয়াত পৰিল।

ধাৰ কৰিলেই নহয়, তাক শুজিবৰো চেষ্টা লাগে—উপায় লাগে। কিন্তু য়ুৰোপৰ মহাযুদ্ধৰ কেইবছৰমান পিছত এনে অৰ্থ নৈতিক সঙ্কটে দেশক বিষমভাৱে হেঁচি ধৰিলে যে, তাৰপৰা বহুত সৎগৃহস্থয়ো অসৎ কাম কৰিবলৈ বাধ্য হ'ল। মানীৰ মান-মৰ্য্যাদা গুচিল, চৰকাৰী বিষয়াবিলাকৰ বাহিৰে সকলোৰে মাজত হাহাকাৰ লাগিল। মহাজনৰ অৱস্থাও তথৈবচ। কিয়নো ধৰুৱাই সুতকে দিব নোৱাৰে, মূলতো বহুত দূৰৰ কথা। বন্ধকী মাটি-বাৰী কিনোঁতা মানুহ নাই। মহাজনে মাটি লৈ কি কৰিব? সিহঁতক লাগে টকা। ভীষণ সিং মহাজনৰো সেয়ে দশা! সকলোবিলাক ধৰুৱাৰ নামত মোকৰ্দ্দমা কৰাও কম বিড়ম্বনাৰ কথা নহয়। তালৈ লাগে পোন প্ৰথমে বহুত টকা ঘৰৰ-পৰা নতুনকৈ উলিয়াবলৈ। ডিক্ৰি কৰিলেও নিলামত মাটিবাৰীৰ মূল্য নুঠে। অগত্যা এদিন পুৱা ভীষণ সিং খৰ্গেশ্বৰৰ ঘৰলৈ আহি টকাৰ কাৰণে নানান অকথ্য গালি-শপনি দিয়াৰ পিছত ভয় দেখুৱাবৰ বাবে হওক বা সঁচাকৈ হওক টান কৰি কৈ দিলে—"পোন্ধৰ দিনৰ ভিতৰতে ন হেজাৰ টকা মূল আৰু শতকৰা মাহিলি দুটকা হিচাবে সুত প্ৰতি ছমাহত চক্ৰবৃদ্ধি হৈ এই পাঁচ বছৰৰ সুত, সুতৰ সুত, তাৰ সুত আদি কৰি মুঠতে ২৩৪৪৲ টকা ৰূপ দি নিষ্পত্তি কৰি নেপেলালে বাৰী, ঘৰ, ভেটি, মাটি সকলো ডিক্ৰি কৰি লোৱা হ'ব।"



টানত পৰি মহাজনৰ ইচ্ছামতে বন্ধকী খত লিখি দিয়া হৈছিল যদিও মূলৰ পোৱালি ইমান বেগেৰে বাঢ়ি গৈ যে তেওঁৰ সৰ্ব্বনাশ কৰিব এই কথা কেতিয়াও খৰ্গেশ্বৰে ভবা নাছিল। বৰং টকাখিনি ওভতাই দিয়াৰ সময়ত ন্যায্য সুতৰপৰাও কিছু এৰিব, এইটো আছিল মৌখিক বন্দোবস্ত। এতিয়া কি উপায় হ'ব—এই কথা ভাবি ভাবি তেওঁ ভাত-পানী এৰাৰ নিচিনা হ'ল। কাৰণ যি মাটি-বাৰীৰ মূল্য অন্ততঃপক্ষে ৫।৬ হাজাৰ টকা আছিল, এতিয়া সেই মাটি ২।৩ হাজাৰ টকা মূল্যতো কিনোঁতা মানুহ নোলাব। তাৰ উপৰিও চাকৰি-বাকৰি নোহোৱা, খাত-পাম চলাই যোৱা মানুহ; বস্ত্ৰ-বাহানিৰ বেচ কমি যোৱাত হাটে-বজাৰে, দোকানে-পোহাৰে বাকী পৰি হাজাৰ টকামান ধাৰ হৈছে। এতেকে তেওঁ চিন্তাত বৰ অভিভূত হৈ পৰিল। দুশ্চিন্তাত তেওঁৰ ব্লাদ্ প্ৰেছাৰ বৃদ্ধি পালে। হঠাতে এদিন মূৰ ঘূৰাই অজ্ঞান হৈ পৰিল। বেজে আহি দৰব দি কলে—"ভয় নাই, দুশ্চিন্তাত এনে হৈছে—ৰোগীৰ সম্পূৰ্ণ বিশ্ৰাম দৰকাৰ, কিছু দীৰ্ঘ দিনৰ কাৰণে।" তাকে শুনি পুতেক নৰেশ্বৰে পিতাকৰ দুশ্চিন্তা দূৰ কৰিবৰ মন কৰি

ভীষণ সিং মহাজনকে ইহ সংসাৰৰপৰা আঁতৰাই দি তাৰ কাকত, দলিল আদি হস্তগত কৰি নষ্ট কৰি পেলাবৰ চেষ্টা কৰিলে।

এদিন সুযোগ উপস্থিত হ'ল। ভীষণ সিঙৰ পৰিয়ালৰ সকলোৱে নগাঁও বুলি গুচি গ'ল। সি থাকিল অকলে। আৰু পলম নকৰি সেই নিশা প্ৰায় আঢ়ৈমান বজাত নৰেশ্বৰে আগৰপৰা টকা খুৱাই থোৱা গোলাম মহম্মদ নামৰ এগৰাকী প্ৰসিদ্ধ গুণ্ডা আখ্যা পোৱা আদ্ বয়সীয়া মানুহ লগত লৈ ভীষণ সিঙৰ ঘৰত সোমালগৈ। টৰ্চ্চ জ্বলাই চালে, মহাজনে নিশ্চিন্ত মনে টোপনিত লাল-কাল হৈ আছে। পলম নকৰি বন্দবস্ত মতে নৰেশ্বৰে এখন কাপোৰেদি তাৰ মুখত হেঁচি ধৰিলে আৰু সেই মুহূৰ্ত্ততে গুণ্ডাই ভীষণৰ বুকুত জাপ মাৰি উঠি টেটু চেপি ধৰিলে। কিছুপৰ ছট্ফট্কৈ থাকি আৰু গোঁ গোঁ শব্দ কৰি যেতিয়া মহাজন নিস্তেজ হৈ পৰিল আৰু প্ৰাণবায়ু ওলাই গ'ল বুলি অনুমান হ'ল, তেতিয়া সেই মৰাশটোৰ ডিঙিত এডাল জৰী লগাই তাক ঘৰৰ চালৰ কাঠৰ মাৰলিত ওলোমাই থৈ দিয়া হ'ল এই বুলি যে, মানুহে তাক নিজৰ ডিঙিত নিজে ফাঁচ লগাই আত্মহত্যা কৰা বুলি ভাবিব।

এইবোৰ কাম সমাধা কৰোঁতে নৰেশ্বৰ ইমান চঞ্চল হৈ উঠিছিল যে, ভীষণৰ বাকচ, পেৰ়া আদি মেলি দলীলবিলাক নিবৰ ধৈৰ্য্য হেৰুৱালে। সি বেগাই ওলাই পোনেই আপোন ঘৰ বুলি গুচি গ'ল। গুণ্ডাজন কিন্তু তেতিয়াই ওলাই নগ'ল। টকা-পইচা কিবা কিবি পায়নে নেপায় বিচাৰিবলৈ ধৰিলে। সি এইবোৰ কামত নতুন নহয়। সি সাম্প্ৰদায়িক গোলমালৰ অপৰাধত জড়িত হৈ আন ঠাইৰপৰা পলাই আহিছিল।

ৰাকী ছোৱা ৰাতি নৰেশ্বৰৰ টোপনি নাহিল। সি কাণেৰে অকল ভীষণ সিঙে কৰা গোঁ গোঁ শব্দ শুনিবলৈ ধৰিলে আৰু চকুৰে কেৱল আত্মৰক্ষাৰ প্ৰাণপণ চেষ্টাত কৰা ছট্ফট্নি দেখিবলৈ ধৰিলে। পুৱা উঠি পিতাকে পুতেকৰ মুখৰ ফালে চাই আচৰিত হৈ সুধিলে,



"তোমাৰ কিবা অসুখ হৈছে নে কি বোপা?" নৰেশ্বৰে কি উত্তৰ দিব ভাবি নাপাই চক্ খাই উঠিল। অলপ সময় মনে মনে থাকি কলে— "মূৰ কামুৰিছে।" এই কথাৰ লগে লগে সি তাৰপৰা আঁতৰ হ'ল। কাৰণ, ইয়াৰ পিছত যদি আন কোনো প্ৰশ্ন পিতাকে কৰে; তেন্তে তাৰ ভাল নালগিব। নৰেশ্বৰে বাহিৰলৈ আহি শুনিলে—"খুন্ খুন্।" শুনিলে ভীষণ সিং মহাজনৰ সন্দেহজনক মৃত্যুৰ কথা। মানুহক সুসুধিলে, জানোবা কোনোবাই কিবা সন্দেহ কৰে। ভয়ত দুটা এটা প্ৰশ্ন সুধিবলৈ ধৰিলে; কিন্তু আনে যেনেকৈ কথা আষাৰ শুনা মাত্ৰকে মহাজনৰ ঘৰৰফালে খোজ ললে, সি তেনেকৈ যোৱাৰ নামকে নকৰিলে। এনে সময়ত গোলাম মহম্মদ আহি তাৰ ওচৰত ওলাল। তাক দেখা মাত্ৰকে নৰেশ্বৰে সেই ঠাইৰপৰা গুচি যাবৰ ইচ্ছা কৰিছিল; কিন্তু নোৱাৰিলে। গুণ্ডাৰ মুখত মৃদু মধুৰ হাঁহি। পুৱা গা ধুই সুস্থ শৰীৰে চাহ-ৰুটি খাই আহিছে বুলি কলে যদিও তেতিয়াও তাৰ চকুত সেই নৃশংসতাৰ চিন স্পষ্ট দেখা গ'ল। এতিয়াও যেন তাৰ নাড়ীৰ তেজ চঞ্চল হৈ বৰ বেগেৰে চলিব ধৰিছে। নৰেশ্বৰে এটা নৈৰাশ্যৰ দৃষ্টিত তাৰ মুখৰ ফালে চাই ৰ'ল। অলপ পিছত কলে—"তুমি এতিয়াই গুচি যোৱা, কেইদিন মানৰ পিছত লগ ধৰিম।"

গুণ্ডায়ো দ্বিৰুক্তি নকৰি চকুৰে চকুৰে ইঙ্গিত কৰি তেতিয়াই তাৰপৰা গুচি গ'ল। সি যোৱাৰ পিছতে নৰেশ্বৰৰ মন আকৌ চঞ্চল হৈ উঠিল গুণ্ডাৰ লগত দেখা কৰাৰ কাৰণে; কিন্তু তাৰপৰা মানুহৰ মনত কিবা সন্দেহ হ'ব পাৰে বুলি ক্ষান্ত হ'ল। ঘৰৰ ভিতৰত সোমায়ো সি নিশ্চিন্ত হব নোৱাৰে। গতিকে আকৌ বাহিৰলৈ ওলাল। নগৰ এৰি বাহিৰলৈ গ'ল—তাৰপৰা গাঁওৰ পথাৰত ওলাল, কিন্তু ইকি? তাৰ শান্তি আজি কতো নাই।

ৰাতি হ'ল। সকলোৱে টোপনিত নিঃপালি দিছে; কিন্তু ইকি ভয়ানক! সেই গোঁ গোঁ শব্দ। মানুহৰ আত্ম-ৰক্ষাৰ নিমিত্তে

প্ৰৱল চেষ্টা। কিন্তু কি নিষ্ঠুৰ, কি সাংঘাতিক মানুহৰ পিশাচ প্ৰবৃত্তি! খুন! খুন!! মানুহৰ নিচিনা এটা শ্ৰেষ্ঠ জীৱৰ হত্যা। যি প্ৰাণ মানুহে ইচ্ছা কৰিলে দিব নোৱাৰে সেই প্ৰাণ সংহাৰ। "উস্ ভগৱান! মোক কি কৰিলা প্ৰভু? খুন! হত্যা!! বৰ্ব্বৰ— এই নিষ্ঠুৰ আচৰণ! মই খুনী! ময়ো খুন হম—মোকো খুন কৰ! মোক খুন কৰ কোন আছ?"

প্ৰায় শেষ নিশা খৰ্গেশ্বৰে পুতেকৰ অস্ফুট চিঞৰ শুনি সাৰ পাই পুতেকক মাতি সুধিলে—"কিবা সপোন দেখিছিলি নে কি?"

সপোন সঁচা; কিন্তু ই টোপনিৰ সপোন নহয়, ই যে দিঠকৰ সপোন। ভীষণ মানসিক কষ্টই নৰেশ্বৰক অস্থিৰ কৰি তুলিলে। সি যে এজন নৰঘাতক—সেই কথা কাৰো আগত কবৰ উপায় নাই। সি ভাবিবলৈ ধৰিলে—"কিয় মই মহাপাতকৰ কাম কৰিবলৈ গলো? হায় হায় নিৰ্দ্দোষী মহাজন! তাৰ প্ৰেতাত্মাই নিশ্চয় মোক অভিসম্পাত দিছে। এই সময়ত একমাত্ৰ মনৰ দুখ, মনৰ অৱস্থা আলোচনা কৰিব পাৰি গুণ্ডাৰ লগত, কিন্তু এতিয়া তাৰ কোনো উপায় নাই—সেইটো সম্ভৱ হব পাৰে দিনত; কিন্তু তাত মানুহৰ সন্দেহ নোহোৱাকৈ নাথাকে।"

পোষ্ট মৰ্টেমৰ ৰিপোৰ্ট মতে 'কবোনাৰ'ৰ তদন্তত প্ৰমাণ হৈছে দম বন্ধ হৈ মৰা বুলি; কিন্তু ফাঁচি নহয়। আৰু হলেও নানান কল্পনা-জল্পনা লগাইছে, বহুত ৰকমৰ কথা ওলাইছে; কিন্তু আচল তথ্য কোনেও বুজিব পৰা নাই। এই কাৰণে গুণ্ডাৰ বৰ আনন্দ— হাঁহি হাঁহি নৰেশ্বৰৰ লগত দেখা কৰি প্ৰতিশ্ৰুতিৰ টকাখিনি পোৱাৰ পিছতো আৰু অলপমান খুজিলে। কিন্তু নৰেশ্বৰে টকা পায় ক'ত? তাৰ নানান দুশ্চিন্তাত ৰাতি টোপনি নাহে, পেটত ভোক নাই। কেৱল চাৰিওফালে মানুহৰ হত্যা আৰু পুলিচৰ বিভীষিকা দেখিছে। চকু মুদিলেই ভীষণ সিঙৰ ছট্‌ফট্‌ কৰা দৃশ্য দেখিবলৈ পায়। যি কোনো টোপনি যোৱা মানুহৰ নাকৰ শব্দ শুনিলেই সেই ভীষণ



ৰাতিৰ গোঁ গোঁ যেন পায়। প্ৰতি মুহূৰ্ত্তে সি গ্ৰেপ্তাৰৰ আশঙ্কা কৰিবলৈ ধৰিলে। তাৰ ইচ্ছা হ'বলৈ ধৰিলে—নিজৰ প্ৰাণ দি মহাজনক জীয়াই দিয়ে। এই বহল পৃথিবীত লুকাই থাকিবৰ ঠাই নাই যেন দেখিলে। নৰেশ্বৰ প্ৰায় উন্মাদৰ নিচিনা হ'ল। যিমানে সময় যাবলৈ ধৰিলে সিমানে তাৰ মানসিক যন্ত্ৰণা ইমানে বাঢ়িবলৈ ধৰিলে যে, তাৰ কিবা এটা ডাঙৰ বেমাৰ হৈছে বুলি ঘৰৰ সকলোৱে ভাবিলে। বিবেকৰ প্ৰবল তাড়নাত খুনৰ চাৰি দিনৰ দিনা সি আৰু তিষ্ঠিব নোৱাৰি থানাত গৈ হাজিৰ হৈ কলে—সিয়ে ভীষণ সিং মহাজনৰ হত্যাৰ আছামী।…… ফৌজদাৰী দণ্ডবিধি আইনৰ ৩০২ ধাৰামতে তাৰ চালান হ'ল।

অলপ সময়ৰ ভিতৰতে নৰেশ্বৰ হত্যাকাৰীৰূপে গ্ৰেপ্তাৰ হোৱা খবৰ চাৰিওফালে বিয়পি পৰিল। বেয়া খবৰ পাওঁতে পলম নহয়। খৰ্গেশ্বৰ আৰু তেওঁ ঘৈণীয়েকেও সেই বাৰ পালে। প্ৰথমতে তেওঁলোকৰ বিশ্বাসেই নহ'ল যে তেওঁলোকৰ পুতেক নৰেশ্বৰেই খুনী। কিন্তু এজনৰ মুখত নহয়, বহুতে আহি কোৱাত বুজিব পাৰিলে কিবা এটা কুকাণ্ড ঘটিছে। পুতেকৰ এনে দুৰ্ম্মতি হোৱাৰ কাৰণ কি? কথা আষাৰৰ সত্যতা প্ৰমাণৰ লগে লগে ইয়াৰ গুৰুত্বৰ বিষয়ে ভাবিবলৈ পলম নহ'ল। নৰেশ্বৰৰ মাকে পলম নকৰি জোঁৱায়েকক খবৰ দি মাতি আনিলে।

যিজনাৰ পুত্ৰ খুনী-আচামীৰূপে জেলৰ কয়দী হৈ আছে, তেওঁৰ মনৰ যে কেনে অৱস্থা হব পাৰে সেই কথা ভুক্তভোগী নহলে আনে বুজা টান। মানুহে কয়—"বাঘে চুলে ওঠৰ ঘা।" এই বাঘৰ লগত পুলিচক তুলনা কৰা হয়। সেই বাঘৰ মুখত নিজ ইচ্ছাত মূৰ সুমাই দিছে যাৰ পুতেকে, তাৰ মন জানো থিৰেৰে থাকিব পাৰে? সিও আকৌ যেই সেই কাৰণে নহয় খুনৰ অপৰাধ। কেৱল এইখিনিয়ে নহয়, খৰ্গেশ্বৰৰ "ব্লাড প্ৰেছাৰ" এই দুশ্চিন্তাত প্ৰকোপিত হৈ, গতায়ু

হবৰ ভয়ো নিচেই কম নহয়। এনে অৱস্থাত নৰেশ্বৰৰ মাক অস্থিৰ হৈ উঠিল। মোকৰ্দ্দমাৰ তদাৰক আদি সকলো কামৰ ভাৰ জোঁৱায়েকৰ হাততে সঁপি, কুসম্বাদ যেন শহুৰেকক নিদিয়ে, সেই বিষয়ে বিশেষ সতৰ্ক হবলৈ উপদেশ দিলে। তেতিয়াৰপৰা খৰ্গেশ্বৰক বুজাবলৈ ধৰিলে যে পুতেক সম্বন্ধে ভয়ৰ বিশেষ কাৰণ নাই, কাৰণ নৰেশ্বৰ নিজে হত্যাকাৰী নহয়। তাৰ বাহিৰেও সিহঁতৰ বিৰুদ্ধে কোনো সাক্ষী নাই, কেৱল গোলাম মহম্মদক ৰাতি আঢ়ৈ কি তিনি বজাত হৰগোবিন্দ ডাক্তৰ আৰু ঘাটিদাৰ পহৰাৱালাই দেখা পাইছিল। তাতো একো নহ'লহেঁতেন। ভয় হ'ল তাৰ ঘৰত সন্দেহজনক কিবাকিবি বস্তু ওলাইছে; তাৰে কেইটামান ভীষণ সিং মহাজনৰ আছিল বুলি মৃতকৰ ঘৈণীয়েকে চিনাক্ত কৰিছে; কিন্তু নৰেশ্বৰৰ তাতনো কি? থানাত বা মেজিষ্ট্ৰেটৰ আগত সি যি কৈছে এতিয়া জজৰ বিচাৰৰ সময়ত নৰেশ্বৰে সমূলি অস্বীকাৰ কৰিলে ৰক্ষা পাব পাৰে অনায়াসে।

খৰ্গেশ্বৰে শুনিলে বহুত কথা। কিন্তু মাকৰ প্ৰাণ একেলগে পুতেক আৰু গিৰিয়েকক হেৰুৱাৰ আশঙ্কাত অস্থিৰ হৈ উঠিল। ভোক, পিয়াহ, টোপনি সকলোৱে তেওঁৰপৰা একেলগে বিদায় ললে; কিন্তু গৃহিণীৰ কৰ্ত্তব্য তেওঁ পাহৰা নাই। এনে দুঃসময়তো কেনেকৈ গিৰিয়েকৰ তত্ত্বাৱধান লব লাগে, তাক অলপো অৱহেলা কৰা নাই। উকীলৰপৰা জানিব পৰা গৈছে, পুতেকৰ ফাঁচি নাইবা দ্বীপান্তৰ নোহোৱাকৈ নাথাকে। পিছে ভাল তদাৰক হলে দীঘল-দিনীয়া কাৰাদণ্ডও হব পাৰে। তেনে হোৱা হলে ভাগ্যৱানেই বুলি ভাবিব লাগিব। নৰেশ্বৰৰ মাকে শুনি শিঁয়ৰি উঠে, ভগৱানৰ উদ্দেশ্যে ভক্তিভৰা আকুল প্ৰাৰ্থনা জনায়—ল'ৰাৰ মুক্তি নহলেও ফাটেকৰ বাবে। নিজ প্ৰাণ-বলি দিলে যদি ল'ৰাই ৰক্ষা পায় তাৰ নিমিত্তে ব্যৱস্থা নকৰাৰ বাবে গৱৰ্ণমেন্টৰ আইনকে মনে মনে দূষিবলৈ ধৰে। কিন্তু কঠোৰ ৰাজ-বিধানৰ ওপৰত কৰিবৰ একো নাই দেখি নিৰ্জ্জনত চকু-লো টোকে।



বিচাৰ হৈ গ'ল। নৰেশ্বৰে স্থিৰেৰে থাকি মৃত্যু-দণ্ডৰ আদেশ শুনিলে। সম্ভৱতঃ এই চূড়ান্ত দণ্ড পাবৰ কাৰণে সি সাজু হৈ আছিল; কিন্তু গুণ্ডা গোলাম মহম্মদে জজৰ আদেশ শুনা মাত্ৰকে "ওঃ হোঁঃ" বুলি এটা হুমুনিয়াহ কাঢ়িলে। জুৰীৰ সকলোৱে 'দোষী' কথা আষাৰ প্ৰচাৰ কৰাৰ লগে লগে দুজন দুজন কনিষ্টবলে দুয়োজন আছামীৰ দুয়োখন হাতত ধৰিছিল, নহলে জানোবা হুকুম শুনি গুণ্ডাই মাটিত বাগৰি পৰি গ'লহেঁতেন। তাৰো বান্ধৱৰূপে এজন উকীলে ৰাজদ্বাৰত উপস্থিত হৈছিল। জুৰী আৰু জজক দুয়োদলৰ উকীলে বহু কথা কৈছিল; কিন্তু জজ কৰ্ত্তব্যৰ নাম কৰি, ধৰ্ম্মাধিকৰণৰ আসনৰপৰা আইনৰ দোহাই দি চূড়ান্ত নিৰ্দ্দেশ দি প্ৰাণৰ সলনি প্ৰাণ দিব লাগিব।

নৰেশ্বৰৰ পিতাক আৰু মাকে তেত্ৰিশ কোটি দেৱতাক স্মৰণ কৰি উৎকণ্ঠিত হৈ স্নেহাস্পদ পুত্ৰৰ বিচাৰৰ ফল জানিবৰ বাবে বহি আছে। হয় আজি পুতেক দোষমুক্ত হৈ উভতি আহিব, নহলে সি চিৰ বিদায় লব। এনে আশা-নিৰাশাৰ দোলাত দুলি এবাৰ ভিতৰলৈ এবাৰ বাহিৰলৈ অহা-যোৱা কৰিবলৈ ধৰিলে। কাছাৰী ছুটীৰ সাধাৰণ সময় অতীত হৈ গ'ল, তথাপি জোঁৱায়েক নাহে। নিজে বেয়া খবৰ আনি দিয়াৰ আগতে প্ৰকৃত কথা লোকৰ মুখত শুনক বুলি জোঁৱায়েকে ইচ্ছা কৰি পলম কৰিছিল। অৱশেষত প্ৰায় সাতমান বজাত যেতিয়া জোঁৱায়েকৰ মাত বাহিৰত শুনা গ'ল, তেতিয়া উৎকণ্ঠিত শহুৰেকে নিজৰ শৰীৰৰ অৱস্থা পাহৰি গৈ লৰ মাৰি বাজলৈ ওলাল। আজি নৰেশ্বৰৰ মাকে গিৰিয়েকক বাধা দিব নোৱাৰিলে, পাহৰি গ'ল। নিজে ওলাই আহি পুতেকৰ খবৰ লবৰ সাহ ন'হল। তেওঁৰ গা কঁপিবলৈ ধৰিলে, নাড়ীৰ গতি অতিশয় চঞ্চল হ'ল, মূৰ ঘূৰিবলৈ ধৰিলে। ভাল খবৰৰ আশা কেতিয়াও কৰা নাছিল; বেয়া খবৰ কিমান দূৰ বেয়া হব পাৰে সেই ভাৱনাই তেওঁক অস্থিৰ কৰি তুলিছিল। এতিয়া তেওঁৰ মনত এনে ভাৱ হবলৈ ধৰিলে যেন খবৰৰ

লগতে তেওঁৰ মূৰত কোনোবা অদৃশ্য দেৱতাই প্ৰচণ্ড বজ্ৰৰ আঘাত কৰিব, নাইবা তেওঁৰ স্নেহপূৰ্ণ অন্তৰত মহাকালৰ ত্ৰিশূল আমূল সুমাই দিব। সেয়ে হ'ল। গিৰিয়েকে বাহিৰৰপৰা চিঞৰি চিঞৰি বিচাৰকৰ আদেশৰ কথা জনালে। শুনা মাত্ৰকে ঘৈণীয়েকে "মোৰ বোপা ঔ" বুলি চিঞৰি উঠি অচেতন হ'ল। খৰ্গেশ্বৰে জোৱায়েকে আপীল কৰিবৰ দিহা কৰি অহা আৰু আপীলত ল'ৰাই মুক্তি পাব পাৰে বুলি আশা দিয়া কথা ঘৈণীয়েকৰ আগত কলে অৱশ্যে; কিন্তু নৰেশ্বৰৰ মাকৰ জ্ঞান লোপ পাইছিল, সেই কাৰণে পঞ্চ জ্ঞানেন্দ্ৰিয়ই পঞ্চ ইন্দ্ৰিয়ক এৰি থৈ গৈছে। দেখি শুনি খৰ্গেশ্বৰৰো তেজৰ হেঁচা বৃদ্ধি পালে। মূৰ ঘূৰাই ঘৈণীয়েকৰ ওচৰতে নিজৰ অজ্ঞাতে টোপনি গ'ল।

নৰেশ্বৰৰ মাকৰ সেই ধৈৰ্য্য, সেই সহিষ্ণুতা আৰু নাই। খোৱা-বোৱা একৰকম এৰিছেই। গিৰিয়েকৰ কিবা অমঙ্গলৰ আশঙ্কাত যিখিনি বাহ্যিক ধৈৰ্য্য প্ৰকাশ কৰিছিল সেইখিনিও নাইকিয়া হ'ল। এতিয়া ৰ'ল অকল উদ্দেশ্যবিহীন স্থিৰ দৃষ্টি আৰু লেথাৰি নিছিগা চকুৰ পানী। গিৰিয়েকে তেওঁক হাতত ধৰি ভাতৰ পাতত বহুৱায়, কিন্তু ভাত দেখি মাকৰ পুতেকৰ কথা মনত পৰে; তেওঁ চিঞৰি কান্দি উঠে। ভাত খোৱা ক'ৰবালৈ যায়। গিৰিয়েকেও ঘৈণীয়েকৰ লগতে কান্দি উঠি বিচনাত শুই থাকেগৈ। দুয়োৰে বুকু ল'ৰাৰ নিমিত্তে ফাটি যাব খোজে। সেই অন্তৰৰ ধুমুহাৰ চিন বাহ্যিক আকৃতি-প্ৰকৃতিত ফট্‌ফটীয়াকৈ ফুটি উঠিছে। গিৰিয়েক-ঘৈণীয়েক দুয়োজনৰে বয়স যেন এই কেই দিনতে দশ বছৰ বাঢ়ি গ'ল। কিন্তু তাত জগতৰনো ক্ষতি বৃদ্ধি কি?

নৰেশ্বৰৰ ঘৈণীয়েক আছিল বাপেকৰ ঘৰত। তাইৰ নাম সাৱিত্ৰী। ঘৰত বহি সকলো শুনিলে। শুনা মাত্ৰকে গিৰিয়েকৰ ঘৰলৈ গুচি আহিছে। বিপদৰ সময়ত শহুৰ আৰু শাহুয়েকক সেৱা কৰক ছাৰি তাই উঠি অহা মাধৱীলতাক উভালি পেলোৱাৰ দৰে অকালতে শুকাই



মৰহি যাবলৈ ধৰিলে। কাৰ ফালে কোনে চায়? ঘৰৰ সকলোটি উদ্‌বাউল, ঘোৰ বিপদ। জোঁৱায়েকে তেওঁৰ ঘৈণীয়েক—অৰ্থাৎ নৰেশ্বৰৰ ভনীয়েক হেমপ্ৰভাক লগতে লৈ আহিছিল পিতাক-মাকক সান্ত্বনা দিবৰ কাৰণে। তাই ইমান অভিভূত নহলেও ককায়েকৰ বিপদ আৰু পিতাক-মাকৰ অৱস্থা দেখি চকু লোকে সাব কৰিলে।

দিন সকলোৱে যায়, খৰ্গেশ্বৰ বৰুৱাহঁতৰো দিনবোৰ যাবলৈ ধৰিলে। পৃথিবীৰ গতি চিৰকালৰ নিমিত্তে বন্ধ হৈ যাব, সমস্ত বিশ্ব ভাগি চূৰমাৰ হৈ যাব। তাৰ কাৰণে যেন আৰু বৰ পলম নাই। জোন, বেলি, তৰা সকলোটি যেন আকাশৰপৰা খহি পৰিছে। বতাহ যেন বিষময় বাষ্পপূৰ্ণ হৈ গৈছে। বায়ু-মণ্ডলত বোধ হয় কোনো শব্দৰ ধ্বনি নুঠে, নাইবা তেওঁলোকৰ কাণবোৰ বিষাক্ত বায়ুমণ্ডলৰ প্ৰবল হেঁচাত কলা হৈ গৈছে। যেন যমৰাজে কৰাল মুখ মেলি পৃথিৱীৰপৰা মায়া-মমতা আদি কোমল বৃত্তিবিলাক ধ্বংস কৰিবৰ কাৰণে এফালৰপৰা স্নেহৰ পুতলা পুত্ৰ-কন্যাবিলাক গ্ৰাস কৰিবলৈ সাজু হৈছে। ভগৱান, ৰক্ষা কৰা! ৰক্ষা কৰা!!

হেমপ্ৰভাৰ এতিয়া উত্ৰৈশ বছৰ বয়স। কিন্তু মাকে তাইক অকণমান সৰু ছোৱালীটিৰ দৰে বুকুত সাৱটি ধৰি আছে। একো একোবাৰ চিঞৰি উঠে—"নোৱাৰ, মোৰ বাছাক মোৰ কোলাৰপৰা লৈ যাব নোৱাৰ।"

সাৱিত্ৰীক দেখিও কেতিয়াবা "মোৰ আইৰ কি দশা হ'ল" বুলি কান্দি কান্দি টানি আনি বুকুত সাৱটি ধৰে, আকৌ কেতিয়াবা তায়ে যে এটা ঘোৰ অমঙ্গলৰ কাৰণ, এই বুলি গালি পাৰিবলৈ ধৰে। সাৱিত্ৰীয়ে অকল চকুলো টোকে। সকলো অদৃষ্টৰ ফল বুলি ভাবি সান্ত্বনা লভিবৰ ব্যৰ্থ চেষ্টা কৰে।

হাইকোৰ্ট অৰ্থাৎ শ্ৰেষ্ঠ ধৰ্ম্মাধিকৰণৰ শেষ বিচাৰতো সেই তলৰ বিচাৰালয়ৰ ৰায়ে বাহাল থাকিল। লাট, বৰলাট আদি কৰি ক্ৰমাৎ স্বয়ং 'ইংলণ্ডেশ্বৰো বা জগদীশ্বৰো'ৰ তাত জীৱন ভিক্ষা কৰি যেতিয়া

কোনো প্ৰতিকাৰ নহ'ল, তেতিয়া নিৰাশাৰ ওপৰত ক্ষীণভাৱে থকা আশাৰ সূত্ৰখিনি হেৰুৱাই মাক-বাপেক জীৱন্তে মৰা হ'ল। মাকৰ মাথোঁ এটা কামনা প্ৰবল হ'ল—আত্মহত্যা কৰি পৰলোকলৈ গৈ ৰাজদণ্ডত অপঘাত-মৃত্যুত যন্ত্ৰণা ভোগ কৰা পুতেকক কোলাত তুলি পুতৌ কৰা, পৰিচৰ্য্যা কৰা। তাৰ বাহিৰে তেওঁৰ আৰু কোনো সুখ নাই, দুঃখ নাই, আশা-আকাঙ্ক্ষা একো নাই—যেন অনুসন্ধান সমিতিত পৰি থকা এটা পুৰণিকলীয়া শিলৰ মূৰ্ত্তি।

ফাঁচিৰ আচামী নৰেশ্বৰ আৰু গোলাম মহম্মদ দুয়োকে এদিন আগতে জনাই দিয়া হৈছে, কাইলৈ পুৱা সিহঁতক ফাঁচি দিয়া হ'ব। আত্মীয়-স্বজন আদি যাৰ যি আছে সিহঁতৰ ভিতৰত চৰকাৰে অনুমতি দিয়া কেইজনে আচামী দুজনক শেষ দেখা কৰি চিৰ বিদায় লৈ গৈছে, মৃত্যুদণ্ডৰ তিনিদিন আগতে। এয়ে চৰকাৰৰ নিয়ম। পিতাক আৰু মাকে আহি শেষ বিদায় লৈ গৈছে। সেই দৃশ্য বৰ মৰ্ম্মান্তিক। খৰ্গেশ্বৰে মাথোঁ সুধিলে—"বোপাই কিয় এনে কাম কৰিলি?" কিন্তু আন একো কথা ক'ব নাপালে। মাকে কোনো কথা কবৰ আগতে অকল "বাপা, কলৈ যাব তই" বুলি চিঞৰি পুতেকক সাবটি ধৰি থাকিল। সময় হৈ গ'ল, কিন্তু তেওঁ নেৰে। সেই কাৰণে জোৰ কৰি এৰুৱাব লগাত পৰিছিল। পুতেকে চকুলো টুকি দুয়োৰে ভৰিৰ ধূলি মূৰত ললে। সাবিত্ৰীয়ে গিৰিয়েকক দেখি কেৱল পাৰেমানে কান্দিলে।

নৰেশ্বৰে কৰ্ত্তৃপক্ষক আৱেদন জনাইছিল—তাৰ এই অপমৃত্যুত আত্মাই প্ৰেত-যোনী প্ৰাপ্ত হ'ব। এতেকে তাৰ উপায় বা প্ৰতিকাৰ কি হ'ব বুলি। গৱৰ্ণমেণ্টৰ সেই বন্দৱস্ত কৰি থোৱা আছে। সেই কাৰণে দৰমহা থোৱা এজন পণ্ডিতক মাতি থৈছিল। নৰেশ্বৰৰ আগ্ৰহ দেখি পণ্ডিত গৰাকীয়ে প্ৰকৃততে স্নেহপৰবশ হৈ জীৱৰ মৃত্যুত যে একো নহয়—পিন্ধা ফাপোৰ পুৰণি হৈ গলে যেনেকৈ মানুহে নতুন কাপোৰ সলায়, ঠিক তেনেকৈ এই দেহ এৰি প্ৰাণ অৰ্থাৎ আত্মাই



আন কলেৱৰ ধাৰণা কৰে মাথোঁ—ইত্যাদি ভগৱৎ-গীতাৰ ভগৱান শ্ৰীকৃষ্ণৰ বাণীবিলাক নানান ব্যাখ্যাৰে সৈতে বুজাবলৈ ধৰিলে। এই সৰু কিতাপখনিক কোনে নাজানে—কোনে নিচিনে? কিন্তু ক্ষেত্ৰ প্ৰস্তুত নাথাকিলে কোনো গুটিয়ে নগজে। আজি কালে নৰেশ্বৰৰ চুলিত ধৰিছে। মৃত্যুৱে তাৰ মুখৰ আগত থিয় দি উলঙ্গ হৈ নৃত্য কৰিছে। গতিকে তাৰ ক্ষেত্ৰ প্ৰস্তুত। এতেকে পণ্ডিতৰ সি প্ৰতিটি কথা বিশেষ মনযোগ দি শুনিবলৈ ধৰিলে আৰু দিনে-ৰাতিয়ে কেৱল গীতা-পাঠ আৰু ভগৱানৰ নাম-জপকে সাৰ কৰিলে।

জীৱন অৰ্থাৎ আত্মা। তাৰপৰা 'আত্ম' এই কথা আষাৰৰ সৃষ্টি। এই জীৱনতকৈ আৰু কোন আপোন হব পাৰে? প্ৰাণতকৈ মানুহৰ আন কি কাম্য হব পাৰে? এই প্ৰাণ হেৰুৱাব লাগিব, পশু-বলিৰ নিচিনাকৈ অতি নিৰ্ম্মমভাৱে ডিঙিত জৰী লগাই—ফাঁচ দি। উস্ কি ভীষণ! কেনে বিভীষিকাময়! সমস্ত শাস্ত্ৰ যেন ব্যৰ্থ হৈ গ'ল। ৰাতিপুৱা ফাঁচি হ'ব শুনি মৃত্যুৰ কৰাল দৃশ্য তাৰ চকুত পৰিল। নৰেশ্বৰৰ চেতনা লোপ পাবৰ উপক্ৰম হ'ল।

গোলাম মহম্মদৰো আপোন মানুহে আহি শেষ বিদায় লৈ গৈছে। তাৰ কাৰণেও এগৰাকী মৌলবী নিযুক্ত হৈছিল; কিন্তু তাৰ চঞ্চল মনক একোই শান্তি কৰিব নোৱাৰিলে। সি সজাত বন্ধ হৈ থকা বাঘৰ নিচিনা এটা হুঙ্কাৰ মাৰি কিছুপৰ তবধ হৈ ৰ'ল।

কোৱা বাহুল্য, দুয়োৰে ঠাই বেলেগ বেলেগ খোঁটালীত। পহৰাদাৰ-চন্তৰীয়ে ওৰে ৰাতি দুয়োকে বিশেষভাৱে পহৰা দি থাকিল। কাৰণ এনে এটা ভয়ানক নিশা, যাৰ অন্তৰ লগত প্ৰাণৰো অন্ত হব সেই নিশাটোৰ অৱস্থা অবৰ্ণনীয়। তাক ফাটেকৰ কৰ্ত্তৃপক্ষই ভালভাৱে জানে। প্ৰতি ঘণ্টাতে ঘড়ীৰ কাঁটা গণি গণি প্ৰাণদণ্ডিত আচামীয়ে নিজ নিজ পৰমায়ুৰ স্থায়িত্ব কালৰপৰা এটা এটা ঘণ্টা বাদ দিবলৈ ধৰিলে। ক্ৰমে ক্ৰমে মৰণৰ ক্ষণ ওচৰ চাপি আহিবলৈ ধৰা

দেখি ভয়ত তত নাইকিয়া হৈ কোনো আচামীয়ে নিৰ্দ্দিষ্ট সময়ৰ আগতে আত্মহত্যাৰ চেষ্টা কৰে।

ঠিক সময়ত 'ঝনাৎ' কৈ শব্দ উঠিল। লগে লগে নৰেশ্বৰৰ ফাটেকৰ খোঁটালীৰ দুৱাৰ মুকলি হ'ল। তাৰ যমপুৰী যাত্ৰাৰ শৱযাত্ৰাকাৰী কনিষ্টবল, জেইলাৰ প্ৰভৃতি সাজি-কাচি আহি উপস্থিত। সকলোৰে দেখিলে, ক্ৰমে ক্ষীণ হৈ আহিবলৈ ধৰা তাৰ স্বাস্থ্যৰ আজি একে নিশাতে এনে অৱস্থা হৈছে যে আৰু কিছুপৰ থাকিলে জানোবা এনেই প্ৰাণবায়ু ওলাই যায়। চকু দুটা ভিতৰত সোমাই গৈছে, সমস্ত অঙ্গ-প্ৰত্যঙ্গ ধীৰে ধীৰে কঁপিবলৈ ধৰিছে। এইবোৰ দৃশ্য জেলৰ মানুহবিলাকৰ আগত একো নতুন নহয়। সদায় দেখি দেখি নিৰ্ব্বিকাৰ হৈছে—মনত কোনো প্ৰকাৰ চাঞ্চল্য নাহে—কোনো ভাৱৰ সমাৱেশ নহয়। কিন্তু যিয়ে নহক, নৰেশ্বৰক যিমানখিনি সম্ভৱ ভদ্ৰ ভাষাৰে কলে—"সময় হ'ল নহয়, আপুনি জানো গা ধুব ?"

নৰেশ্বৰে ম্ৰিয়মান অৱস্থাত থিয় হৈ কঁপি কঁপি নম্ৰভাৱে উত্তৰ দিলে—"ধুলোহেঁতেন।"

তেনেই নম্ৰভাৱে জেইলাৰে কলে—"ধুৱাই লওক তেনেহলে।"

সকলো গোলাম মহম্মদৰ খোঁটালীলৈ গ'ল। তাৰ আকৃতিও অস্বাভাৱিকৰূপে পৰিবৰ্ত্তন হৈছিল। চকু দুটা ৰঙা জবাফুলৰ দৰে হৈছে, যেন ওলাই পৰিব খুজিছে। 'উঃ! উঃ!' কৰিছে আৰু মাজে সময়ে নিজৰ চুলি উঘালিছে। যমদূত, কালদূতহঁতক দেখা মাত্ৰকে "উঁ"—বুলি নাকেদি চিঞৰি সোঁ হাতেৰে নিজৰ চকু দুটা ঢাকি ধৰি তাৰপৰা উঠি বিপৰীত ফালৰ চুক এটাৰ বেৰত পিঠি লগাই আন হাতখন আগ বঢ়াই দি আত্মৰক্ষাৰ বৃথা চেষ্টা কৰিবলৈ ধৰিলে। বেৰৰ লগত মিলি যাব খোজে যেন সজাত থকা বনৰীয়া চৰাই নাইবা নিৰুপায় ক্ষুদ্ৰ জন্তু এটা। সি তেতিয়া উন্মাদ।

গা ধুব নেকি বুলি সোধাত প্ৰশ্নকৰ্ত্তাৰ মুখৰ ফালে ভয়বিহ্বল উদাস দৃষ্টিপাত কৰি কৰুণ ভীতিব্যঞ্জক সুৰত মূৰ জোকাৰি কলে—



"নাহি নাহি।" অগত্যা তাৰ দুহাতত দুজন জেলৱাৰ্ডাৰে ধৰি টানি হেঁচুকি খোঁটালীৰপৰা উলিয়াই অনাত জেইলাৰে সুধিলে—"তোৰ কিবা শেষ ইচ্ছা আছে নে নাই ?" সি ক'ৰবাত পুৰণি গল্প শুনিছিল প্ৰাণদণ্ডৰ আচামীৰ শেষ ইচ্ছা পূৰণ কৰা হয় বুলি আৰু কোনোবা ডাঙৰ মানুহে ফাঁচিৰ মঞ্চত উঠি ডিঙিত জৰী লগোৱাৰ পিছত "গুড়ৰ চৰ্বত জীৱনত কেতিয়াও খোৱা নাই, তাকে খাবৰ আকাঙ্ক্ষা ৰৈ গ'ল" বুলি বাৰিষ্টাৰৰ পৰামৰ্শত কোৱাত ডিঙিৰপৰা জৰী সোলোকাই গুড়ৰ চৰ্বত খুৱাইছিল ; বাৰিষ্টাৰ ওচৰতে আছিল। এবাৰ ডিঙিৰ-পৰা জৰী খুলি নিয়াৰ কাৰণে ডাঙৰ মানুহজনে মুক্তি পাইছিল। সি যিয়ে নহ'ক গোলাম মহম্মদে কঁপি কঁপি কলে—"হৰিণকা মাংস খায়েঙ্গা।"

শেষ ইচ্ছা! এজনে ডাবি মাৰি কলে—"মৰিবলৈ ওলাইছ, পহুৰ মঙহ খাব খোজ, কটা!"

ধমক খাই গোলাম মহম্মদে একো নামাতিলে বা মাতিব নোৱাৰিলে। পাছফালে হাতকেৰেয়া লগাই নিষ্ঠুৰভাৱে পশুৰদৰে দুই বাহুত ধৰি টানি লৈ যাব ধৰিলে। অলপ কেইগজমান আগ বাঢ়ি ফাঁচি কাঠ তাৰ দৃষ্টিত পৰিল। আকৌ সি নাকেৰে "উ" বুলি কৰুণ চিঞৰ এটা মাৰি চকু মুদি মাটিত বহিবলৈ চেষ্টা কৰিলে। সি ভৰিৰ ওপৰত ভৰ দি থিয় হৈ খোজ কাঢ়িবলৈ অসমৰ্থ হ'ল। কিন্তু তাতে তাক এৰে কোনে ? ৱাৰ্ডাৰ দুজনে জোৰ কৰি এটা জোকাৰ মাৰি তাক টানি-তুলি গালি পাৰি পাৰি আগবাঢ়িবলৈ ধৰিলে।

যাৰ প্ৰাণ লোৱা হ'ব তাৰ ওপৰতনো কিহৰ মমতা ? তাৰ দুখ-কষ্টনো কি ? সকলো কষ্টৰ অৱধিয়ে হ'ল মৃত্যু। সম্ভৱতঃ এনে ধাৰণাৰ পৰা বহুতে মৃত্যুদণ্ডৰ আগতে অনাৱশ্যক মানুহক শাস্তি দিবলৈ ইতস্ততঃ নকৰে বা নকৰিছিল বুলি পুৰণিকলীয়া বিৱৰণত পোৱা যায়। মূল কথা ই জিঘাংসা প্ৰবৃত্তিৰ পৰিচায়ক। সি যিয়ে নহ'ক, নৰবলি চাবৰ প্ৰবৃত্তি থকা মানুহৰো পৃথিৱীত অভাৱ নাই। সেইদিন এজন

পুলিচ-অফিছৰ নতুন কেৰাণীয়ে মানুহক ফাঁচি কেনেকৈ দিয়ে তাকে চাবৰ বাবে গোপন বন্দবস্ত কৰি আহিছিল। এইবোৰ দৃশ্যই তেওঁক অভিভূত কৰি পেলালে। তেওঁৰ মনত ভাব হ'ব ধৰিলে—যদি তেওঁৰ কোনো ক্ষমতা থাকিলহেঁতেন, তেনেহলে সমস্ত শক্তি প্ৰয়োগ কৰি এই বেচাৰাক উদ্ধাৰ কৰি জীৱন-দান কৰা-ৰূপে পুণ্য সঞ্চয় কৰি আত্ম-প্ৰসাদ লাভ কৰিলেহেঁতেন। উস্ কি কঠোৰ, কেনে নিৰ্ম্মম শাস্তি—প্ৰাণদণ্ড! এই পাপ-প্ৰথা কিয় দেশৰপৰা গুচি নাযায়? তাৰপৰা খুনীক প্ৰশ্ৰয় দিয়া হব, দেশত খুনৰ সংখ্যা বাঢ়িব? কিয়, দ্বীপান্তৰ বাসটোনো কি গুণে কম? তাত মানুহৰ মনত সাহ হ'ব অন্ততঃ প্ৰাণটো জীয়াই থাকিব বুলি। গতিকে খণ্ডৰ বা স্বাৰ্থৰ কাৰণে মানুহে খুন কৰিবলৈ ইতস্ততঃ কৰিব? হবও পাৰে। বহুতে আকৌ দ্বীপান্তৰ-বাসক প্ৰাণদণ্ডতকৈও সাংঘাতিক বুলি ভাবে; কাৰণ তাত ফাঁচিৰ নিচিনা এক মুহূৰ্ত্ততে নমৰি লাহে লাহে তুঁহৰ জুইত পুৰি মৰাদি মৰিব লাগে। সি হ'ক বাৰু—তথাপি পাপৰ সলনি পাপ কৰিব নালাগে। বৰং মাজে সময়ে দেখা গৈছে, নিৰ্দ্দোষ মানুহেও চক্ৰান্তত পৰি খুনী বুলি প্ৰমাণিত হৈ অকালতে মূল্যৱান নিৰীহ জীৱন হেৰুৱাইছে। কেইবছৰমান আগতে এজন মানুহে ফাঁচিত প্ৰাণ দিবৰ আগ মুহূৰ্ত্তলৈকে চিঞৰিছিল—"মই খুনী নহওঁ, মই নিৰ্দ্দোষ" বুলি। বহুতৰে সন্দেহো হৈছিল; কিন্তু বিচাৰকৰ হুকুম। পিছে কেইবছৰমান পিছত প্ৰকৃত আচামী ধৰা পৰাত সকলো তথ্য ওলাই পৰিল। ইজনৰো প্ৰাণ-দণ্ড হ'ল, কিন্তু যিজনে বিনাদোষত প্ৰাণ দিলে তাৰনো কি ব্যৱস্থা হ'ল? যদি তাক হত্যা নকৰি কলীয়াপানীৰ অৰ্থাৎ নিৰ্ব্বাসন-দণ্ড নাইবা আজীৱন কাৰাবাসৰ ব্যৱস্থা কৰা গলহেঁতেন, তেনেহলে যি মুহূৰ্ত্তত তাৰ নিৰ্দ্দোষিতা প্ৰমাণ হৈছিল সেই মুহূৰ্ত্ততে তাক এৰি দিবৰ ব্যৱস্থা কৰিব পৰা গ'লহেঁতেন। অৱশ্যে গোলাম মহম্মদ দোষী, কিন্তু তাৰ প্ৰাণ লবৰ আমি কোন? পাপীক শাস্তি দিয়া উচিত সংশোধনৰ কাৰণে—তাক হিংসা কৰা হ'ব



কি নিমিত্তে? বিচাৰ! বিচাৰৰ মালিক কোন? হায় ভগৱান, এইবোৰ নৃশংস কাম পৃথিৱীৰপৰা লোপ নাপাবনে?

শেষ পৰ্য্যন্ত সেই নতুন দৰ্শকে যি দেখিলে তাৰ ফলত সেইদিনা তেওঁ একো খাবকে নোৱাৰিলে। ৰাতি টোপনিও নাহিল। অকল ভাবিলে—হায়, মানুহৰ জীৱন আৰু মৰণ এক মুহূৰ্ত্তৰ কথা। এই দেহ, এই প্ৰাণ লৈ ইমান আশা-আকাঙ্ক্ষা, ইমান মায়াজালৰ সৃষ্টি কৰি মুগা-পলুৱদৰে অপোন কৰ্ম্ম সূত্ৰত কি কাৰণে মানুহ হৈছে? প্ৰাণদণ্ড কি ভীষণ, কেনে ভীতিপ্ৰদ! তথাপি মানুহে হত্যা কৰিবলৈ ইতস্ততঃ নকৰে। কিন্তু লোকৰ প্ৰাণ নিবৰ সময়ত যি অহঙ্কাৰ সেই কথা নিজৰ প্ৰাণ দিবৰ সময়ত কলৈ যায়? আৰু ভাবিলে—এই প্ৰাণদণ্ডৰপৰা পৃথিৱীত মানুহৰ জিঘাংসা প্ৰবৃত্তি লোপ পাব নে শিক্ষাৰে আন ব্যৱস্থা দৰকাৰ?

যেতিয়া গোলাম মহম্মদক ফাঁচি-মঞ্চত তুলি তাৰ ডিঙিত মৰণ-জৰী লগাই দি মুখখন ঢাকি দিলে, তেতিয়া তাৰ সম্পূৰ্ণ জ্ঞান লোপ পাইছিল। মুৰ এফলীয়া হৈ গৈছিল। কেৱল উশাহ-নিশাহৰ 'ঘেৰ ঘেৰ' শব্দ ওলাব ধৰিছিল। ফাঁচি দিয়া মানুহ গৰাকীয়ে নিয়মমতে মন্ত্ৰ মাতিলে—"আমাৰ কোনো দোষ নাই, ৰাজআজ্ঞাত আমি এই কাম কৰিছো!" মৌলবীয়ে আল্লাক চিন্তিবৰ কাৰণে উপদেশ দিলে। মাজিষ্ট্ৰেটৰ আদেশত 'হেণ্ডেল'ত টান্ দিয়া মাত্ৰকে আচামী থিয় হৈ থকা মঞ্চ দুই ফাল হৈ গ'ল। লগতে গোলাম মহম্মদো ঢপকৈ তলত পৰি লোকচক্ষুৰ অন্তৰাল হ'ল—অকল ডিঙিত লগোৱা জৰীডাল ওলমি আছে—তেতিয়া লৰিছে। নতুন দৰ্শকৰ বা এতিয়াও যাৰ প্ৰাণ কঠোৰ হৈ উঠা নাই, তেওঁলোকৰ চকুযুৰি এক মুহূৰ্ত্তৰ কাৰণে মুদ খাই গৈছিল। মেলি চালে—পৰিষ্কাৰ, সকলো শেষ। প্ৰকৃততে মৃত্যুতকৈ মৃত্যুৰ বিভীষিকাহে ভয়ঙ্কৰ। মৃত্যুৰ বাকীখিনি অকল অভিনয়ৰ উপসংহাৰ মাথোন। অমানুষিক!

সকলোৱে আকৌ নবেশ্বৰৰ খোঁটালীলৈ গ'ল। তাক জেইলাৰে সুধিলে—"আপুনি প্ৰস্তুত হৈছেনে ?"

নবেশ্বৰে গা ধুই জাঙিয়া সলাই থিয় হৈ আছিল। গা, হাত-ভৰি তেতিয়াও মৃদু মৃদু কঁপিব ধৰিছে। ধীৰভাৱে লাহেকৈ উত্তৰ দিলে "এৰা, বলক।"

কিবা শেষ ইচ্ছা আছে নেকি বুলি সোধাত সি উত্তৰ দিলে—"মোৰ আন একো ইচ্ছা বা কামনা নাই; অকল হুকুম দিয়ক, এই গীতাখন যেন মোৰ বুকুত লাগি থাকে আৰু পণ্ডিত যিজন মোৰ গুৰু, তেওঁ যেন মৰণ কালত মোৰ মুখৰ আগত থাকে।"

শেষ ইচ্ছাটো সম্ভৱতঃ-টকা-কড়ি, ধন সম্পত্তি আদি যদি ঘৰত পঠিওৱা সম্বন্ধে কোনো কথা থাকে। সি যিয়ে নহ'ক, সেইবোৰ ইচ্ছা একো নহ'লেও এই সামান্য অনুৰোধ অৱশ্যে ৰখা হ'ব বুলি আশ্বাস দি সূতা আনি গীতাখন বুকুত আঁৰি দি পণ্ডিতক মাতি পঠিয়ালে। আগে পাছে মানুহ তাৰ লগে লগে আগ বাঢ়ি যাবলৈ ধৰিলে। কেইগজমান আহি সি ফাঁচি-কাঠ দেখা পালে। নবেশ্বৰে চিঞৰি উঠিল আৰু নবহিলো; কিন্তু সেইফালে চাই হঠাৎ থিয় হ'ল। ভৰি নচলা হ'ল। গা কঁপিয়ে আছে। প্ৰাণৰ মায়া। জেইলাৰে যিমান নম্ৰভাৱেৰে পাৰে কলে—"বলক।" আকৌ লাহে লাহে আগ বাঢ়ি ফাঁচি-মঞ্চত থিয় হ'লহি। যথা নিয়মে কাম চলিল। পণ্ডিত গৰাকীৰ চকুৰেদি অজস্ৰ পানী পৰিবলৈ ধৰিলে। অৱশেষত থাকিব নোৱাৰি কলে—"বাপা, মই তোমাক স্নেহ কৰোঁ; তোমাৰ এনে মৃত্যু মই চাই থাকিব নোৱাৰিম, মোক বিদায় দিয়া তুমি।"

"নহয় গুৰুদেৱ, আপুনি থাকিব লাগিব। মোক আশীৰ্ব্বাদ কৰক, যেন মোৰ প্ৰেতাত্মা উদ্ধাৰ হব পাৰে।" এইবোৰ কথা নবেশ্বৰে অলপ জোৰে জোৰে কবলৈ ধৰিলে। সম্ভৱতঃ কথা কবৰ সময়ত অলপ অন্যমনস্ক হৈ মৃত্যুভয় লাঘৱৰ চেষ্টা কৰিছে। পণ্ডিতে চিঞৰি চিঞৰি কলে—"ভগৱানে অৱশ্যে তোমাৰ কল্যাণ কৰিব। যাৰ আত্ম-গ্লানি হৈছে, যিজনে হত্যাৰ পিছত নিজে আহি আত্ম-প্ৰকাশ কৰি শাস্তি বৰণ কৰিছে, তাৰ পাপ ক্ষয় হৈছে; সি নিশ্চয় মুক্ত হ'ব। তুমি মুক্তি পাবা, এয়ে মোৰ আশীৰ্ব্বাদ। বাপা, তুমি ভগৱানক চিন্তা।"



নবেশ্বৰে চিঞৰি কবলৈ ধৰিল—"হৰে মূৰাৰে মধুকৈটভাৰে গোপাল গোবিন্দ মুকুন্দ সৌৰে।" কথা শেষ নৌ হওঁতেই তক্তা তুফাল হ'ল। নবেশ্বৰ গাঁতত অদৃশ্য হ'ল।

# অধিকাৰৰ দাবী

বিশ্বনাথৰ ভাবপ্ৰকাশৰ ক্ষমতা সিমান থাকক বা নাথাকক অন্তৰখন আছিল ভাবত ভৰপূৰ। গতিকে তেওঁৰ অন্তৰ্নিহিত ভাবফল্গুৰ প্ৰেৰণাত কাকত-কলম লৈ বহি সময়ে অসময়ে কিবা কিবি লিখিছিল। বৰ্ত্তমানে এই দেশত পাৰশ্য দেশৰ "চাইমুন্" চলাব দৰে সেই দেশৰ 'গজল' সুৰৰ বতাহো গ্ৰামোফোনৰ জৰীয়তে প্ৰবল বেগে বৈ যাব ধৰিছে। তাৰে এটা সুললিত সুৰৰ সুৰাগ, লালিত্য লৈ তেওঁ সিদিনা এটা গীত ৰচনাত মন দিছিল। এক শাৰী লিখিছে আৰু সেই শাৰীটোকে "গুণ, গুণ" কৈ গাব ধৰিছে। এইদৰে গীতটো লিখা শেষ কৰি "ডবল" দাবি দিছে, এনেতে ভুবনেশ্বৰী ওলাল আহি—হাতত এখন বৰঙণিৰ বহী লৈ।

আৰ্থিক অৱস্থা যেনেই নহওক কিয় বৰঙণিৰ বহী দেখিলে জলাতংক ৰোগীৰ নিচিনাকৈ চক্ খাই নুঠা মানুহ নিচেই তাকৰ। বিশ্বনাথৰ অন্তৰখন কঁপি উঠিলেও মনৰ ভাব গোপন কৰি সৌজন্যৰ খাতিৰত বহিবলৈ কৈ সুধিলে, "সেইখননো কি?"

"ভূমিকম্পত আৰ্ত্তৰ সাহায্য লাগে। অসম যে মনুষ্যত্বৰ ফালৰ পৰা কোনো প্ৰদেশতকৈ কম নহয় তাক দেখুৱাব লাগিব; বদান্যতাৰ প্ৰমাণ দিব লাগিব; কি দিব দিয়ক।"

বিশ্বনাথে মূৰ খজুৱাবলৈ ধৰিলে; কিন্তু সেই ভাব বেছি পৰ নাথাকিল। কাৰণ তেওঁৰ ঘৰত ভুবনেশ্বৰীৰ পদাৰ্পণ নতুন নহয়; বৰং সাধাৰণতকৈ অলপ বেছিয়ে আছিল। দুষ্ট লোকে এই কথালৈ ফুচ্‌ফাচ্ কণা-কণিও কৰিছিল। সেইবোৰ কথা মাহকী মানুহৰ কাণত নগলেও বিশ্বনাথৰ কাণত যে পৰা নাছিল এনে নহয়। কিন্তু তেওঁ ভয় খাওঁক বা লাজ পাওঁক ছাবি মনে মনে আমোদহে উপভোগ কৰিছিল। কৈছিল—"মন পবিত্ৰ থাকিলে ভয়নো কাৰ?" তাকে



শুনি কিছুমানে মনস্তত্ত্ব আলোচনা কৰি মন্তব্য কৰিছিল যে, তেওঁৰ হৃদয়ত অন্ততঃ ভুবনেশ্বৰীৰ সৌন্দৰ্য্যৰ চাপ এটা নপৰাকৈ থকা নাই। তাৰ উত্তৰত বিশ্বনাথে কৈছিল—"মোৰ অন্তৰত ৰূপৰ চাপ বিচাৰি ফুৰাসকলৰ অন্তৰত কৈ যে কিমান বেছি 'এন্‌গ্ৰেভড' (খোদিত) হৈ গৈছে তাকহে চাব লগীয়া।

সি যি নহ'ক মহিলাৰ অনুৰোধ; বিশেষকৈ ভগৱানৰ 'চুপাৰিছ' পত্ৰ লৈ অহা অৰ্থাৎ ৰূপ-যৌৱন থকা। গতিকে এই দুৰ্দ্দিনতো দহ টকা ওলাল।

ভুবনেশ্বৰীক বিদায় দিয়াৰ আগতে তেওঁৰ নতুনকৈ লিখা গীতটো পঢ়ি শুনাবৰ কাৰণে সুযোগ বিচাৰি অন্যমনস্কতাৰ ভাৱ দেখুৱাই কাকতখন আগ বঢ়াই দিলে। মানুহে তিৰোতাক যিমান চালাক ভাবে তাতকৈ তেওঁলোকৰ বহুতেই বেচি চালাক। ভুবনেশ্বৰীয়ে কথাটো বুজি পালে। "কি লিখিছে, চাওঁ" বুলি হাতখন আগ বঢ়ালে।

"এ নহয়, একো নহয়।" বুলি বিশ্বনাথে কাকত ডোখৰ তুলিলৈ "ইবোৰ কি চাব, বন নোহোৱাৰ বন" বুলি কলে; কিন্তু কাকতখন চাবলৈ আগ বঢ়াই দিলে। ভুবনেশ্বৰীয়ে দেখিলে, কাকতৰ শিৰোনামাত লিখা—'গজল'। তাৰ-তলত গীতটো এই দৰে লিখা আছে—

আৰোৱা—বৰিয়ালী, আছ উজলি
উত্তৰ আকাশত ভাতি সুমেৰু।
ছয় মাহ দিন ছয় মাহ ৰাতি
(কঁপে) জাৰত হিয়া দুৰুদুৰু॥
মূৰৰ ওপৰত ধ্ৰুৱ তৰা,
দিক চক্ৰৱালত বেলিৰ ঘূৰা,
বগা ভালুকৰ চলা-ফুৰা
লগত লৈ পোৱালী-জৰু?

কুকুৰে পহুৰে শ্লেজ টানে,
দুহিতাই পহুক খিবাই আনে ;
কিবা সুন্দৰ এই মেৰু
নাই কোনো ম'হ-গৰু ॥
বৰফৰ মাজত ছিলৰ বাহা,
সদা ধুমুহা-বতাহ চলিছে মহা,
এস্কিমো ডাবলিং আঁহা আঁহা
( এস্কিমো পিয়াৰে আঁহা আঁহা )—
নেন্‌ছেন্ বহি বজায় ডম্বৰু ॥

পঢ়া শেষ কৰি ভুবনেশ্বৰীয়ে মিচিকি হাঁহি মাৰি বিশ্বনাথৰ মুখৰ ফালে চালে। দেখিলে—লিখকৰ মনত এটা আত্মপ্ৰসাদৰ ভাব ফুটি উঠিছে আৰু তাৰ লগতে চকুৰ চুকত অন্তৰৰ আন এটা প্ৰচ্ছন্ন ভাবৰ জিলিঙনি দূৰ চক্ৰৱালত ক্ষীণ বিজুলী ৰেখাৰ দৰে জ্বলিব ধৰিছে। সিখিনিও চকুত নপৰাকৈ নাথাকিল। তেওঁ কিবা ক'ব খুজিছিল, এনেতে ৰাঘবেন্দ্ৰ আহি সোমাল। তেওঁ এজন মনখোলা মানুহ, সকলোৰে লগত হাঁহি-ধেমালি। পিছে অলপ অসংযত। তেওঁ সুধিলে, "কিহে, প্ৰেমপত্ৰ নেকি ?"

কথা শুনি ভুবনেশ্বৰীৰ কাণ দুখন ৰঙা হ'ল; বিশ্বনাথেও অলপ লাজ পালে। কাৰণ "এস্কিমো ডাৰলিং আঁহা আঁহা," বুলি মতাৰ ভিতৰত এটা গুপ্ত আহ্বানৰ ইঙ্গিত নাছিল যে এনে নহয়। তেওঁ কলে, "তুমি বৰ হেৰিহে, অলপো শ্লীলতা নাই তোমাৰ।"

আগন্তুকে উত্তৰ দিলে-"তোমাৰ শ্লীলতা আৰু অশ্লীলতাৰ সীমা ৰেখা যে ক'ত, মই আজিলৈকে তত্ ধৰিব পৰা নাই। চাওঁ কি লিখিছা ?"

কথাৰ লগে লগে কাকতখন তুলিলৈ পঢ়ি চাই কবলৈ ধৰিছে—"এৰা ইয়াকেই বোলে ৰঙ্গৰ সৃষ্টি ! ছন্দ যিয়ে নহ'ক কিয়, ভাব লৈহে



গীত বা কবিতাৰ বিচাৰ। এইটো ল্যাপলেণ্ডত নে 'নৰ্থপোল'ত বহি লিখিছিলা হে ?"

ৰাঘবেন্দ্ৰৰ ব্যঙ্গোক্তি, বিশেষকৈ এজনী শিক্ষিতা মহিলাৰ আগত, বিশ্বনাথৰ অলপো ভাল নালাগিল। বিৰক্ত হৈ কলে—'কিয়, নৈ, পৰ্ব্বত, ৰঙা বেলি, বগা জোন আদি চৰ্ব্বিত চৰ্ব্বণ কৰাত বাজে বোধ কৰোঁ নতুন দেশৰ নতুন কথা সাহিত্যত ঠাই পাব নালাগে ? আনাৰ-কলি, বুল-বুল, মৰুভূমি, খেজুৰৰ পকাফল, ওৰেছিছ্ এই-বোৰেদি বঙ্গ সাহিত্যৰ সম্পদ বঢ়া নাই জানো ?"

"খুব, খুব ! বহুত বাঢ়িছে। সুজলা সুফলা দেশত বহি মৰুভূমিৰ শুকান বালি, উটৰ শাৰী, দস্যুৰ প্ৰেমালাপ বৰ্ণনাত অন্তৰ 'বাগত' ফুলি উঠা গুল-বদনত পাৰ্চীয়াৰ বুলবুলে আহি নিশ্চয় খুটিছে, কাউৰীয়ে হুখুটিলে ৰক্ষা। ছাদী, হাফীজ, ওমৰখায়ামৰ জন্ম স্থান ক'ত জানা ? কলিকতাৰ ওচৰৰ ক'ৰবাত। তাৰপৰা ওলোৱা পত্ৰিকাবোৰ ভালকৈ চাই যাবা, এদিন চকুত পৰিব, বেচি-পলম নাই— এইবোৰ তাৰে সমল।"

বিশ্বনাথে অলপ হাঁহিলে ; কিন্তু বিৰক্তি নহল। কলে—"আহা, কি যে বকিছা !"

আন প্ৰদেশৰ নিন্দা শুনিলে বহুতে ৰং পায়, ভুবনেশ্বৰীয়ো পালে।

তেওঁ হাঁহি মাৰি কলে, "কথাটো মিছাও নহয়। অকল সেয়েনে ? কিমান অৱতাৰ, কিমান ঋষি-মুনিৰ যে বঙ্গদেশত জন্ম হ'ল, তাৰ ঠিক নাই ; কিন্তু তাৰপৰা তেওঁলোকৰ দেশ-প্ৰাণতাৰহে প্ৰকাশ পাইছে। নিজৰ দেশক ডাঙৰকৈ দেখুৱাবৰ বাবে অকল শিক্ষা-দীক্ষাতে আগবঢ়া নহয়, অতীত বুৰঞ্জীও গৌৰৱমণ্ডিত বুলি দেখুৱাবৰ ব্যৱস্থা এইবোৰ। নিজৰ দেশৰ সামান্য ঘটনাকো, সাধাৰণ মানুহকো ডাঙৰ কৰি জগতৰ আগত দাঙি ধৰাৰপৰা এটা যে বিশেষ লাভ আছে তাক বোধকৰো স্বীকাৰ নকৰি নোৱাৰি। সি যিয়ে নহক,

কিন্তু উৰ্ব্বৰ ঠাইত বহি মৰুদ্যানৰ কল্পনাটো অসম্ভৱ জানো?—আৰু অসম্ভৱ কল্পনাতেই বাহাদুৰি!"

ৰাঘবেন্দ্ৰই সুৰৰ মাত্ৰা ওখ কৰি দি উত্তৰ দিলে—"অসম্ভৱ বুলিতো কোৱা নাই; অস্বাভাৱিক। অৱশ্যে ভ্ৰমণ-বৃত্তান্ত নাইবা উপন্যাস আদিৰ বৰ্ণনাত যি কোনো দেশৰ বৰ্ণনা চলাব পাৰে। কাব্যতো চলে; কিন্তু গীত, যিটো ভাবৰ এচেন্স অৰ্থাৎ সাৰ বুলি খ্যাত, তাত নেদেখা নুশুনা বিষয়বস্তু বা ঠাইৰ যি ভাব জোৰ কৰি আনিব লাগিব সি ভাবেই নহয়—বন্ধ্যাৰ প্ৰসৱ বেদনা অনুভৱৰ নিচিনা।"

বিশ্বনাথে চক্ খাই উঠি কলে, "চা, আকৌ অশ্লীলতা—মহিলাৰ আগত।"

বক্তাই অলপ বিদ্ৰূপেৰে হাঁহি উত্তৰ দিলে—"তুমি বলিয়া হবা বিশ্বনাথ। অশ্লীল যদি কিবা থাকে তেনেহলে এই 'টেম্পাৰেট জোনত' বহি তোমাৰ উত্তৰ মেৰুৰ আন্ধাৰ বৰফৰ ৰাজ্যত এস্কিমো ডাৰ্লিঙক 'আহা-আহা' বুলি মতাৰ কল্পনাটোৱেই ঘোৰ ৰুচি-বিকাৰৰ লক্ষণ। তোমাৰ "ডাৰ্লিং ডাৰ্লিং," "পিয়া পিয়া" বুলি হাহাকাৰখন—ভাত দিবৰ বাবে নে আজ্ঞা দিবৰ বাবেহে? কেৱল কবিতাবোৰৰ মাজেদি ৰঙা ওঠত চুমা, 'চিবাজি' পান। তোমাৰ মৰু দেশত কিহে—'হুইস্কি' নে আন কিবা ফটিকা নে ভাং—গাজা হুপিব লাগে? সুৰুচিৰ অৱতাৰ একোজন। বোলো এস্কিমো ডাৰ্লিঙক 'আহা আহা' বুলি নামাতি প্ৰকৃতিৰ সৌন্দৰ্য্যৰ কল্পনাত বিশ্ব-শিল্পীৰ কথা মনত নপৰিল? সেই প্ৰেমময়ক প্ৰাণ ভৰি মাতিবৰ প্ৰবৃত্তি নহল দেখো?"

এই কথাৰ উত্তৰ দিলে ভুবনেশ্বৰীয়ে। কলে—"কবিৰ সকলো কাল্পনিক। বসন্ত কালৰ দখিন মলয়াটো এই দেশত ক'ত পায় আপুনি? খৰাং পছোৱাৰ কোবত দেশ তত্ নাইকিয়া নহয় জানো বসন্তৰ মধু-মাহত? কবিতাৰ শেষত ভগৱানৰ নাম নাইবা লেখকৰ



বিনীত স্তুতি—নিতান্ত পুৰণি কলীয়া দস্তুৰ, এতিয়া সি কায়দা নচলিব।"

সমালোচকৰ উদ্দেশ্য সৎ হওক বা অসৎ হওক লেখকৰ উদ্দেশ্য পণ্ড হবৰ ভয় যথেষ্ট থাকে; বিশেষকৈ স্বভাৱতে ভাব-প্ৰৱণ তিৰোতাৰ সমাজত। কিন্তু সেই শিক্ষিতা ৰূপহী মহিলাৰ মত পৰিবৰ্ত্তনতো হোৱা নাই, বৰং বিশ্বনাথৰ পক্ষ লৈ প্ৰতিবাদ কৰিবলৈ যোৱা দেখি তেওঁ মহা ৰং পাই কবলৈ ধৰিলে—"দেখিছো উত্তৰ কি দিবা? কবিতা আৰু ন্যায়-শাস্ত্ৰ একে নহয় ৰাঘৱ। ডালি ভাত খাওঁ বুলিলেই কবিতা নহয়। ৰসাত্মক বাক্য লাগিব। ভ্ৰূক কবি বিলাকে বৰ্ণনা কৰে ভগা হৰধনু ছুড়োখৰৰ লগত; কিন্তু নৈয়ায়িকে কি কয় জানা? হৰধনু ভাঙি ছুডোখৰ হলে কেতিয়াও বেঁকা হৈ নাথাকে; পোন হৈ যায়, বুজিছা?"

ৰাঘবেন্দ্ৰই হাঁহি উত্তৰ দিলে, "বুজিছোঁ সকলো, নাই বুজা অকল নেনুছেনৰ ডম্বৰু বজোৱা আৰু এস্কিমো প্ৰিয়াৰ আসঙ্গ......।" কথাষাৰ শেষ নৌহওঁতেই ভুবনেশ্বৰীৰ ফালে চাই বন্ধ কৰিলে।

ভুবনেশ্বৰীয়ে দেখিলে, দুই বন্ধুৰ তৰ্ক-বিতৰ্কৰ ভিতৰত লজ্জা-শীলতা হানিকৰ কিবা বেয়া কথা কাৰোবাৰ মুখৰপৰা ওলাই যাব পাৰে। গতিকে পলম নকৰি নিজৰ বহী আদি লৈ ধন্যবাদ দি বিদায় হৈ গ'ল। ৰাঘবেন্দ্ৰই বন্ধুক সুধিলে, "কিহে, ভুবনমোহিনী ভুবনেশ্বৰী দেৱীৰ আগমন হৈছিল কিহেতু?"

"বিহাৰৰ বিপন্ন মানুহৰ সহায়ৰ বাবে।"

"আৰু সেই সুযোগেতে 'গজল' চৰ্চা হব ধৰিছিল? মূৰ্খ! 'আৱোৱা বৰিয়ালি'য়ে তোমাৰ বলিয়ালি প্ৰকাশ কৰিব মাথোন। হাহাকাৰ কৰি মৰিলেও তুমি কোনো প্ৰিয়াকেই কোনো ডাৰলিঙকেই আকুল কৰিব নোৱাৰা; সুমেৰুৱেই হওক বা কুমেৰুৱেই হওক, দেখা-শুনা বিষয় বস্তুৰ ভিতৰেদি নতুন ছন্দত, নতুন গোন্ধত ভাবৰ ধাৰা বোৱাই দি সুপ্ত ভাৱক জগাই দিয়া; হাতৰ কাষৰ লতা-পাত-

ফুল লৈ কল্পনাৰ 'তোৰা' সজোৱা ; বাহৰ বাঁহীত গুৰণি ৰাগিনীতে নতুন তান বজোৱা। চাবা অকল ৰাধাই নহয়, যোল শ গোপিনী পাছে পাছে লবিব ; যমুনাও আকৌ উজাই যবলৈ ধৰিব। পিছে কি কথা হ'ল ?"

বিশ্বনাথে হাঁহি উত্তৰ দিলে, "চোৱা, তোমাৰ ধেমালি এক কথা আৰু এজনী মহিলাৰ কথালৈ মন্তব্য, ই ঘোৰতৰ অভদ্ৰতা। এৰি দিয়া এইবোৰ। বহা।" কথাৰ লগে লগে পাশা খেলাৰ সৰঞ্জাম উলিয়াই ললে।

গুণানুবাদ অৰ্থাৎ প্ৰশংসা বোলা বিষয়টো এনে যে, তাত ভোল নেযায় তেনে মানুহ নিচেই কম। খোচামোদ বিষয়টোও এই প্ৰশংসাৰে প্ৰকাৰ বিশেষ। পিচে তাত কৃত্ৰিমতাৰ ভাবেই থাকে সৰহ, গতিকে বেয়া।

ৰাঘবেন্দ্ৰৰ সমালোচনাৰ প্ৰবল ধুমুহাত বিশ্বনাথৰ গজলটো গছৰ ডালৰ চৰাইৰ বাঁহৰ দৰে কৰবালৈ উৰি যাবৰ উপক্ৰম হৈছিল ; অকল ভুবনেশ্বৰীৰ মুক্তিতহে ৰক্ষা পাইছিল। তাত তোষামোদৰ কোনো কাৰণ নাছিল। অন্ততঃ বিশ্বনাথে নেদেখিলে। তাত কোনো স্বাৰ্থ নাছিল। এতেকে তাক বিশুদ্ধ গুণানুবাদ বুলি ধৰি লোৱাটো অকল তেওঁৰে নহয় সকলোৰে পক্ষে স্বাভাৱিক। তাৰপৰা প্ৰীতিৰ ভাব বাঢ়ি যোৱাটো স্বাভাৱিক। আকৌ তাৰে-পৰা এটা আকৰ্ষণৰ সৃষ্টি হোৱাও স্বাভাৱিক। ঘনে ঘনে অহা যোৱা বৃদ্ধি হোৱাটোও নিতান্ত স্বাভাৱিক। স্বাভাৱিক সকলো। অস্বাভাৱিক অকল তাকে লৈ ৰাঘবেন্দ্ৰৰ অনধিকাৰ আক্ৰমণটো।

সিদিনা গধূলি পৰত নিশাই আন্ধাৰৰ পাতল ওৰণিৰে যেতিয়া পৃথিৱীৰ মুখ আঁৰ কৰি ধৰিছে, তেতিয়া বিশ্বনাথে কেৰম খেলিবলৈ ভুবনেশ্বৰীৰ ঘৰত উপস্থিত হ'ল।

পণ কৰি খেলা চলিল। যিজনেই হাৰিব তেৱেঁই আনৰ বাধ্য হৈ থাকিব লাগিব।



ঘোৰতৰ প্ৰতিযোগিতা চলিছে। এনেতে ৰাঘবেন্দ্ৰ ওলাল আহি। তেওঁক দেখি বিশ্বনাথে বেয়া পালে। বিৰক্তিৰ আধিক্যত কৈ পেলালে—"কিয়হে কুকুৰৰ নিচিনাকৈ মোৰ পাছে পাছে ফুৰিছা ?"

ৰাঘবেন্দ্ৰই কিন্তু খং নকৰি হাঁহি পেলালে। কলে—"কেলৈ মই খেলিব নেজানো নেকি ? ডম্বৰু বজাব নাজানিব পাৰো। জনা শুনা মানুহৰ ওচৰলৈ আহোঁতে তোমাৰ পাছ ধৰিব লাগে নেকি ?"

ভুবনেশ্বৰীয়ে কাৰো কথালৈ মন নকৰি আগন্তুকক অভ্যৰ্থনা কৰি বহুৱালে। বিশ্বনাথৰ কিন্তু ভাল নালাগিল। তেওঁৰ মনৰ ভাব চকুৰে মুখেদি বিৰিঙি উঠিবলৈ ধৰিলে।

ভুবনেশ্বৰীয়ে ৰাঘবেন্দ্ৰক কলে, "এই বাজি উঠিলেই আপোনাৰ লগত বাজি ৰাখি খেলা হব।"

ৰাঘবেন্দ্ৰই একো ভু পোৱা নাছিল। সুধিলে "কিহৰ বাজি" ?

"খেলাত যিজনে হাৰিব তেৱেঁই আনজনৰ বাধ্য থাকিব।"

"তাৰ পিছত ?"

"বিহাৰ প্ৰদেশলৈ যোৱাৰ কথা হব ধৰিছে—সেৱাসঙ্ঘ পাতি। আজি খেলাত হাৰিলে আমাৰ লগত আপুনিও ওলাব লাগিব। আপোনাৰ বন্ধুৰ আৰু হাৰিবৰ পলম নাই, চাই থাকক।" বুলি ষ্ট্ৰাইকাৰটো আঙুলিৰে চলাই দিলে।

বিশ্বনাথৰ ইচ্ছা নহয় আন কাকো ভুবনেশ্বৰীয়ে তেওঁৰ সমান অধিকাৰ দিয়ে বা খাতিৰ কৰে। মুখখন ক'লা পৰি গ'ল ; কিন্তু লেম্পটোক পাচ কৰি বহাৰ কাৰণে মুখত ভালকৈ পোহৰ নপৰাত কোনেও তত ধৰিব নোৱাৰিলে। তেওঁ কলে—"ৰাঘবেন্দ্ৰই খেলক।"

ভুবনেশ্বৰীয়ে হাঁহি কলে, "সি হব নোৱাৰে, এই বাজি শেষ কৰি তেওঁৰ লগত বহিম।"

ৰাঘবেন্দ্ৰই মাত লগালে—"মই খেলিম, কিন্তু আপোনাৰ

প্ৰতিজ্ঞা কৰা, ৰাজি ৰখাৰ ভিতৰত মই নাই। প্ৰকৃত কথা কি—এই সেৱা-সঙ্ঘ নে সেৱা-সমিতি পঠিওৱাত মোৰ আপত্তি আছে।"

বিশ্বনাথে তেওঁৰ মুখৰ ফালে চালে। ভুবনেশ্বৰীয়েও আচৰিত হৈ সুধিলে "কিয় ?"

ৰাঘবেন্দ্ৰই বুজাব ধৰিলে। প্ৰকৃত সাহায্য লাগে টকা, পইছা মাল-বস্তু আদি। মানুহক কোনেও নিবিচাৰে। আন আন প্ৰদেশৰপৰা যে মানুহ যাব ধৰিছে, তেওঁলোকে খাওঁতে সাহায্য কৰা টকাৰ কিছু অংশ অপব্যয় কৰা হব মাথোন। সেইবাবে নালাগে বুলি শুনিও মানুহ পঠিওৱাৰপৰা কামতকৈ নামহে আৰ্জ্জিবৰ মন বুলি ধৰিব পাৰি। যিবোৰ মানুহ তেনেভাৱে গৈছে তেওঁলোক নগৈ নিজ নিজ প্ৰদেশত থাকি টকা-পইছা তোলাৰ চেষ্টা কৰিলে তাতকৈ বেছি সাহায্য হ'লহেঁতেন।"

কথাষাৰ ভুবনেশ্বৰীৰ মনৰ মতন নহ'ল। সুধিলে "কিয়, আমালোকক নাম নালাগেনে ? অসম সকলো কামতে পাছ পৰা, এই কাৰণে আজি বিহাৰৰ মানুহে কি দেখিছে ? সকলো প্ৰদেশৰ কৰ্ম্মী উপস্থিত, নাই অকল অসমৰ। টকাৰ সাহায্যৰ হিচাপ সাধাৰণ মানুহে গমকে নাপায়। এই নিমিত্তে অসম বহু বিষয়ত আগ বঢ়া হৈও পৃথিবীৰ চকুত পাছ পৰা। আমি নুশুনো আপোনাৰ কথা।" ৰাঘবেন্দ্ৰই অলপ জোৰকৈ কলে—"এই কাৰণে মোৰ সহানুভূতি নাই। নাম লাগে—কাম হ'ল গৌণ বিষয় ! মনুষ্যত্ব, মহত্ব প্ৰভৃতি তেনেহলে এটা কথাৰ কথা, মানুহক দেখুৱা !"

ভুবনেশ্বৰীয়েও অলপ চৰা সুৰত উত্তৰ দিলে—"নাম অলপ-অচৰপ লাগিবই। নহলে আপোনাক চিনি পায় কোনে ? আজি আমি আন প্ৰদেশৰ কাৰণে যিখিনি কৰিম, কাইলৈ, ঈশ্বৰে নকৰক আমাৰ বিপদ আপদ হলে আনৰপৰাও সিখিনি আশা কৰিব পাৰি। আন আন প্ৰদেশৰ ফালে চাওকচোন ?"

ৰাঘবেন্দ্ৰই জবাব দিলে—"আশা ৰাখি সাহায্য কৰাক সেৱা



নুবুলি ব্যৱসায় বোলাহে উচিত। সাহায্য কৰাত কাৰো আপত্তি হব নোৱাৰে ; কিন্তু যাক সাহায্য কৰিব ওলাইছে, সিহঁতে মানুহৰ পৰা সাহায্য নালাগে বুলি দঢ়াই দঢ়াই কৈছে। তথাপি জোৰ-জবৰদস্তি কৰি যোৱাটো যে কেনে সাহায্য তাক বুজা টান। অকাৰণ বিপন্নৰ নিমিত্তে সংগ্ৰহ টকাৰ অংশ গ্ৰহণ কৰি প্ৰকৃত সাহায্যৰ বাট বিঘ্ন কৰাৰ ব্যৱস্থা।"

ভুবনেশ্বৰীয়ে কলে—"ঠিক কথা ; কিন্তু আন আন প্ৰদেশৰ সেৱা-সমিতি আদি কাৰ্য্য স্থলত গৈ ভৰি পৰাৰ নিমিত্তেহে আৰু নালাগে বুলি প্ৰচাৰ কৰিছে। উচিত আছিল আমালোকৰ কৰ্ম্মীসকলৰ সকলোতকৈ আগেয়ে ওলোৱা। এতিয়াও যাব পাৰিলে একেবাৰে নোযোৱাতকৈ ভাল। তেওঁলোকে বুজিলেহেঁতেন যে অসমতো মানুহ আছে।"

বিশ্বনাথে দেখিলে, ৰাঘবেন্দ্ৰৰ তৰ্কৰ কাৰণে খেলা বন্ধ হ'ল। তেওঁ নিজে নুঠা মানে ৰাঘবেন্দ্ৰ যে নুঠিব তাত কোনো সন্দেহ নাই। এতেকে তেওঁক লৈ গৈ আন ঠাইত এৰি থৈ আকৌ উভতি আহিব ভাবি—"বলা যাওঁ এতিয়া" বুলি উঠিল। কিন্তু ৰাঘবেন্দ্ৰ নুঠে দেখি মহা বিমোৰত পৰিল। বাধ্য হৈ অনিচ্ছাতো অকলে ওলাল। তৰ্ক আৰু বেছি দূৰ আগ বাঢ়িব নোৱাৰিলে। অলপ পিছতে ৰাঘবেন্দ্ৰয়ো বিদায় লৈ বন্ধুৰ লগ ধৰিলে।

বাটে বাটে গৈ থাকোঁতে বিশ্বনাথে কলে—"ৰাঘব, ই তোমাৰ কি ব্যৱহাৰ হে ? সকলো সময়তে সকলো ঠাইতে মানুহৰ লগত গাত পৰি তৰ্ক কৰা। মতা নাই তিৰোতা নাই, সময় নাই অসময় নাই।"

ৰাঘবেন্দ্ৰই উত্তৰ দিলে—"তৰ্ক নহয় উচিত কথা। আন্তৰিকতা নাই মানুহক দেখুৱা ধাম-ধুম, তাৰেই দৰকাৰ সকলোতকৈ সৰহ। মই ভুবনেশ্বৰীৰ ব্যক্তিত্বক আক্ৰমণ কৰি কোৱা নাই। ইতো সাধাৰণ কথা। বহু নামজ্বলা মিছন আদিৰ নাম শুনিবা, তাৰ ভিতৰুৱা কথা—নাম-যশ। অৱশ্যে সেৱাৰ কাম যে নহয় সি কথা মই নকওঁ।"

বিশ্বনাথে কলে—"বাৰু, ভিতৰুৱা কথা বা কাৰণ যিয়েই নহ'ক আমি বিচাৰ কৰিম কাৰ্য্য চাই। এনে এটা মিছনৰ আৱশ্যক আমাৰ প্ৰদেশত নাইনে?" বাঘৰেন্দ্ৰই অলপ গমি চাই উত্তৰ দিলে, "নহব কিয়? অৱশ্যে আছে। এটা কিয়, যিমান হয় সিমানে আৰ্ত্তৰ সাহায্য, দৰিদ্ৰ নাৰায়ণৰ সেৱা হব পাৰে। অনাথ আশ্ৰম, অবলা আশ্ৰম হাস্পতাল প্ৰভৃতি পাতি মানুহৰ সেৱা যিমানেই কৰিব পৰা যায় সিমানেই ভাল। বিশেষকৈ ব্ৰহ্মপুত্ৰৰ কাষে কাষে একোটা 'হিউম্যানিটি ক্লাব' পাতি নাও ডুবা মানুহক ৰক্ষা কৰিবৰ দিহা কৰা উচিত। কিন্তু মিছনবিলাকৰ উদ্দেশ্য যদি সাহায্যৰ ছল পাতি নিজ নিজ ধৰ্ম্মৰ আদৰ্শ প্ৰচাৰ কৰি কোনো ঠাইৰ মানুহৰ ভিতৰত আত্ম-কলহ লগাই দি অশান্তিৰ সৃষ্টি কৰা হয়, তেনেহলে তেনেকুৱা মিছন নহলেই মঙ্গল।"

বিশ্বনাথে অলপ জোৰ দি কলে—"এই নিমিত্তে আমাৰ মিছনৰ দৰকাৰ, যাতে আন দেশৰ বা ধৰ্ম্মাৱলম্বীৰ কোনো মিছনে আহি এই প্ৰদেশ-দ্বেষী, ধৰ্ম্ম-দ্বষী কোনো সমাজ গঢ়ি তুলিব নোৱাৰে। অধিকাংশ স্থলতে সমাজত কোনো কাৰণে ঠাই নাপালে, নাইবা পেটৰ দায়ত মানুহে ধৰ্ম্মত্যাগ কৰি আন সমাজত আশ্ৰয় লবলৈ বাধ্য হয়। মহাপ্ৰভু শঙ্কৰদেৱে দেখুৱা বাটে জাতি-ধৰ্ম্ম নিৰ্ব্বিশেষে অনাথ, আতুৰ আদিক আৰু বৰ্ত্তমান সভ্যতাৰ বাজ হৈ থকা সকলক শিক্ষা-দীক্ষা আৰু অৱস্থা চাই আশ্ৰয় দিবৰ ব্যৱস্থা কৰিব পাৰিলে নিশ্চয় কব পাৰি—এই হিন্দু-দ্বেষী বা প্ৰদেশ-দ্বেষী সমাজ সৃষ্টিকাৰী মিছনবিলাকৰ কামত ভেটা পৰিব। দেশত জাতীয় ভাব, নেশ্যন গঢ়িব লাগিলে ধৰ্ম্মৰ ভিতবেদি গঢ়ি তুলিব লাগিব—মহাপুৰুষ সকলে এইটো ভালদৰে বুজিছিল।"

বাঘবেন্দ্ৰই কবলৈ ধৰিলে—"পাৰিব পাৰে, কিন্তু তাকে লৈ মূৰ ঘমাবৰ মোৰ সময় নাই—ইচ্ছাও নাই। দৰিদ্ৰ নাৰায়ণৰ সেৱাতো মোৰ প্ৰবৃত্তি নাই। বিশেষকৈ একোজন পৰমহংসক সিংহাসনত



বহুৱাই যি আশ্ৰমৰ সৃষ্টি, তাত মোৰ কোনো দিনে সহানুভূতি নাছিল, এতিয়াও নাই।" বিশ্বনাথে সুধিলে—"তাৰ কাৰণ?" ৰাঘবেন্দ্ৰই সবলভাৱে উত্তৰ দিলে—"তাৰ কাৰণ অতি স্পষ্ট। কোনো ধৰ্ম্ম-নিষ্ঠাৰ প্ৰতি মোৰ আস্থা নাই। গতিকে ধৰ্ম্ম প্ৰচাৰ বা তেনে শিক্ষাটোৱেই মোৰ অসহ্য। বিশেষকৈ মই এইবোৰ সংসাৰ-ত্যাগী নাম লৈ নতুন সংসাৰ পতা আদৰ্শক অকণো ভাল নাপাওঁ; ভাল নাপাওঁ সিহঁতৰ ব্ৰহ্মচাৰী শিক্ষক। ভাৰতবৰ্ষৰ ত্যাগৰ গৰিমা বা মহিমা গুচাই এতিয়া দৰকাৰ হৈছে শিক্ষা দিয়া ভোগ—'আৰু লাগে' ভাবৰ। দৰকাৰ—অভাৱৰ সৃষ্টি, যিটো আবিস্কাৰৰ মূল কাৰণ—Necessity is the mother of invention. 'নলিনী দলগত জলবৎ তৰলম্'। জীৱনটোক বাতাহাৰী কৰিবৰ উপদেশ নিদি 'যাবৎ জীৱং সুখং জীৱেৎ' বুলি প্ৰচাৰৰ প্ৰয়োজন হৈছে-বেছি।" বিশ্বনাথে অলপ হাঁহি কলে—"তাৰ অৰ্থ অনন্ত দুঃখ ভোগ।" বাঘবেন্দ্ৰই শুনি কবলৈ ধৰিলে—"আৰু তোমাৰ মতে দুখৰ অভিঘাতৰ নিমিত্তে নাক-কাণত তুলা সোমাই দি চকু মুদি বায়ু ভক্ষণ কৰি থাকিব লাগিব। স্বেচ্ছাত মহা দুখ বৰণ কৰিব লাগিব। সাংখ্যকাৰৰ সুখৰ আদৰ্শ কি?—বাসনা ত্যাগ! তাৰ মানে হ'ল কাম, ক্ৰোধ, লোভ, মোহ আদি সকলো দমন কৰি গছ-গছনিৰ দৰে জীৱন ধৰিব লাগিব। অৰ্থাৎ অলপ বতাহ, ৰ'দ আৰু পানী লৈ সন্তুষ্ট থাকিব লাগিব। ভগবানে যে ইমানবোৰ ইন্দ্ৰিয় দিছে তাৰ কোনো ব্যৱহাৰ নকৰি সকলো সুখৰ আদৰ্শকে কমাব লাগিব। ইয়াত কোনো ব্যক্তি বিশেষৰ সুখ হব পাৰে, কিন্তু সমাজে এনেকুৱা ত্যাগৰ আদৰ্শ লৈ উচ্ছন্ন যাব বুলি মোৰ বিশ্বাস। গীতা পঢ়া, গীতা পঢ়া।"

বিশ্বনাথে আচৰিত হৈ তেওঁৰফালে চাই সুধিলে—"এই যে ভোগৰ অভিযানত হাজাৰে হাজাৰে মানুহ গৈ যুদ্ধক্ষেত্ৰত প্ৰাণ দিছে, কংগ্ৰেছীবিলাকে স্বেচ্ছাত কাৰাবৰণ কৰিছে, এইবোৰনো

কি? যাওক বাৰু সেইবোৰ কথা। তোমাৰ আদৰ্শটো কি কোৱাচোন?"

ৰাঘবেন্দ্ৰই উত্তৰ দিলে—"আকৌ মোৰ আদৰ্শ বিচাৰিছা? বোলে সাতকাণ্ড ৰামায়ণ পঢ়ি সীতা কাৰ বাপেক? মোৰ আদৰ্শ ভোগ। লাগে স্বত্ব—লাগে যিটো জন্মগত অধিকাৰ। দেশৰ অভাব পূৰণ আৰু দৰিদ্ৰক একমুঠি অন্ন বা এখন বস্ত্ৰ দি বাহহুৰি দেখুৱা একে নহয় বিশ্বনাথ। দেশৰ দাৰিদ্ৰ্য যাতে গুচে সেয়ে মোৰ লক্ষ্য। তাৰ মূলত শিক্ষা, উন্নত প্ৰণালীৰ কৃষি-শিল্প, বাণিজ্যৰ দিহা কৰা। দৰিদ্ৰ-নাৰায়ণ বা আত্মা-সেৱাৰপৰা সি নুগুচে। আৰু ৰাম বোলা, হৰি বোলা বুলি তালখোল বজাই ফুৰিলেও বিশেষ লাভ নাই।"

এই কথাৰপৰা বিশ্বনাথৰ মনৰ ভাব পৰিবৰ্ত্তন হ'ক নহ'ক অন্যমনস্কভাৱে তেওঁ "নিশ্চয় নিশ্চয়, কিন্তু পেটত ভাতমুঠি পৰিলেহে মানুহে কাম-বন কৰিবৰ শক্তি পায়" বুলি কৈ, পিছত বজাৰত কিবা কাম আছে বুলি ৰাঘবেন্দ্ৰৰপৰা বিদায় লৈ উভতিল।

বিশ্বনাথৰ প্ৰতিযোগিতাৰ খেলা শেষ হোৱা নাছিল। যি পণ ৰাখি খেলা চলিছিল তাত জিকিব পাৰিলে লাভ, কিন্তু হাৰিলেও লোকচান একো নাই, বৰং ভালেহে। তেওঁৰ প্ৰতি স্নায়ুৰপৰা এটা বিজুলী প্ৰবাহ সুতীব্ৰ বেগে বৰলৈ ধৰিলে। ধমনিৰ তেজৰ সোঁত খৰ হৈ উঠি তেওঁৰ সাধাৰণ গতিক দুগুণ খৰ কৰি দিলে। ৰাঘবেন্দ্ৰক বাটতে এৰি আন বাটে ঘূৰি-পকি আকৌ ভুবনেশ্বৰীৰ ঘৰ পালেহি।

বিশ্বনাথে ঘৰত সোমাই আচৰিত হ'ল, কাৰণ তেওঁ আহি পোৱাৰ আগতে ৰাঘবেন্দ্ৰ আহি উপস্থিত। ৰাঘবেন্দ্ৰ আৰু ভুবনেশ্বৰী মত্ত হৈছে সেই খেলাত সেই একে পণ ধৰি। সেই মুহূৰ্ত্ততে বিশ্বনাথৰ অন্তৰত ঈৰ্ষা উপজি পশুভাৱ জগাই তুলিলে। হাতত লাখুটিডাল জোৰকৈ ধৰিলে। মনত হ'ল, এই দণ্ডে ৰাঘবেন্দ্ৰৰ মূৰত এককোব মহাই তেওঁৰ ভৱলীলা শেষ কৰিদি নিজৰ বাট



নিষ্কণ্টক কৰে। কিন্তু নহ'ল। ইফালে ভাব দমাবও নোৱাৰিলে। পশু অৰ্থে অকল সিংহ, বাঘ, ভালুকে নহয়; কুকুৰ, মেকুৰী, শিয়াল আদিও পশু। ই সেই ভাবত পৰিণত হ'ল। বিশ্বনাথ ৰৈ নাথাকি ওলাই আহিল। তাৰপৰা খট্ খটি এৰি বাটত ভৰি দিছে, এনেতে ৰাঘবেন্দ্ৰ আহি খপ্ কৰি তেওঁৰ হাতত ধৰি টানি লৈ ঘৰৰ ভিতৰ সোমাল। ভুবনেশ্বৰীয়ে বিশ্বনাথৰ মুখৰ ফালে চাই হাঁহি সুধিলে, "আপুনি ভাল মানুহ দেখো? আহি আকৌ গুছি যায় কিয়?"

"গুছি যায় কিয়"—তাক বিশ্বনাথেও ঠিক নাজানে।—খঙত। কাৰ ওপৰত খং কিহৰ কাৰণে?……তেওঁ এই প্ৰশ্নত অলপ বিব্ৰত হৈ হঠাতে উত্তৰ দিব নোৱাৰিলে। অলপ পিছত কৈফিয়ৎ উলিয়াই কব ধৰিলে—"মই এইফালে আকৌ আহিব লগাত পৰিছিলোঁ। কেৰম খেলাৰ শব্দ পাই চাবলৈ মন গ'ল—কোনে কোনে খেলিছে। চোৱা হ'ল, গতিকে যাব ধৰিছিলোঁ ভাত চেঁচা হব বুলি।"

কথাষাৰ যে সমূলি মিছা তাক সকলোৱে বুজি পালে। তেওঁৰ কথাৰ সুৰতো অভিমান সনা আছিল। ভুবনেশ্বৰীয়ে অলপ হাঁহিলে।

এই খেলাত আছিল হাৰিলেই জিত; কিন্তু ৰাঘবেন্দ্ৰই বিশেষ চেষ্টা কৰিলে জিকিবৰ কাৰণে। নোৱাৰিলে—বেয়াকৈ হাৰিলে। ভুবনেশ্বৰীৰ মহা ৰং। তাকে দেখি বিশ্বনাথৰ অন্তৰ হিংসাত দেই যাবলৈ ধৰিলে। ভুবনেশ্বৰীয়ে সেইটো লক্ষ্য কৰিলে। ৰাঘবেন্দ্ৰই হাঁহি কলে—"ইতো নতুন খেলা নহয়—বিশ্বনাথৰে আধা হোৱা খেলা। এই পৰাজয় তেওঁৰে। তেওঁ আপোনাৰ বাধ্য হৈ থাকক। বাজি উঠিছিলেই, মই বহিছিলোঁ তেওঁক ৰক্ষা কৰিবৰ কাৰণে। কিন্তু যিজনে ইচ্ছা কৰি আৱদ্ধ হব খোজে তাক ৰক্ষা কৰিব কোনে?"

ৰাঘবেন্দ্ৰৰ কথাষাৰৰ মাজত অলপ ব্যঙ্গ মিহলি আছিল। তাকে

বুজিবৰ কাৰো পলম নালাগিল। কিন্তু তাতে বিশ্বনাথ যেন অলপ আশ্বস্ত হ'ল।

ভুবনেশ্বৰীয়ে হাঁহি হাঁহি মূৰ জোকাৰি কবলৈ ধৰিলে—"সি নহ'ব। হাৰিব লগীয়া খেলা দেখিও বহিছিল কিয় ? যদি জিকিলেহেঁতেন ?"

এই কথা শুনি আকৌ বিশ্বনাথৰ মুখখন ক'লা পৰিল। হাঁহিবৰ চেষ্টা কৰি অতি কষ্টে কাঠ হাঁহি এটা মাৰি উত্তৰ দিলে,—"মই কিয় ? যেয়ে খেলিছে সেয়ে বাধ্য।" ৰাঘবেন্দ্ৰই হাঁহি উত্তৰ দিলে, "মোৰ জিকা-হৰা দুই সমান—কাকো বাধ্য কৰিবও নোখোজো আৰু কাৰো বাধ্যও নহওঁ।"

কথাষাৰ শুনি ভুবনেশ্বৰীৰ মনত অলপ আঘাত লাগিল ; কিন্তু সেই ভাব গোপন কৰি হাঁহি বিশ্বনাথৰ ফালে কটাক্ষপাত কৰি কলে —"তেনেহলে পণৰ মূল্য দিবলৈ আপুনি বাধ্য থাকিল কিন্তু।"

বিশ্বনাথে গহীন হৈ গৰ্‌গৰাই উঠিল—"মোৰ গৰজ পৰিছে।"

কথাষাৰ বৰ ৰূঢ় হৈ গ'ল। এনেকে তেওঁ নিজৰ কথাত নিজেই আচৰিত হ'ল। পিছত বিষয়টোক পাতল কৰিবলৈ বলেৰে হাঁহি কলে, "ইয়াকে কয় উল্টা বিচাৰ—উদৰ পিণ্ড বুদৰ ঘাৰত ! হাৰিল এজন আৰু মই হলো তাৰ বাবে দায়ী ?"

ভুবনেশ্বৰীয়ে বিশ্বনাথৰ মাইকীৰ নিচিনা স্বভাৱ দেখি আগৰেপৰা বিৰক্ত হবলৈ ধৰিছিল ; এতিয়া কথাৰ সুৰ শুনি অন্তৰে অন্তৰে খং উঠিল। সেই ভাব দমাই ৰাখি তেওঁৰ হাঁহিৰ লগত হাঁহি মিলাই কলে—এয়ে হ'ল দুনীয়াৰ মজা। কৰ্তৃত্ব কৰিবলৈ হলে বহুতে ওলায়, কিন্তু আনৰ তলতীয়া হবলৈ সকলোৰে ঠেং ছুটি।"

বিশ্বনাথে একো নামাতি ভুবনেশ্বৰীৰ মুখৰ ফালে চাই ৰ'ল। ইচ্ছা হব ধৰিলে কৈ দিয়ে "ভুল ! ভুল ! সি আত্ম-বিস্মৃত হব নোৱাৰে, তাৰ অন্তৰত প্ৰেম নাই, প্ৰীতি নাই ; পশুৰো অধম। কিন্তু পাষাণী তই, নহলে দেখিলিহেঁতেন এই দাস বহুদিন আগেয়ে এই চৰণ যুগলত বন্ধ হৈ আছে।"



বিশ্বনাথৰ অন্তৰৰ নীৰৱ গাথা কোনেও নুশুনিলে। ৰাঘবেন্দ্ৰই তেওঁক এখন হাতেৰে ঠেলা মাৰি দি কলে—"হেৰা, বীৰ পুৰুষ ! পলাই আহি পণ ধৰি খেলিব পাৰা ; এতিয়া ভয় কৰিছা কিয়, নিলাজ ?" "বিশ্বনাথে ঠিক এই কথাষাৰকে ৰাঘবেন্দ্ৰক শুনাই দিব খুজিছিল, এনেতে ৰাঘবেন্দ্ৰই যেন তেওঁৰ মুখৰপৰা কাঢ়ি নি তেওঁকে শুনাই দিলে। এতিয়া সেই কথা পুৰণি হৈ গ'ল ; কিন্তু উত্তৰ এটা দিবই লাগিব, নহলে মান নাথাকে। উত্তৰ দিলে—"তুমি কাপুৰুষৰ কথানো কম কি ? আনক কবলৈ লাজ নালাগেনে ?"...আৰু কিবা কব খুজিছিল ; কিন্তু ভুবনেশ্বৰীয়ে ৰাতি হ'ল বুলি শুভ ৰাত্ৰি কামনা কৰি দুয়োকে বিদায় দিলে।

বিশ্বনাথে পুৰা বহি যোৱা নিশাৰ কথাকে ভাবি আছে। ওৰে ৰাতি টোপনি অহা নাছিল—ৰাঘবেন্দ্ৰ আৰু ভুবনেশ্বৰীৰ কথাকে ভাবি। নিশাৰ শেষত অলপ চকু লাগাছিল—সিও সপোনময়। ভুবনেশ্বৰী আৰু ৰাঘবেন্দ্ৰই 'কেৰম' খেলিছে ; তাৰ ষ্ট্ৰাইকাৰ হ'ল বিশ্বনাথৰ মূৰ। তেওঁলোকৰ আঙুলিৰ কোবত এবাৰ ইফালে এবাৰ সিফালে 'ঠকাত্-ঠকাত্' কৈ লাগিব ধৰিছে। ......সি যিয়ে নহ'ক ৰাঘবেন্দ্ৰৰ কথা জানো সঁচা ? সি যে কৈছিল—কথা জানিব পাৰি আগ ধৰি ভুবনেশ্বৰীৰ ঘৰলৈ গৈ আধা হোৱা খেলত বহিছিল ? মোক ভুবনেশ্বৰীৰ লগত সম্বন্ধ ৰাখিবলৈ হাক দিলে—ই উপকাৰৰ বাবে নে প্ৰতিদ্বন্দ্বী ভাবি আঁতৰাই ৰাখিবৰ বাবে ? ...আৰু ভুবনেশ্বৰী ? তেওঁৰ অন্তৰ বুজি পোৱা টান। যাৰ মনত যিহকে থাকক, এইবোৰ গোলমালতনো থাকিবৰ দৰকাৰ কি ? বিশ্বনাথে ঠিক কৰিলে—অকল ভুবনেশ্বৰী কিয়, ৰাঘবেন্দ্ৰৰ লগতো কোনো সম্বন্ধ ৰখা নহব। মানুহৰ লগত যিমানেই খতিৰ ৰখা যায়, সিমানেই হতাশ হ'ব লাগে। কি দৰকাৰ, নিজৰ অশান্তি নিজে আৰ্জ্জি ? বিশ্বনাথে যোৱা অহা বন্ধ কৰাই ভাল বুলি ঠিক কৰিলে। এনেতে ৰাঘবেন্দ্ৰ আহি ওলাল। তেওঁ হাঁহি হাঁহি মাত

লগালে—"কি হে নেন্‌ছেন্স, এস্কিমো পিয়াৰ খবৰ কি? মনটো যে গধুৰ?"

বিশ্বনাথ গহীন হৈ আছিল, এতিয়া অন্তৰত খং উপজিল; কিন্তু তাক শুনাই গম্ভীৰ হৈ উত্তৰ দিলে—"খবৰ ভাল নহয়, বেয়া হবৰো একো আগন্তুক দেখা নাই—বিশেষতঃ তুমি যেতিয়া অভিভাৱক হৈছা। পিছে মোৰ অনুৰোধ—ভদ্ৰ মহিলাৰ বিৰুদ্ধে তোমাৰ মন্তব্য অন্ততঃ মোক নুশুনাবা।"

ৰাঘবেন্দ্ৰই তেওঁৰ মনত দুখৰ কথা বুজি পালে। অলপ সহানুভূতি হ'ল, কিন্তু কৰ্ত্তব্যৰ অনুৰোধত অলপ কঠুৱা মাতেৰে কলে—"শুনা বিশ্বনাথ, মই কাৰো অভিভাৱক নহওঁ; কিন্তু তোমাৰ বন্ধু। তাইৰ চলা-ফুৰাৰ ওপৰত মোৰ ঘোৰ সন্দেহ আছে। তুমি তাইক যেনে আদৰ্শ নাৰী বুলি ভাবিছা, তেনে নহয় বুলি অকল মোৰেই নহয়—বহুতৰে বিশ্বাস। অৱশ্যে বিশ্বাস আৰু সত্য একে নহবও পাৰে। পিছে প্ৰগল্‌ভা তিৰোতাৰ প্ৰতি মোৰ অকণো শ্ৰদ্ধা নাই। মোক তোমালোকে অসভ্যই কোৱা লাগে আন কিবাই কোৱা।"

বিশ্বনাথে বক্তাৰ মুখৰ ফালে চাই তেওঁৰ অন্তৰখন পঢ়ি চাবৰ চেষ্টা কৰিলে। অলপ পিছতে সুধিলে—"এই ভাব তোমাৰ কেতিয়াৰ পৰা হ'ল? একে লগে জেল খাটিলা, একে লগে 'স্বৰাজ' 'স্বৰাজ' কৈ জপিয়ালা। এতিয়া আকৌ কি হ'ল যে লোকৰ ভিতৰুৱা চৰিত্ৰ সমালোচনাতো ইতস্ততঃ নকৰা যেন লাগে। তেওঁৰ চৰিত্ৰ যদি বেয়াই হ'ল তাতে তোমাৰ আমাৰনো কি? সেইবোৰ অনধিকাৰ চৰ্চ্চা। ৰাঘবেন্দ্ৰই গহীন হৈ কৈ উঠিল—"নিশ্চয় অনধিকাৰ। পিছে যাৰ লগত উঠা-বহা কৰা যায় তাৰ সম্বন্ধে অলপ-চলপ কথা জনাত অন্যায়তো নহয়েই বৰং বহুত কাৰণে ভাল। বিশেষতঃ তোমাৰ অন্তৰত মোহ হৈছে যেতিয়া। সঁচা হৈছে নে নাই?"



বিশ্বনাথে অলপ হাঁহি অৰ্দ্ধ সম্মতিৰ লক্ষণ ব্যক্ত কৰিলে। পিছত সুধিলে—"আৰু তোমাৰ?"

ৰাঘবেন্দ্ৰই উত্তৰ দিলে—"মই যদি কওঁ নাই হোৱা—তোমাৰ বিশ্বাস হ'ব?" বিশ্বনাথে তেনেকৈ হাঁহি কলে—"নহব।" বিশ্বনাথে মূৰ দোৱাই কলে—"তেনেহলে বুজিম তুমি সঁচা কবলৈ সাহ কৰিছা।" ৰাঘবেন্দ্ৰই মুখ মেলি হাঁহি শুনাই দিলে—"আত্মাৱৎ মন্যতে জগৎ। অৰ্থাৎ তোমাৰ মনত সন্দেহ যিটো সেইটোকে স্বীকাৰ নকৰা মানে তুমি সন্তুষ্ট নহবা—এয়েনে? পুলিছ লাইনত চাকৰি ললে উন্নতি কৰিব পাৰিলাহেঁতেন। শুনা বিশ্বনাথ, মই ভগ্ন প্ৰেমিক নহওঁ যে ভুবনেশ্বৰীৰ গুপ্ত চৰিত্ৰৰ বিষয়ে আলোচনা-সমালোচনা কৰি মনৰ আপচোছ বা খং জাৰি ফুৰিম।" "পৰদাৰেষু মাতৃৱৎ।" তাই মোৰ মূৰত থাকক। কিন্তু কথাষাৰ হ'ল—নাৰীমাত্ৰেই নিজৰ ৰূপ আছে বুলি ভাবে। ভুবনেশ্বৰীৰ কথা কবই নালাগে; যথাৰ্থ ৰূপহী তাই। পুৰুষ-পতঙ্গক পুৰি মাৰিবৰ ক্ষমতা যে তাইৰ ৰূপৰ বহ্নিত বৰ্ত্তমান তাক তাই নিজে ভালদৰে জানে। এই ৰূপৰ যে কি মোহিনী শক্তি তাক তুমি নাজানা। ৰূপৰ শক্তি সভ্যভাৱে চালিত হলে জুইৰ দ্বাৰা ৰেল, জাহাজ আদিৰ ইঞ্জিন চলোৱাৰ নিচিনাকৈ মহান কাৰ্য্যকৰী শক্তি আনি দিব পাৰে, দেশ-বিদেশ গৌৰৱত পোহৰ কৰিব পাৰে—আকৌ তাক সংযত কৰিব নোৱাৰিলে জুয়ে গাওঁ-ভূঁই ধ্বংস কৰাৰ নিচিনাকৈ সমাজ, দেশ-বিদেশ পুৰি ছাৰখাৰ কৰিব পাৰে। ভুবনেশ্বৰীৰ চৰিত্ৰত আন কিবা থাকক বা নাথাকক তাইৰ ৰূপত মুগ্ধ মানুহক প্ৰলুব্ধ কৰিবৰ প্ৰবৃত্তি বৰ প্ৰৱল। এই নিমিত্তে মই তোমাক সাৱধান কৰি দিছোঁ—হুচিয়াৰ! তাইৰ জীৱন-কাহিনী বোধ কৰোঁ নাজানা। শুনা" বুলি ভুবনেশ্বৰীৰ অতীত জীৱনৰ কথা কবলৈ ধৰিলে। বিশ্বনাথে বাজত অনিচ্ছাৰ ভাব দেখুৱালেও আগ্ৰহেৰে শুনিবলৈ ধৰিলে।

* * *

ভুবনেশ্বৰী সৰুৰেপৰা মাতৃহীনা। বাপেকৰ স্নেহত ডাঙৰ-দীঘল হৈছিল। গছত উঠি মধুৰী আম খোৱা, ধনু-কাঁড়েৰে চৰাই মৰা, লৰা-ছোৱালীৰ লগত যুঁজ-বাগৰ আদি কৰাই তাইৰ প্ৰধান কাম আছিল। মাক নথকাত সৰুৰেপৰা তাইৰ ইচ্ছাৰ বিৰুদ্ধে বাধা দিয়া আন কোনো মানুহ ঘৰত নাছিল। তাৰ ফল ফলিল। ভৱিষ্যতত যিয়ে নহ'ক, বাপেকৰ দৃষ্টি আছিল ছোৱালীৰ লেখা-পঢ়াত। যেতিয়া তাইৰ দহ বছৰ বয়স তেতিয়া বিয়া দিবৰ ব্যৱস্থা হব ধৰিছিল; কিন্তু তাই জানিব পাৰি কান্দি-কাটি হুলস্থূল লগালে। মৰমৰ জীয়েকৰ কান্দোনে বাপেকৰো মন টলালে। বিয়াখন পণ্ড হ'ল। ইমান দিন ঘৰতে পঢ়িছিল। এতিয়া জিলাৰ মাইনৰ স্কুলত নাম লগালে। চাৰি বছৰ পঢ়ি তাৰপৰা পাছ কৰি কলিকতাৰ গোখেল মেমোৰিয়েল স্কুলত নাম লগালে। কিন্তু দুবছৰ যাওঁতে নৌ যাওঁতেই তাইৰ পিতাক ঢুকাল। তেতিয়া বাধ্য হৈ দেশত গৈ একমাত্ৰ আপোন পেহীয়েকৰ ঘৰত আশ্ৰয় ললে। পেহীয়েকৰ আছিল তিনি জনী ছোৱালী, দুজন পুতেক। ভুবনেশ্বৰীক আশ্ৰয় দিয়াৰপৰা এক মহা উৎপাতৰ সৃষ্টি হ'ল। তেওঁলোকৰ অমতে লৰা-ছোৱালীবিলাকক লাঠি খেলা, ছুৰী খেলা, যুযুৎসু কৌশল, ভাওনা অভিনয় আৰু প্ৰাচ্য নৃত্য প্ৰভৃতি শিক্ষা দিব ধৰিলে। আনফালে তাইৰ বয়স ষোল বছৰ,পূৰ্ণ যুৱতী। গাভৰুৰ ওৰে গাৰে ৰূপৰ জেউতি ওলাই সকলো ফালে যেন সিঁচৰতি হৈ পৰিল। ভালে-বেয়াই সকলো ডেকাৰে নজৰ পৰিল তাইৰ ওপৰত। কোনোৱে ঘৰৰ ওচৰত বাটে বাটে গীত গাই ফুৰে, কোনোৱে মাজ নিশালৈকৈ বাঁহী বজায়, কোনোৱে নতুন নতুন কবিতা লিখি আবৃত্তি কৰে। আকৌ কোনোৱেই মেমৰ নিচিনা 'বৰ' কাটৰ চুলি ৰাখিবলৈ ধৰিলে। দেখি শুনি পেহাকে অস্থিৰ হৈ ডাইক খেদিবৰ কাৰণে ব্যস্ত হ'ল। কিন্তু পেহীয়েকে মাউৰী ছোৱালী দেখি গিৰিয়েকক দমাই ৰাখিলে। পিছত এদিন পেহীয়েক দেখিলে— তেওঁৰ জীয়েকজনী, যি জনীৰ বয়স তেওঁলোকে মানুহৰ আগত বাৰ



বছৰ বুলি প্ৰকাশ কৰিলেও বাস্তৱতে চৈধ্য বছৰত ভৰি দিছিল, তাইৰ লগত ভুবনেশ্বৰীয়ে এখন চিঠি পঢ়িছে আৰু দুয়ো বাজত আলিবাটৰ এজন ডেকাৰ ফালে চাই মিচিকি হাঁহিছে। দেখি পেহীয়েকৰ অন্তৰ জ্বলি উঠিল। ঘটনা কিমান দূৰলৈ গৈছে তাকে চাবৰ বাবে পেহীয়েকে মনে মনে জুমি চাই থাকিল। দেখিলে, ভুবনেশ্বৰীয়ে ডেকাজনক ঠাঁৱেৰে মাতিলে। সাহ পাই সি লাহেকৈ কম্পাউণ্ডত সোমাই খিৰিকিৰ ওচৰত ঠিয় হ'ল। তেতিয়া এখন চিঠি দেখুৱাই তাই হাত বঢ়াই দিলে। যেতিয়া লম্পট ডেকাই চিঠিখন লবৰ নিমিত্তে হাত বঢ়ালে তেতিয়া তাই ডেকাজনৰ হাতত ধৰি টানিলে। তেতিয়া সি বলেৰে গুচি নগৈ হাতখন আৰু আগ বঢ়াই দিলে। বোধ কৰোঁ ল'ৰাই ভাবিছিল বাইস্কোপৰ আদৰ্শত তাই চুমা খাব খোজে; কিন্তু তাই এক হাতে ডেকাজনৰ হাতখন টানি আন হাতে খিৰিকিখন হঠাতে এনে জোৰে বন্ধ কৰি দিলে যে, তাৰ হাত ভাঙি যোৱাৰ নিচিনা হ'ল। যন্ত্ৰণাত অস্থিৰ হৈ সি লাজ-ভয় এৰি চিঞৰি উঠিল; কিন্তু তথাপি তাই এৰি নিদিয়ে দেখি পেহীয়েকে লৰ মাৰি ঘৰত সোমাই এৰি দিলে। কোৱা বাহুল্য সি নিজৰ মুখখন ঢাকি লৰ মাৰি গুচি গ'ল। ইয়াৰ চাৰি পাঁচ দিন পিছত দেখা গ'ল ভুবনেশ্বৰীৰ চৰিত্ৰৰ বিৰুদ্ধে অশ্লীল বিজ্ঞাপন আলিবাটৰ গছৰ গুৰিত, লেম্প পোষ্ট আৰু ঘৰৰ বেৰা আদিত আঁৰি দিয়া হৈছে।

এই ছোৱালীক সৰহ দিন ঘৰত ঠাই দিয়া যে উচিত নহয় তাক পেহাকৰ লগতে পেহীয়েকেও ভালকৈ বুজি পালে। ডেকাজনক শাস্তি দিয়া ভালেই হওঁক লাগে বেয়াই হওঁক, তাক উৎসাহ নিদিলে তাৰ যে ইমান সাহ নহলহেঁতেন ই ধুৰুপ। এইবোৰ কাৰণেই ভুবনেশ্বৰীক বিয়া দি খেদিবৰ চেষ্টা কৰিলে। অৱশ্যে তাইৰ বয়সো হৈছিল যথেষ্ট। কিন্তু এক মহা বিপদ হ'ল। তাইৰ এইবোৰ বদনাম ওলোৱাৰপৰা তাইৰ কাৰণে দৰা নোপোৱা হ'ল। অৱশেষত এজন

কলেজৰ ছাত্ৰই—পছন্দ হলে বিয়া কৰিব বুলি ৰাজি হৈ কন্যা চাবলৈ আহিছিল। কোৱা বাহুল্য, দেখা মাত্ৰকে পছন্দ হ'ল। তেতিয়াৰ পৰা সি ৰূপৰ টানত ভুবনেশ্বৰীৰ ঘৰলৈ অহা যোৱা কৰিবলৈ ধৰিলে। পেহাকেও মাজে সময়ে তাক চাহ খাবলৈ মাতিবলৈ ধৰিলে। পাশ্চাত্য সভ্যতাৰ অনুকৰণত ভুবনেশ্বৰীক নিজৰ ল'ৰা-ছোৱালী কেইটাৰ লগত টেবিলত বহুৱাই ডেকাজনক চাহ খাব দি পেহাক আৰু পেহীয়েক আঁতৰি যাবলৈ ধৰিলে। কিন্তু তাই এনে ধূৰ্ত্ত যে এদিন চাহত তিনি চাৰি গুণ চেনি দিলে। এই সুযোগতে ডেকাই নাৰীৰ কৰ্ত্তব্যৰ কথা পাতি গৃহস্থালি আৰু ৰন্ধা-বঢ়াৰ ৰসায়ন-শাস্ত্ৰ শিক্ষাৰ বেচি দৰকাৰ বুলি উপদেশ দিব ওলাইছিল; কিন্তু তাই কোনো ৰকমে অপ্ৰতিভ নহৈ স্কুল-কলেজৰ ল'ৰাহঁতক খৰি ফলা আৰু খেতি-পথাৰত কাম কৰা শিক্ষাৰ দৰকাৰ হৈছে বেছি বুলি বক্তৃতা জুৰি দিলে। তাতেই নিবনুৱা সমস্যাৰ সমাধান হ'ব বুলি দঢ়াই কবলৈ ধৰিলে। সতীৰ আদৰ্শৰ কথাত তাই মতা মানুহ-বিলাকক আগেয়ে মহাদেৱ হৈ তিৰোতাৰ মৰাশ কান্ধত লৈ ফুৰাৰ উপযুক্ত প্ৰবৃত্তি আৰু শিক্ষা পাবলৈ উপদেশ দিবলৈ ধৰিলে।...আন এদিনা চেনিৰ সলনি চাহত লোণ দিলে। পিচত এদিন কুইনাইন দিলে। ডেকাজনে তাইক অনুপম ৰসিকা ভাবি প্ৰথমে ৰং পাইছিল। কিন্তু সেইদিনা ঘৰত গৈ ভুবনেশ্বৰীৰ লিখা চিঠি এখন পালে। তাত লিখা আছিল,—"সাৱধান! এইবাৰ বিহ দিয়া হব।" সেই দিনাৰপৰা সি ভুবনেশ্বৰীহঁতৰ ঘৰত চাহ খাব এৰি দিলে যদিও ৰূপৰ আকৰ্ষণ এৰাব নোৱাৰি তাইহঁতৰ ফালে অহা-যোৱা বন্ধ কৰিব নোৱাৰিলে। এদিনা সেই প্ৰলুব্ধ ডেকাই এটা ফুলৰ তোৰা আনি ভুবনেশ্বৰীক প্ৰীতি-উপহাৰ দিলে। তাই সেইটো লৈ ভৰিৰে গছকি পেলাই মুখখন বেঁকাবেঁকি কৰি আন কোঠালৈ সোমাই গ'ল। এনে অচিন্ত্যপূৰ্ব্ব অপমান কৰা দেখি সি আচৰিত হৈ অলপ পৰ ৰহি থাকি ফুলৰ তোৰাটোৰ দুৰ্দ্দশাৰ ফালে চাই ৰ'ল।



তাৰ মনত খং আৰু বেজাৰ একেলগে উপজিল। সি আৰু কেতিয়াও নাহিব বৰং প্ৰতিশোধ ল'ব বুলি ভাবি গুচি গ'ল।

কিন্তু ৰূপৰ মোহ বৰ মোহ। তুচ্ছ মান-অপমানৰ ফালে চালে প্ৰেম কৰা নহয়। এতেকে সিবোৰৰ ফালে মন নকৰি ভুবনেশ্বৰীলৈ এখন চিঠি লিখিলে। কোৱা বাহুল্য সিখন তুতি-মিনতিৰে ভৰা প্ৰেম-পত্ৰ আছিল। তাই তাৰ জবাব দিলে—"মই আনক ভাল পাওঁ—এতেকে আপুনি ক্ষমা কৰিব।" সেই বিয়াও গ'ল।

কথাযাৰ পেহীয়েকে জানিবৰ নিমিত্তে বহুত চেষ্টা কৰিলে কোন সেই ভাগ্যবান? কিন্তু তাই কলে—বিয়া কৰি কোনো পুৰুষৰ অধীন হৈ থকা তাইৰ জীৱনৰ আদৰ্শ নহয়, গতিকে ইচ্ছাও নাই। স্কুলত পাঢ়িবৰে মন। বাধ্য হৈ ভুৱনেশ্বৰীক আকৌ কলিকতালৈ পঠোৱা হ'ল। ৰীতি মত পঢ়া শুনা চলিব ধৰিলে। 'চিনিয়ৰ কেম্ব্ৰিজ' ( Senior Cambridge ) পৰীক্ষা দিব; এনেতে বন্ধৰ সময়ত ঘৰলৈ আহি আইন অমান্য হুজুগত পৰি গ'ল। পঢ়া-শুনা সেই পৰ্য্যন্তই থাকিল। তেতিয়াৰপৰা তাই এগৰাকী নায়িকা নহলেও এজনী প্ৰধান কৰ্ম্মী।

তেতিয়াৰপৰা কোনেও ভুবনেশ্বৰীক বিয়া কৰাবলৈ সাহ কৰি আগ নাবাঢ়িলেও এজন ৪৬-৪৭ বয়সৰ বুঢ়াই বিয়া কৰাৰ লোভত নানা উপহাৰ-উপঢৌকন পঠিয়াই দি খাতিৰ লগাবৰ চেষ্টা কৰিছিল; কিন্তু সকলো অথলে গ'ল। ভুবনেশ্বৰীয়ে তেওঁক মিঠা মাতেৰে জেঠা-খুৰা সম্পৰ্ক পতাই নিৰস্ত্ৰ কৰি দিলে।

* * *

বিশ্বনাথে ভুবনেশ্বৰীৰ অতীত জীৱনৰ ঘটনাৱলী মনোযোগেৰে শুনি আছিল; কিন্তু বুঢ়াৰ প্ৰেমৰ কথা শুনি নাহাঁহি থাকিব নোৱাৰিলে। ৰাঘবেন্দ্ৰক সুধিলে—"৪৬-৪৭ বছৰৰ এজন প্ৰৌঢ়ই কোৱা নাইবা বুঢ়াই কোৱা এজনী ১৯-২০ বছৰীয়া ছোৱালী—

জীয়েকৰ সমান বয়সৰ ছোৱালীৰ লগত প্ৰেম কৰিব গৈছিল কোন লাজত? ভাল আছিল—বুঢ়াৰ মূৰত হাত বুলাই তাৰ সমস্ত সম্পত্তি দখল কৰা।" ৰাঘবেন্দ্ৰই উত্তৰ দিলে—"চোৰা, যৌৱনৰ আত্মম্ভৰিতা। সেই সময়টো পাৰ হৈ গলেও সম্পত্তি হেৰুৱা অভিজাত বংশৰ নিচিনাকৈ, তাৰ মধুৰ আবেশ আৰু সোণালী স্মৃতি বেগতে মছি যাব নোখোজে। বৰং অভাবৰ দিনত সুখৰ স্মৃতিবিলাক বেছি ৰঙীণ হৈ উঠে। বোধ কৰোঁ সেই কাৰণেই প্ৰৌঢ় বয়সৰ মানুহে অতি সহজে ৰূপৰ ফান্দত ভৰি দিয়ে। সি যিয়ে নহ'ক ভুবনেশ্বৰীৰ অহংকাৰ, ভেম আদি কথা বাদ দিলে সমাজত কিন্তু এনে তিৰোতাৰ দৰকাৰ যিজনীয়ে সংসাৰৰ সুখ-ঐশ্বৰ্য্য আদি এৰি দেশ আৰু দহৰ বাবে জীৱন কটাব পাৰে।"

বিশ্বনাথে মিচিকাই হাঁহি কলে—"অৰ্থাৎ ই মাছ ধৰিবলৈ পথাৰত ছটিয়াই দিবৰ বাবে মল।" ৰাঘবেন্দ্ৰই হাঁহি বিশ্বনাথৰ পিঠিত চপৰিয়াই চপৰিয়াই কবলৈ ধৰিলে—"ব্ৰেভো ( bravo )! ইমান দিনৰ মূৰত বৰ ৰসৰ কথা তোমাৰ মুখেদি ওলাইছে। পিছে, অকল সেয়ে নহয় আন লাভো আছে। তিৰোতাৰ দ্বাৰা পিকেটিঙত মহিলাৰ অনুৰোধ বুলি যেনে সন্মান দেখুৱায়, আনফালে মহিলাৰ পাছত লুকাই বা তেওঁলোকক ঢাল অৰ্থাৎ বৰ্ম্ম ৰূপে ব্যৱহাৰ কৰিলে 'ৰেগুলেশ্যন' ( Regulation ) লাঠীৰ কোব নোখোৱাকৈ বহুত দূৰলৈ আগ বাঢ়িব পৰা যায়।" দুয়ো হাঁহিলে। পিছত বিশ্বনাথে প্ৰতিবাদ কৰিলে—"কিন্তু চিৰকুমাৰী নহলেও ৰাজনীতি বা সমাজ-নীতিৰ ক্ষেত্ৰত তিৰোতা অকল মতাৰ আত্মৰক্ষাৰ ঢাল—সি কথা ধৰি লোৱাটো সমীচীন নহয়। তেওঁলোক শক্তি—সমাজৰ আন অঙ্গ তেওঁলোক। গতিকে মতাই ওচৰত থিয় হৈ নাৰীক সকলো কামতে সহায় কৰিলে কামযে বহুখিনি আগবাঢ়িব সেই বিষয়ে সমাজৰ নেতাসকলৰ মনত সন্দেহ নাই। কিন্তু ৰূপহী আবিয়ৈ গাভৰু তিৰোতাক তুমি যি আদৰ্শত ৰাখিব খোজা সি সকলো সময়ত সুবিধা



হৈ উঠা টান। অলপ আগেয়ে তুমিয়েই কৈছিলা ভুবনেশ্বৰীৰ ওপৰত তোমাৰ বিশ্বাস নাই।"

ইয়াৰ উত্তৰত ৰাঘবেন্দ্ৰই কিবা কব খুজিছিল, এনেতে এজন মানুহ ঘৰত সোমাই বিশ্বনাথক এখন চিঠি দিলে। ৰাঘবেন্দ্ৰয়ো পলম নকৰি বিদায় লৈ ওলাই গ'ল।

বিশ্বনাথে চিঠিখন খুলি পঢ়ি চালে—ভুবনেশ্বৰীয়ে চাহ খাবলৈ মাতিছে—আবেলি। কিন্তু তেওঁ ভুবনেশ্বৰীৰ লগত সম্পৰ্ক নাৰাখো বুলি মনে মনে প্ৰতিজ্ঞা কৰিছিল। গা ভাল নহয় গতিকে নিমন্ত্ৰণ ৰক্ষা কৰিব নোৱাৰিব বুলি ক্ষমা খুজি চিঠিখনৰ উত্তৰ দিলে।

মানুহজন যেতিয়া চিঠিখন লৈ গুচি গ'ল, তেতিয়া তেওঁৰ কামটো ভাল নহ'ল বুলি দুখ কৰিবলৈ ধৰিলে। কাৰণ ৰাঘবেন্দ্ৰই ভুবনেশ্বৰীৰ বিৰুদ্ধে যিবোৰ ঘটনাৰ উল্লেখ কৰিলে তাৰ মাজত তেওঁৰ চৰিত্ৰ-বলৰহে প্ৰমাণ পোৱা যায়। পিচে তেওঁ অলপ আমোদপ্ৰিয় আৰু চেঙেলীয়া বা লয়লাসী—যিটো বয়সৰ ধৰ্ম্মই আছিল। এতিয়া ভাল হোৱা নাই বুলি তেওঁ কব পাৰেনে? ভালকৈ বিচাৰ কৰি চালে এনেকুৱা ভাবৰ নিমিত্তে দোষ দিব নোৱাৰি। চেল চেল কৰা স্বভাবটো বহুতে চঞ্চল চৰিত্ৰৰ লক্ষণ বুলি ভাবে। এইটো গমি চালে বুজিব পাৰি যে তাত কৃত্ৰিম গম্ভীৰতা নাথাকিবও পাৰে; কিন্তু সকলো ঠাইতে পাতলামিও নাই। নিজৰ সৌন্দৰ্য্যক বিশেষ ৰকমে ফুটাই তোলাৰ বাহিৰে ই আন একো নহয়। তাত চৰিত্ৰ দোষ পাবৰ একো নাছিল। ৰূপ-যৌবন দেখি আকৃষ্ট বহুতে হব পাৰে, কিন্তু যিজনে ভুবনেশ্বৰীৰ চলাফুৰা দেখি তেওঁৰ চৰিত্ৰ সম্বন্ধে কাল্পনিক ধাৰণা কৰি অভিসাৰৰ অভিযান কৰিছিল, তেওঁকে উপযুক্ত শিকনি দিছিল। তাৰ দোষ এই খিনিয়েই যে, তাৰপৰা এটা দুৰ্নাম ৰটিব পাৰে। এই ক্ষেত্ৰত হৈছিলো সেয়ে। বিশেষকৈ জৰ্দ্দ হোৱা মানুহবিলাকে তেওঁৰ ওপৰত শত্ৰুতা সাধিবৰ কাৰণে বদ্‌নাম উলিয়াইছিল। কিন্তু ৰাঘবেন্দ্ৰ ভগ্ন বা হতাশ প্ৰেমিক

নহয়, নাইবা কোনো কাৰণে ভুবনেশ্বৰীৰ প্ৰতিদ্বন্দ্বী নহয়। তেনে হলে তেওঁৰ এই অবিশ্বাসৰ ভাব পোষণৰ আন কি কাৰণ হব পাৰে? নিশ্চয় কিবা এটা গোপন কথা আছে যিটো প্ৰকাশ কৰিবলৈ ৰাঘবেন্দ্ৰই ইতস্তত কৰিছে। পিছে হিতোপদেশ মতে যদি তেওঁক "তিৰোতা মাত্ৰকে অসতী, সতী অকল তেওঁ যাৰ প্ৰাৰ্থী নাই" বুলি দিণ কৰে? ৰাঘবেন্দ্ৰৰ জানো এইখিনি সাধাৰণ জ্ঞান নাই যে এই উপদেশ যি কালৰ সি কালত বিষ্ণু শৰ্ম্মাৰ যে ধৰ্ম্ম-পত্নী, কাম-পত্নী আদি কৰি কেইগৰাকী তিৰোতা আছিল তাৰ ঠিক নাই। তাতেও মতাৰ গাতহে দোষ! সিহঁত প্ৰাৰ্থী নহলেও তিৰোতা বেগতে বেয়া নহয়। যি নহ'ক তেনেকুৱা প্ৰাৰ্থীক উপযুক্ত শাস্তি দিব পাৰিছে এই ভুবনেশ্বৰীয়ে।

বিশ্বনাথৰ অন্তৰ বৰ চঞ্চল হৈ উঠিল: ইচ্ছা হ'ল সেই চিঠি প্ৰত্যাহাৰ কৰি আন এখন চিঠি পঠিয়ায়; কিন্তু তাত মান নাথাকিব আৰু নিজৰ অব্যৱস্থ চিত্তৰ প্ৰমাণ দিয়া হব।

আবেলি চাৰি বজাত বিশ্বনাথ এখন ঘোৰাৰ গাড়ী ভাৰা কৰি তাত উঠি দুৱাৰ-খিৰিকি সকলো জপাই দি ভুবনেশ্বৰীহঁতৰ ঘৰত কোনে কোনে চাহ খাবলৈ যায় তাকে চাবৰ বাবে ৰওনা হ'ল।

সকলোৱে ঘৰৰ ভিতৰত বহিছে, গতিকে কাকো দেখা নাপালে; কিন্তু ৰাঘবেন্দ্ৰৰ মাত শুনি তেওঁৰ উপস্থিতি জানিব পাৰিলে। উপদেশ মতে গাড়োৱানে এইখিনি ঠাইত লাহে লাহে গাড়ী চলাইছিল যদিও দৈবৰ হাত সাৰিব নোৱাৰিলে। এখন লৰীৰ খুন্দাত গাড়ীখন বাগৰি পৰিবৰ উপক্ৰম হ'ল। এটা গোলমাল উঠিল। ওচৰৰ ঘৰবিলাকৰপৰা মানুহ ওলাল। গাড়ীৰ দুৱাৰ বন্ধ দেখি তিৰোতা ভাবি মতা মানুহ কোনেও দুৱাৰ মেলি নাচালে, চালে অকল নিমন্ত্ৰিত মহিলাই।

বিশ্বনাথে যেন লাজতে মুচ্‌কচ্‌ গ'ল। দুখ সিমান পোৱা নাছিল যদিও বৰ লাজত বৰ দুখ পোৱা যেন ভাও দেখুৱাবলৈ ধৰিলে।



ভুবনেশ্বৰীয়ে ৰাঘবেন্দ্ৰ আদি আলহীৰে সৈতে গাড়ীৰপৰা নমাই ঘৰলৈ আনি নিজৰ বিচনাতে শুৱাই থলে। এজনীয়ে বিচিবলৈ ধৰিলে। ভুবনেশ্বৰীয়ে তৎপৰতাৰে ফটা কানি তিয়াই দুখ পোৱা ঠাইবিলাকত পটি দিবলৈ ধৰিলে। দেখি ৰাঘবেন্দ্ৰই কলে—"ই আপোনাৰ বিহাৰৰ সেৱাৰ 'ৰিহাৰ্চেল'।"

ভুবনেশ্বৰীয়ে মৃদু-মধুৰ হাঁহিৰে জবাব দিলে—"নাৰীৰ সেৱাই ধৰ্ম্ম। তাৰ বাবে আখৰা বা 'ৰিহাৰ্ছেলৰ' দৰকাৰ নকৰে।" ৰাঘবেন্দ্ৰই হাঁহি হাঁহি কবলৈ ধৰিলে, "ঠিক কথা। পিছে বৈজ্ঞানিক উপায়েৰে সেৱা-শুশ্ৰূষা আদি শিক্ষাৰ ব্যৱস্থা দেশৰ তিৰোতা সমাজত বাধ্যতামূলক হোৱা দৰকাৰ। তাক অৱশ্যে আপুনি অস্বীকাৰ নকৰে।"

ভুবনেশ্বৰীয়ে বুজি পালে তেওঁক উপলক্ষ কৰি শিক্ষিতা মহিলাৰ ওপৰত অলপ ভ্ৰূকুটি কৰিলে! কিন্তু উত্তেজিত নহৈ সৰলভাৱে কবলৈ ধৰিলে—"অকল তিৰোতাই নহয়, দেশৰ মতা-মাইকী সকলোৱে সকলো ৰকমৰ বিদ্যা শিক্ষা কৰা উচিত, নানা সমিতি পাতি সঙ্ঘবদ্ধ-ভাৱে নানা কাম কৰা উচিত। এই সম্বন্ধে কোনো কথাই উঠিব নোৱাৰে। সেৱা মানে অকল ৰোগী-শুশ্ৰূষাই নহয়, নাইবা নিজৰ পৰিয়ালটোৰ বাবে ভাত ৰন্ধা, ময়লা কাপোৰ ধোৱা, হাত-ভৰি ধোৱাই দিয়াটোৱেই নহয়। ইউৰোপীয় নান্ অৰ্থাৎ সন্ন্যাসিনী-সকলৰ নিচিনা সেৱাময়ী হোৱা দৰকাৰ। লগে লগে ৰেড্-ক্ৰছ-নাৰ্চৰ নিচিনা সুখ-স্বচ্ছন্দ আৰু প্ৰাণৰ মায়া এৰি যুদ্ধ-ক্ষেত্ৰত যাবৰ বাবে সাজু হব লাগিব। য়ুৰোপীয় মহিলাই দেশৰ বাবে চিপাহী হৈ যুদ্ধ কৰিবলৈও সাজু হয়। সিবোৰ সুবিধা আমালোকৰ নহলেও গাৰ্ল গাইড, বয়স্কাউট, ফায়াৰ ব্ৰিগেড, গাওঁ ৰক্ষাৰ কাৰণে ভিজিলেঞ্চ গাৰ্ল ছোছাইটি আৰু কত ৰকমৰ কি কি আছে, সকলোৰে ব্যৱস্থা প্ৰতি নগৰে, প্ৰতি গাৱেঁ হোৱা নিতান্ত দৰকাৰ। ক্লাব, সমিতি, মিছন সমবায় বা যৌথ কাৰবাৰ আদি নানা প্ৰতিষ্ঠানৰ সংখ্যা দেশত

যিমানেই বৃদ্ধি হ'ব, সিমানেই দেশ উন্নতিৰ বাটত আগ বঢ়িছে বুলি ধৰি লব লাগিব। একতাৰ উপকাৰিতা বুজিব পাৰিছে বুলি জনা যাব।"

ৰাঘবেন্দ্ৰই মূৰ জোকাৰি কলে—"নহয় নহয়, আপুনি মোৰ কথা ঠিক বুজিব পৰা নাই। মোৰ আদৰ্শই হ'ল দেশত সকলো বিষয়ৰ বিশেষকৈ কাৰ্য্যকৰী শিক্ষাৰ বিস্তাৰ। তাকে কৰিব পাৰিলে আৰু সুশিক্ষিত নৰনাৰীক সুনিয়ন্ত্ৰিত কৰিব পাৰিলেই আমাৰ অভাব গুচিব; সুখ-স্বচ্ছন্দ কথাটো যে জন্মগত অধিকাৰ তাকো পোৱা যাব, স্বৰাজ লাভ হব। আমাক লাগে অকল গঠনমূলক কাম; কিন্তু..."

ৰাঘবেন্দ্ৰৰ কথাষাৰ শেষ নৌহওঁতেই এজনী মহিলাই হাঁহি সুধিলে—"জন্মগত অধিকাৰটো জানো সুখে-স্বচ্ছন্দে থকা? স্বাধীনতা বুলি মানুহে কয় দেখো?"

ৰাঘবেন্দ্ৰই উত্তৰ দিলে—"সেই দুয়োটা ওতপ্ৰোতভাৱে জড়িত। সুখে থাকিব লাগিলে অভাৱ-অভিযোগ দূৰ কৰিব লাগিব; অভাৱ গুচাব লাগিলেই সমাজ-নীতি, ৰাজনীতি ক্ষেত্ৰত অধিকাৰ লাগিব। পূৰ্ণ অধিকাৰ অৰ্থে স্বৰাজ। স্বৰাজ আৰু স্বাধীনতা অলপ ৰকম ভেদ মাথোন—কোৱা বাহুল্য স্বেচ্ছাচাৰিতা নহয়। যাওক বাৰু সেই-বোৰ কথা। মই ভুবনেশ্বৰী ডাঙৰীয়ানীক ক'ব ধৰিছিলো তিৰোতাৰ বেলেগ শিক্ষাৰ কথা। মাতৃত্ব, গৃহিনীত্ব..."

এই বেলিও ৰাঘবেন্দ্ৰৰ কথা শেষ নৌহঁওতেই উপস্থিত সকলো মহিলাই হাঁহি উঠিল। এগৰাকী মহিলাই কলে—"সেই একেটা কথা। যেতিয়া ল'ৰা-ছোৱালীৰ মাক হ'ব তেতিয়া মাতৃত্ব শিকিবৰ নিমিত্তে বাট চাই নাথাকিব। লৰা-ছোৱালীক বৈজ্ঞানিক উপায়েৰে লালন-পালন কৰিবলৈ লেখা-পঢ়া জনা হলে, জ্ঞান হলে নিজেই শিকি লব পাৰিব। ভুবনেশ্বৰীয়ে মহিলা গৰাকীৰ মুখৰপৰা কথাষাৰ কাঢ়ি নি কব ধৰিলে,—"নহয়, শিক্ষাত কোনো আপত্তি নাই। সন্তান



লালন-পালনৰ শিক্ষা নিতান্ত দৰকাৰ। বেলেগ শিক্ষাৰ ব্যৱস্থা হলেও ভাল। কিন্তু ঘৰ মোছা, বাচন মাজাৰ বাবে যে তিৰোতাৰ আন কিবা বন থাকিব পাৰে, সেইটো অধিকাংশ মতা মানুহে বিশ্বাসেই নকৰে। দৰকাৰ হলে শিক্ষিত মানুহে যেনেকৈ বাধ্য হৈ খৰি ফালে, কোৰ মাৰে, সেইদৰে তিৰোতায়ো ঘৰ সাৰিব, বাচন-বৰ্ত্তন মাজিব, ভাতৰ চৰুত জাল দিব। তাৰ নিমিত্তে মূৰ ঘমাবৰ দৰকাৰ নকৰে। নিবনুৱা হৈ থাকিলে খৰি ফালিব লাগিব বা খেতি কৰিব লাগিব বুলি ল'ৰাৰ কলেজত খৰি ফলাৰ বেলেগ শিক্ষাৰ দৰকাৰটো আপুনি অনুমোদন নকৰে নিশ্চয়।"

এজন নিমন্ত্ৰিত ডেকাই ভুবনেশ্বৰীৰ ফালে চাই কলে—"আপুনি যে কেক, প্যেন-কেক, ৰসগোল্লা, পানীতোৱা, শিঙাৰা, নিমৃকি নিজ হাতে কৰিছে তেনেভাৱে সকলো তিৰোতাই কৰিব পাৰে জানো? কিন্তু সকলোৱে জনা উচিত, সি কথা আপুনি মানিবই লাগিব।" ভুবনেশ্বৰীয়ে হাঁহি হাঁহি উত্তৰ দিলে—"অকল মাইকী কিয়, এটা বিদ্যা হিচাপে মতায়ো শিকি ৰাখিলে দোষ কি হয়? বৰং চাকৰি নাপালে 'ডেইৰি' খুলি দিব পাৰিব।"

সকলোৱে হাঁহিলে। এজনী মহিলাই ৰাঘবেন্দ্ৰক প্ৰশ্ন কৰিলে—"আপুনি বোলে বিহাৰলৈ সেৱা-সমিতি পঠোৱাৰ বিপক্ষে?" ৰাঘবেন্দ্ৰই কলে—"ভুল বুজিছে। মই সেৱাৰ বিৰোধী নহওঁ। পিছে অকল মনুষ্যত্বৰ চাৰ্টিফিকেটৰ বিৰোধী। এতিয়া দল বান্ধি দেশে বিদেশে গৈ মানুহক বিচি আৰু জলপটি দি ফুৰিলে মনুষ্যত্বৰ চাৰ্টিফিকেট পোৱা যাব পাৰে; কিন্তু সেইখিনিলৈকে। বৰং হৰিজন-সেৱাত লাগি যাওক। তাত অনুন্নত-চিৰলাঞ্ছিত দুখীয়াৰ সেৱা কৰা হ'ব। বিশৃঙ্খলিত ভাগত বিভক্ত হিন্দু সমাজকে একতা সূত্ৰে গাঁথি এটা নেশ্যন গঢ়ি তুলিবৰ পক্ষে সহায় কৰা হ'ব, এটা প্ৰকৃত দেশ সেৱা হ'ব।"

বিশ্বনাথে দেখিলে, ৰাঘবেন্দ্ৰই বিষম বক্তৃতা আৰম্ভ কৰি দিলে।

কথাবোৰ মূল্যবান হব পাৰে ; কিন্তু সকলো সময়তে এই স্বৰাজ-বিৰাজ স্বাধীনতাৰ কথা তেওঁৰ ভাল নালাগিল, বিৰক্তিহে বঢ়াব ধৰিলে। ইচ্ছা হ'ল, কৈ দিয়ে যে এইবোৰ কথা সকলোৰে শুনা আছে, জনা আছে—ৰাঘবেন্দ্ৰই কষ্ট কৰি নকলেও হব। এতিয়া অনুগ্ৰহ কৰি বন্ধ কৰিলে ৰক্ষা। কিন্তু একো নামাতি যন্ত্ৰণা বৃদ্ধিৰ ভাও দেখুৱাবলৈ ধৰিলে। ভুবনেশ্বৰীয়ে অলপ বিব্ৰত হৈ সুধিলে—"যন্ত্ৰণা বৰ বেছি যেন পাইছে নেকি? ডাক্তৰ এতিয়ালৈকে নাহিল।" আলহী এগৰাকীয়ে উপদেশ দিলে—"হোমিওপ্যাথিক বাকচৰপৰা ২০০ ক্ৰমৰ আর্নিকা এটোপা দি দিয়ক আৰু তাৰে মূল আবকৰ লগত পানী মিহলাই পটি দিওকচোন।"

ৰাঘবেন্দ্ৰই প্ৰথমতে এবাৰ হাতৰ নাড়ী টিপি চাইছিল। এতিয়া আকৌ চাই কলে—"কোনো ভয় নাই।" পিছত বিশ্বনাথক মাতি কলে—"যিটোৰ প্ৰতিকাৰ নাই তাক সহ্য কৰিবও লাগিব। তিৰোতাৰ নিচিনা আঁঃ আঁ। লগাইছা কিয়?"

* * *

ডাক্তৰ আহি পৰীক্ষা কৰি গৈছে, কোনো হাড় ভগা নাই ; প্ৰাণৰ আশঙ্কা নাই। কিন্তু বিচনাৰপৰা উঠিবলৈ বাধা কৰি দিছে। দৰৱ ত্ৰিবিধ আহিছে। এৰিধ তিনি ঘণ্টা অন্তৰত খোৱাৰ ব্যৱস্থা আৰু আনটো টোপনি নাহিলে বাতি দহ বজাৰ পিছত খাব লাগিব। পথ্য —বার্লি! ৰাঘবেন্দ্ৰয়ো দৰকাৰ হলে খবৰ দিবৰ উপদেশ দি আন আলহীৰ লগতে গুছি হৈছে।

আজি বিশ্বনাথৰ অন্তৰত আনন্দ আৰু নিৰানন্দ একে লগে দেখা দিলে। শিক্ষিতা মহিলাৰ স্বেচ্ছাকৃত সেৱা যে কি সুখকৰ, বিশেষকৈ ধুনীয়া তিৰোতাৰ, তাক আজি তেওঁ বিশেষকৈ উপভোগ কৰিলে। অকল সেয়ে নহয়, ভুবনেশ্বৰীৰ প্ৰতি তেওঁৰ যথেষ্ট অনুৰাগো আছে। কিন্তু ইয়াৰ ভিতৰত দুখ যে, প্ৰীতিৰে সজা ইমানবোৰ ভাল খোৱা বস্তু আপোন বুদ্ধিৰ দোষত ভোগত নাহিল।



তাৰোপৰি বিবেকৰ দংশন বিশেষভাৱে চলিছে। কাৰণ, মিছাৰ আশ্ৰয় লৈ এইবোৰ সেৱা আদায় কৰা হব ধৰিছে। তাৰ উপৰি তেওঁ আজি এই ফালে অহাটোৱেই অন্যায় হৈছিল। পিছে মন্দৰ ভাল কোনেও বিষয়টো জানিব পৰা নাই।

ভুবনেশ্বৰীয়ে এনে তৎপৰতাৰে আৰু নিপুণ হাতেৰে সকলো কাম কৰিব ধৰিছে, চালে আচৰিত হ'ব লাগে। কোনো বস্তু খুজিবৰ আগেয়ে আনি দিয়ে। বিশ্বনাথে ভুবনেশ্বৰীৰ সম্বন্ধে ৰাঘবেন্দ্ৰৰ সাৱধান বাণীৰ কোনো মূল্য নিদিলে। ভাল পোৱাৰ মধুৰ সুৰত ভুবনেশ্বৰীক মাতিলে। তেওঁ ওচৰলৈ আহিলত একাপ চাহ খাব খুজিলে! পলম নকৰি ভুবনেশ্বৰীয়ে চাহ আনি দি ওচৰত এখন চকিত বহি তেওঁক টোপনি যাবলৈ কবলৈ ধৰিলে। কিন্তু বিশ্বনাথৰ সি ইচ্ছা নহয়। ভগবানে যদি এনে সুযোগ দিছে, তেন্তেহলে ওৰে ৰাতি কথা পাতি নকটায় কিয়? কিন্তু সি কথা প্ৰকাশ নকৰি কলে—"টোপনি যাম। বাৰু, এতিয়া অলপ বহাচোন। "বিশ্বনাথে ভাবৰ প্ৰেৰণাত 'বহক' নুবুলি 'বহা' বুলি কৈ পেলালে। ভুবনেশ্বৰীয়ে কথাটো লক্ষ্য কৰিলে আৰু ওচৰলৈ চকি এখন টানি আনি বহি সুধিলে—"এতিয়া কেনে পাইছে?" বিশ্বনাথে 'ভাল পাইছো' বুলি কৈ তেওঁৰ মুখৰ ফালে সতৃষ্ণ নয়নে চাই মাত লগালে, "মই এটা কথা সুধিব খোজে-?"

ভুবনেশ্বৰীয়ে ধীৰভাৱে প্ৰশ্ন কৰিলে—"কি কথা?"

বিশ্বনাথ—"তাৰ আগতে কোৱা, ভাল নালাগিলে দোষ নধৰিবা —যেয়া নাপাবা।" ভুবনেশ্বৰী—"কথাষাৰ নুশুনিলে কেনেকৈ কম? বাৰু, নাপাওঁ বেয়া। কওক কি কথা?"

বিশ্বনাথ—"আন এটি কথা মই জানিব লাগিব, কিমান দূৰলৈকে মন খুলি কথা কব পাৰো।" ভুবনেশ্বৰীয়ে ঠিক বুজিব নোৱাৰি সুধিলে —"তাৰ মানে?" বিশ্বনাথ—"অৰ্থাৎ কথা-প্ৰসঙ্গত সাধাৰণ যিবোৰ কথা মানুহে দোষ বুলি ধৰিব পাৰে, মন খুলি কথা পাতিলে সেইবোৰ

কথা আলোচনাত ওলাই যাবৰ সম্ভৱ।” ভুবনেশ্বৰীয়ে মিচিকি হাঁহি উত্তৰ দিলে, “কথা প্ৰসঙ্গত আপোনাৰ ভনীয়েৰাৰ লগত যিমান দূৰলৈকে মন খুলি কথা পাতিব পাৰে সিমান দূৰলৈকে যিহকে ইচ্ছা ক'ব পাৰে; কিন্তু ৰাতি হ'ল, আপোনাক এক দাগ টোপনি যোৱা দৰব দিব লগীয়া হৈছে।

পকা কঠালৰ বাচ পাই শুঙি শুঙি নাক-মুখ বঢ়াই দিয়া গৰুৰ মুখত খোচ মাৰিলে যেনেকৈ কোঁচ খাই যায়, ভুবনেশ্বৰীৰ এই কথাত বিশ্বনাথৰো সেই দশা হ'ল। একো নামাতি চুপ কৰি থাকিল। ভুবনেশ্বৰীয়ে কি কথা শুনিবৰ বাবে তেওঁৰ মুখৰ ফালে চাই আছে দেখি বিশ্বনাথে প্ৰকৃতিস্থ হৈ যি কথা কবলৈ বিচাৰিছিল তাক নকৈ আন কথা পাতিলে। সুধিলে, “তুমি ইমান সেৱাপৰায়ণা তাক মই আগেয়ে জনা নাছিলো।” সৌজন্য দেখুৱাই ভুবনেশ্বৰীয়ে কলে, “ক'ত কি সেৱা-পৰায়ণা দেখিলে? ইবোৰ আপোনাৰ মহত্বৰ কাৰণে ভাবি লৈছে।”

বিশ্বনাথ কি সেৱা! মোৰ বিশ্বাস আছিল লিখা-পঢ়া জনা তিৰোতাই অকল বিলাসিতাকে জানে; কিন্তু সেই বিশ্বাস ভাঙিল। বলা, ময়ো যাম বিহাৰলৈ তোমাৰ লগত। মোক কিন্তু সকলো কাম শিকাব লাগিব।

ভুবনেশ্বৰী—বিহাৰক যাবলৈ কোনেও পৰামৰ্শ নিদিয়ে, আহক হৰিজন-সেৱাতে লাগি যাওঁ।

বিশ্বনাথে দেখিলে, ৰাঘবেন্দ্ৰৰ কথাতে ভুবনেশ্বৰীয়ে মত পৰিবৰ্ত্তন কৰিছে। তেওঁৰ অন্তৰত হিংসা আছিল। ৰাঘবেন্দ্ৰৰ আধিপত্য অসহ্য লাগিবলৈ ধৰিলে। কলে—“হৰিজন, জাতিভেদ, বৰ্ণাশ্ৰম ধৰ্ম্মৰ কাৰণে নানা ৰাজ্য-বিপ্লৱ, ধৰ্ম্ম বিপ্লৱৰ মাজেদি গৈয়ো ভাৰতৰ হিন্দু জীয়াই থকা নাইনে?”

ভুবনেশ্বৰী—“হব পাৰে; কিন্তু তেনেভাৱে অকল নামটো লৈ জীয়াই থকাৰ লাভ কি?” বৰং জাতি গঢ়িবৰ বাবে হিন্দু আৰ্য্য



বা সনাতনী যি নামেই হওক লোপ পাই আন এটা নাম যদি হয় তাতেই বা ক্ষতি কি হ'ব?” বিশ্বনাথ—“যদি ভাৰতবৰ্ষৰ হিন্দুৰ নামবোৰ গ'ল, হিন্দুত্ব গ'ল, তেনেহলে থাকিল কি?”

ভুবনেশ্বৰী—“সকলো থাকিব। ৰুমানীয়া, বুলগেৰিয়া আদি মুছলমান আছিল। এতিয়া খৃষ্টান। পাৰশ্যত অগ্নিহোত্ৰীৰ ঠাইত এতিয়া মুছলমান, তাতে দেশৰনো কি? দেশ আছে, তাৰ স্বাধীনতা আছে আৰু হিন্দুৰ অকল নামটো আছে, বাকী সকলো গৈছে। তেনেকুৱা নাম থাকক বা যাওক, তাতনো লোকচান কি?”

বৰ্ত্তমানে এইবোৰৰ গভীৰ তত্ত্ব আলোচনা কৰিবৰ বিশ্বনাথৰ অলপো ইচ্ছা নাই। গতিকে কথাৰ সোঁত ওলোটাই দিবৰ বাবে ভুবনেশ্বৰীৰ শোৱা কোঠালীৰ বেৰত আঁৰি থোৱা ব্যায়াম কৰা সঁজুলি আৰু নক্সা দেখুৱাই সুধিলে—“তুমি ব্যায়াম কৰা নেকি? ভুবনেশ্বৰীয়ে হাঁহি অলপ মূৰ দুপিয়াই কলে—“অকল শৰীৰ ৰক্ষাৰ কাৰণেই নহয়, ৰিপু দমন কৰিব লাগিলে তিৰোতাৰ ব্যায়ামৰ নিতান্ত দৰকাৰ। বিশেষকৈ যি দেশত তিৰোতাৰ নিমিত্তে বেদ্‌মিন্‌টন্‌, টেনিচ, বাচ্‌কেট্‌ বল বা ভলিবল কোনো ৰকম খেলাৰে সুবিধা নাই। দুখ কি অকল সেয়েই—নাচ-গান, থিয়েটাৰ প্ৰভৃতি কোনো ৰকম কলা-চৰ্চ্চাত মনোনিৱেশ কৰি বা পবিত্ৰ আমোদ-প্ৰমোদ কৰি অন্যমনস্ক হবৰ উপায়ো নাই। এনে যে সংকীৰ্ণ মনৰ দেশ, সকৰেপৰা দুবেলাই আহি দুয়ো কাণত অকল ‘বিয়া কৰোৱা—বিয়া কৰোৱা—বিয়া কৰোৱা’ বুলি যৌন-সন্মিলনৰ কল্পনা জগাই দি কাম প্ৰবৃত্তিক উত্তেজিত কৰাৰ বাহিৰে আন একো নাই।”

বিশ্বনাথে ছল বিচাৰিছিল, কোন সুযোগত খোলা কৈ কথা পাতি লাহে লাহে প্ৰেম নিবেদন কৰে! এতিয়া ভুবনেশ্বৰীৰ কথাত আপুনি সুবিধা লৈ উঠিল; কিন্তু হঠাতে সিমান দূৰ আগ বাঢ়িবলৈ সাহ নকৰি ভুবনেশ্বৰীৰ মুখৰ ফালে চাই কলে—“বাৰু, সি যিয়ে হ'ক ৰাঘবেন্দ্ৰৰ লগত বন্ধুত্ব কিমান দিনৰপৰা?”

ভুবনেশ্বৰী—সৰুৰে পৰা।

বিশ্বনাথ—তুমি তাক ভাল পোৱা ?

ভুবনেশ্বৰীয়ে বিশ্বনাথৰ প্ৰশ্নৰ অৰ্থ বুজি পালেও নুবুজাৰ নিচিনা সহজভাৱে উত্তৰৰ চলত প্ৰশ্ন কৰিলে—"ভাল নাপাই বেয়া পাবৰ কি আছে ? মই কাকো বেয়া নাপাওঁ।" বিশ্বনাথে অলপ ভাবি আকৌ সুধিলে, "নহয়, তেনে ভাল পোৱাৰ কথা সোধা নাই—ইংৰাজীতে যাক 'লাভ' (love) বুলি কয়।" ভুবনেশ্বৰীয়ে নাৰী সুলভ লাজত অলপ হাঁহি উত্তৰ দিলে, "নাই মোৰ কাৰো লগত 'লাভ'। আপুনি দৰৱ খাই টোপনি যাওক চোন ?"

বিশ্বনাথে সি কথাত কাণ নকৰি ক'ব ধৰিলে—"তুমি ৰাঘবেন্দ্ৰক বিয়া নকৰা কিয় ? তেওঁৰ লগত তোমাৰ উদ্দেশ্য, ভাব আদিৰ সকলো মিল দেখা যায়। এনে মানুহৰ লগতে মনৰ মিল হ'ব ভাল।" ভুবনেশ্বৰীয়ে হাঁহি উঠি কলে—"বিয়াখন ব্যক্তি বিশেষৰ ইচ্ছাতে হ'ব পাৰে নেকি ? কৰ্ম্ম বা ধৰ্ম্মৰ মিল হলেই মনৰ মিল হয় জানো ? বহুতৰ তেনে ভুল বিশ্বাস আছে যে ৰাজনীতি বা সমাজনীতি ক্ষেত্ৰ নাইবা মনৰ 'আইডিয়াৰ' মিল দেখিলেই প্ৰাণৰ মিলো আশা কৰে ! তিৰোতাই বিয়া কৰায় কি ডাঙৰ ডাঙৰ 'প্ৰব্লেম চলভ' ( problem solve ) ৰ বাবে, জটিল সমস্যা মীমাংসাৰ বাবে, নাইবা স্বৰাজৰ বাবে ?"

বিশ্বনাথৰ অন্তৰত মহা ভয় হৈছিল জানোবা ভুবনেশ্বৰীৰ মুখত ৰাঘবেন্দ্ৰৰ সম্বন্ধে প্ৰণয়ৰ স্বীকাৰোক্তি ওলায়। কিন্তু এইবোৰ কথা শুনি অলপ আশ্বস্ত হৈ কলে, "কিন্তু ৰাঘবেন্দ্ৰতো অকল তেনে নহয়। বৰ ধেমেলীয়া মানুহ। সকলো কামতে স্ফূৰ্ত্তি।"

ভুবনেশ্বৰীয়ে অলপ গহীন হৈ জবাব দিলে, "কিন্তু অলপ প্ৰাধান্য প্ৰিয়। ৰং-ধেমালিৰ ভিতৰেদি আক্ৰমণৰ প্ৰবৃত্তি প্ৰবল দেখা যায়। তাৰ মানে নিজৰ বিবেচনা বা আদৰ্শটোকে সকলো সময়তে শ্ৰেষ্ঠ ঠাই দিব খোজে।" বিশ্বনাথে কলে—"সঁচা ; কিন্তু তোমাৰ ওপৰত অলপ টান আছে যেন লাগে, আকৌ তোমালোকৰ দুয়োৰো মাজত কিবা কথালৈ মনোমালিন্যও আছে বুলি মোৰ বিশ্বাস ; কিন্তু সেইটো শুনিব পাৰোনে ?"



ভুবনেশ্বৰীয়ে অলপ হাঁহিলে। পিছত কবলৈ ধৰিলে—"সিটো তেওঁৰ অভিমান। যোৱা বছৰ মিছেছ বৰুৱাৰ ছোৱালীবিলাকৰ এটা থিয়েটাৰ অভিনয় হৈছিল। তাতে তেওঁ 'সেৱিকা' নামৰ এখন নাটক লিখি অভিনয় কৰিবলৈ বৰকৈ খাটিছিল আৰু চৰিত্ৰ-অভিনয় শিক্ষাত সহায় কৰিব খুজিছিল। নাটক বাচনিৰ ভাৰ আছিল মোৰ ওপৰত। সেইখন নাটকত ডাঙৰ ডাঙৰ কথা সোমাই দিয়া আছিল যদিও একো নাছিল। গতিকে 'মহিমাময়ী' বুলি মহীধৰ বৰাৰ নাটকখনকে অভিনয় কৰা হৈছিল। তেতিয়াৰপৰা ৰাঘৱ ডাঙৰীয়াৰ খং নানাভাৱে প্ৰকাশ পাইছে। কিন্তু মোৰ মনত একো নাই।"

বিশ্বনাথে ভুবনেশ্বৰীৰ মুখৰফালে চাই কোৰ্টৰ জেৰা কৰাৰ সুৰে সুধিলে—"তুমি কি ক'ব খোজা, তোমালোকৰ ভিতৰত প্ৰীতিৰ ভাব হোৱা নাছিল ?"

ভুবনেশ্বৰীৰ অন্তৰত বিশ্বনাথৰ প্ৰতি অনুৰাগ জন্মিছিল, গতিকে তেওঁৰ এইবোৰ জেৰা আদি মান-অভিমানৰ ভাববোৰ ভালেই লাগিছিল ; কিন্তু প্ৰণয়-পাত্ৰক মিছা হিংসাত জগাই দিয়া এটা প্ৰণয়ৰ ধৰ্ম্ম। তেওঁ অলপ হাঁহি কলে, "লোকৰ কথাতনো আপোনাৰ কি হ'ব ? আপুনি টোপনি যাবৰ চেষ্টা কৰকচোন, এক দাগ দৰৱ দিওঁ।" কবৰ লগে লগে 'মেজৰ গ্লাছ'ত এক দাগ দৰৱ ঢালিলে। তাকে দেখি বিশ্বনাথৰ মন বিদ্ৰোহী হৈ শেতেলিত উঠি বহিল। ভুবনেশ্বৰীয়ে তেওঁৰ হাতত ধৰি মিনতি কৰিবলৈ ধৰিলে—"নুঠিব আপুনি। শুই থাকক মোৰে বধ লাগে "

এটা অভিমান আহি বিশ্বনাথৰ অন্তৰ উপচি পেলালে। তেওঁ একো নামাতিলে ; অকল মুখখন ঘূৰাই লৈ আনফালে চাই ৰ'ল।

নিঃশব্দে দুই টোপা চকুলো বাগৰি গালত পৰিল। ভুবনেশ্বৰীয়ে টোপনিৰ দৰৱ হাতত লৈ থিয় হৈ থাকিল।

কাৰো মুখত কোনো কথা নাই। পিছত ভুবনেশ্বৰীয়ে মৌনতা ভঙ্গ কৰি অনুযোগৰ সুৰত কলে—"ছিঃ, আপুনি অবুজৰ নিচিনা কৰিছে কিয়? দৰৱ খাই শুই থাককচোন? মই ওচৰত বহি বিচি থাকো।"

বিশ্বনাথে নিজৰ বিক্ষুব্ধ মনক যিমান সম্ভৱ স্বাভাবিক অৱস্থালৈ আনি চকুপানী মচি ভগা ভগা সুৰত মাত লগালে, "নালাগে থাকক। মই ভাল পাইছো, শুচি যাওঁ এতিয়া। আপোনাকে কষ্ট দিয়া হ'ল।"

এইবোৰ ভাও জোৰা কথা শুনি ভুবনেশ্বৰী মনে মনে বিৰক্ত হ'ল। ইচ্ছা হ'ল যাওক বুলি কৈ দিয়ে; কিন্তু পিছ মুহূৰ্ত্তত বিশ্বনাথৰ অন্তৰৰ অৱস্থা বিবেচনা কৰি কৰুণাৰ উদয় হ'ল। কলে—"নাই, আপোনাক এৰি দিয়া নহ'ব। শান্ত ল'ৱাৰ নিচিনা এতিয়া শুই থাককচোন? বুজিছোঁ, আপুনি খং কৰিছে মোৰ ওপৰত।"

বিশ্বনাথে অভিমানৰ সুৰত জবাব দিলে, "খং কাৰ ওপৰত কৰিম —কোন অধিকাৰত?" ভুবনেশ্বৰীয়ে বিচনাৰ কাষত বহি তেওঁৰ হাত এখনত আঙুলিৰে টিপি দি কোমল সুৰে কলে—"নিশ্চয় আপুনি খং কৰিছে। অধিকাৰ কিয় নহ'ব? অৱশ্যে আছে। আপুনি চিৰদিনেই মোক মৰম কৰি আহিছে। সেই মৰমৰ দাবী নাই জানো?"

বিশ্বনাথে মৰমৰ দাবীতকৈ বহুত বেছি অধিকাৰৰ দাবী কৰিছিল। প্ৰতিকূল অৱস্থা দেখি হতাশ হৈছিল। এতিয়া আকৌ অনুকূল ভাব দেখি হৃদয়ৰ দুৱাৰ খুলি গ'ল; কিন্তু অভিমান নগ'ল। তেওঁ কবলৈ ধৰিলে—"যাৰ লগত কথা পাতোতে ইমান সংযত হৈ চলিব লাগে, মান-সম্ভ্ৰমৰ ফালে ইমান দৃষ্টি দিব লাগে, তেওঁৰ লগত কোনো সম্পৰ্ক হব নোৱাৰে। গতিকে কোনো অধিকাৰৰ দাবীও নচলে। মইনো আপোনাৰ কোন?"



ভুবনেশ্বৰীয়ে দেখিলে, আকৌ বিশ্বনাথে সম্ভ্ৰমাৰ্থে কথা আৰম্ভ কৰিছে। তেওঁ নুবুজা নহয়, এই ধনী যুবকৰ প্ৰেমপূৰ্ণ অন্তৰ আজি কোনো মৰীচিকাৰ পাছত লৰিছে। বিশ্বনাথৰ অন্তৰত কোনো কুটিলতা নাই। প্ৰেমৰ ক্ষুধা আছে, কিন্তু লাম্পট্য নাই। এই প্ৰেম টোপে টোপে বৃদ্ধি হৈ আজি এই প্লাৱনকাৰী উচ্ছাসত পৰিণত। ভুবনেশ্বৰীয়ে নিজৰ অন্তৰৰ ফালে ভালকৈ চালে। তেওঁ তাত দুটি মূৰ্ত্তি দেখিবলৈ পালে। এজন ৰাঘবেন্দ্ৰ আৰু আনজন এই বিশ্বনাথ।

ৰাঘবেন্দ্ৰই সকৰেপৰা ভুৱনেশ্বৰীক তুচ্ছ-তাচ্ছিল্য কৰি আহিছে। তাত ভুবনেশ্বৰীৰ ৰূপদৰ্পিত অন্তৰ বিশেষভাৱে প্ৰতিহত, ক্ষুব্ধ। তাৰপৰা তেওঁৰ এটা আক্ৰোশ উপজিছিল—ৰাঘবেন্দ্ৰক আকৰ্ষণ কৰিব পাৰেনে নোৱাৰে বুলি। সেই নিমিত্তে তেওঁ নানা বিলাস-লাস্য কৰি ৰূপৰ ফান্দ পাতিছিল; কিন্তু সকলো চেষ্টাই হৈছিল ব্যৰ্থ। লাভ হৈছিল মাত্ৰ পৰাজয়ৰ উপহাৰ। আন আপদ আহি কম জুমুৰি ধৰা নাছিল। তেওঁৰ অস্থিৰতাক সহজ মনৰ চঞ্চলতা বুলি বহুতে কামনাৰ অৰ্ঘ্য লৈ বিৰক্ত কৰিবলৈ কাষ চাপিছিল। বহুতে বহুত প্ৰলোভন দেখুৱাইছিল। কিন্তু তেওঁৰ হাতত অধিকাংশই লাঞ্ছিত হৈছিল। পুনঃ পুনঃ তেওঁৰ পৰাজিত অন্তৰ উচ্ছ্বসিত হৈ আকৌ বৰ্দ্ধিত বেগেৰে ৰাঘবেন্দ্ৰৰ পিনে ধাইছিল, যদিও হৈ ভাবৰ কোনো বহিঃ প্ৰকাশ নাছিল; কিন্তু ৰাঘবেন্দ্ৰ? অৱশেষত ৰাঘবেন্দ্ৰই হাৰিলে, ভুবনেশ্বৰীৰ অন্তৰত বিৰক্তি আনি দিলে—তাৰ জ্ঞান দৰ্পৰ ৰাগৰা।

আন পিনে বিশ্বনাথ? তেওঁৰ হৃদয় সিংহাসনত বহুৱাই যোড়শোপচাৰে পুজিবলৈ প্ৰেমাঞ্জলি লৈ উপস্থিত। ভাব দাস্য আৰু মধুৰ।

ভুবনেশ্বৰীৰ অজ্ঞাতে লাহে লাহে তেওঁৰ অন্তৰ বিশ্বনাথৰ সুৰৰ লগত বন্ধা হৈ গৈছিল। আজি তেওঁ জানিব পাৰিলে। সেই কাৰণে

বেছি ক'বৰ দৰকাৰ নহ'ল। "মইনো আপোনাৰ কোন?" এই সামান্য প্ৰশ্নতে অন্তৰত এটা মহা ঢৌ তুলি দিলে। বিশ্বনাথ ভুবনেশ্বৰীৰ কোন? বিক্ষুব্ধ চিত্তৰ প্ৰেৰণাত অস্থিৰ হৈ মেজখনৰ ওপৰত দৰবৰ গ্লাচটো থৈ দি বেগাই ঘৰৰপৰা ওলাই গৈ পোৰ্টিকৰ আৰাম চকিত শুই পৰিলে। মনত মহা সমস্যাৰ সৃষ্টি হ'ল—এই প্ৰেমিক যুবকৰ প্ৰেমৰ আহ্বান সাদৰে গ্ৰহণ কৰি চিৰ-বন্দিনী হৈ ক্ষুদ্ৰ সংসাৰ লৈ থকা যুগুত নে চিৰমুক্তা বিহঙ্গিনীৰ নিচিনাকৈ চিৰ স্বাধীনা হৈ থাকি বৃহত্তৰ সংসাৰৰ সেৱাৰ জীৱন উৎসৰ্গ কৰা উচিত? ঘৰত বহি বংশ বৃদ্ধি কৰাটোৱে নাৰীত্ব নে জগতৰ মানুহ মাত্ৰকে পুত্ৰ-কন্যা জ্ঞানে নথৈ সেৱা কৰাটোৱে নাৰীত্ব? কোন পন্থা শ্ৰেষ্ঠ? কোনে আজি এই প্ৰশ্নৰ সমিধান কৰিব? পতিপ্ৰেমৰ পৰা লাহে লাহে বিশ্বপ্ৰেমৰ উদ্ভৱ আৰু তাৰেপৰা ভগৱৎ প্ৰেমত পৰিণত হোৱাৰ কথাতো এটা কথাৰ কথা নহয় জানো? যতে আসক্তি তাতে বন্ধন। তেনেহলে তাৰ দৃষ্টি ওপৰলৈ যাব কেনেকৈ? বিশেষকৈ এই ধনীৰ সন্তান বিশ্বনাথ, যিজন এতিয়াৰেপৰা মান-অভিমান, ঘেন-ঘেন, পেন-পেন লগাই দিছে, যাৰ ওৰে দিনৰ কাম আত্ম-সুখৰ চিন্তা, তাক বৰণ কৰা মানেই হ'ল তাৰ ভৰিত শৃঙ্খলিত হৈ 'পতি পৰম গুৰু' বুলি ভজনা কৰি থকা। কিন্তু প্ৰাণে যে বিশ্বনাথৰ প্ৰেমৰ অভ্যৰ্থনাক প্ৰত্যাখ্যান কৰিবলৈ শক্তি হেৰুৱাইছে। মনত হয় যেন তেওঁত আত্ম সমৰ্পণ নকৰিলে জীৱন ব্যৰ্থ হ'ব।

ভুবনেশ্বৰীৰ মুখৰপৰা ওলাল, "আই! সঙ্কট-নাশিনী, সতীকুল ৰাণী, দিয়া আই বাট দেখুৱাই।"

* * *

ভুবনেশ্বৰীক হঠাতে ঘৰৰপৰা ওলাই যোৱা দেখি বিশ্বনাথে কি কৰিব নকৰিব ভাবি নোপোৱা হৈছিল। তাৰোপৰি এতিয়া এই কষ্ট-নাশিনীক মতাৰ শব্দ শুনি তেওঁ ভাবিলে, ইয়াত থাকি অশান্তিৰ সৃষ্টি কৰাটো তেওঁৰ পক্ষে যেনে অন্যায় তেনেকৈ বৰ লাজৰ কথা



হ'ব ধৰিছে। "ৰাঘৱেন্দ্ৰ আৰু ভুবনেশ্বৰী—তাৰ মাজত মই কিয়?" ইমান পৰ যে মোহত পৰি প্ৰেম গদ গদ ভাৱত কথা পাতি নিজৰ চৰিত্ৰৰ দুৰ্ব্বলতা দেখুৱাব ধৰিছিল, তাৰ নিমিত্তে লাজত মৰি যোৱা হেন লাগিল। ইচ্ছা হ'ল ভুবনেশ্বৰীৰ হাতত ধৰি অন্যায় হৈছে বুলি ক্ষমা প্ৰাৰ্থনা কৰে। কিন্তু হৈ নুঠিল। তেওঁ পলম নকৰি ঘৰৰ পাছ ফালৰ দুৱাৰেদি ওলাই মনে মনে গুচি গ'ল। লগতে ভুবনেশ্বৰীৰ ফটো এখনো চুৰি কৰি নিলে।

অন্ত